# যাদৱ প্ৰসাদ চলিহা

## জন্ম শতবৰ্ষ

১৯ এপ্ৰিল ১৮৯৬ — ১৯ এপ্ৰিল ১৯৯৬



যাদৱ প্ৰসাদ চলিহা
জন্ম শত-বাৰ্ষিকী সমিতি
শিৱসাগৰ, অসম

**যাদৱ প্ৰসাদ চলিহা জন্ম শতবৰ্ষ**

**প্ৰকাশ**

১৯ এপ্ৰিল, ১৯৯৬

**প্ৰকাশক**

যাদৱ প্ৰসাদ চলিহা জন্ম-শতবাৰ্ষিকী
সমিতি, শিৱসাগৰ, অসম, ১৯৯৬-ৰ হৈ
গিৰিজা প্ৰসাদ বৰুৱা, সভাপতি

**অঙ্গ সজ্জা**

দেবেন দেৱান

**বৰ্ণ শুদ্ধি, পৰিমাৰ্জন**

কুলনাথ গগৈ

**ডিটিপি লিপি বিন্যাস**

নবীন ফটো কম্পজিং চেণ্টাৰ
কলিকতা ১৩

**মুদ্ৰণ**

দি ৰেডিয়েণ্ট প্ৰ'ছেছ প্ৰাইভেট লিমিটেড
কলিকতা-১৩

**সম্পাদনা**

কুলদাকুমাৰ ভট্টাচাৰ্য্য

**JADAV PRASAD CHALIHA BIRTH CENTENARY**

**Published by**

Girija Prasad Baruva on behalf of Jadav Prasad Chaliha Birth
Centenary Committee, Sibsagar, Assam, 1996.

**Date of Publication**

19th April, 1996.

**Design**

Deben Dewan

**Proof Correction / Touch up**

Kula Nath Gogoi

**DTP Type Setting**

Naveen Photocomposing Centre, Calcutta

**Printing**

Radiant Process Private Limited
Calcutta

**Edited by**

Kulada Kumar Bhattacharjee

# সূচী

পৃষ্ঠা সংখ্যা

পৃষ্ঠা সংখ্যা

# প্ৰকাশকৰ নিবেদন

যাদৱ প্ৰসাদ চলিহা জন্ম-শতবাৰ্ষিকী সমিতিয়ে যেতিয়া এখন স্মৃতি গ্ৰন্থ প্ৰকাশৰ সিদ্ধান্ত লয় তেতিয়া আমাৰ লক্ষ্য আছিল যাতে এইখন এখন গতানুগতিক স্মৃতি গ্ৰন্থ নহয়। গ্ৰন্থ খনৰ যোগেদি যাতে যাদৱ প্ৰসাদ চলিহা মানুহজন ফুটি ওলায়। অৰ্থাৎ সৌম্য দৰ্শন, বিনয়ী, সদালাপী, পৰোপকাৰী, আত্ম প্ৰচাৰ বিমুখ, দেশপ্ৰেমী, স্বাৱলম্বী, সত্য আৰু ন্যায় নিষ্ঠ, অৰ্থাৎ একে কথাত মূৰৰ পৰা ভৰিলৈকে ভদ্ৰলোকজন যেন ফুটি ওলায়। ফুটি ওলায় যেন পুৰণা যন্ত্ৰ ভাল কৰি কামত লগাব পৰাৰ প্ৰতি প্ৰবল আগ্ৰহী মানুহজন। ই যেন দুখীয়া দেশখনক তাৰ যিখিনি শক্তি আছে তাকে পুনৰুজ্জীৱিত কৰি নিজৰ ভৰিত থিয় কৰোবাৰ প্ৰতি দায়বদ্ধতাৰ প্ৰতীক। আৰু বিচৰা হৈছিল যাদৱ প্ৰসাদ চলিহা যি সময়ৰ প্ৰতিনিধি সেই সময়টো যেন ফুটি ওলায়। আমাৰ সৌভাগ্য গ্ৰন্থখনৰ প্ৰায় বিলাক ৰচনাতেই এই বৈশিষ্ট্যখিনি ফুটি ওলাইছে। আমাৰ আন এটা লক্ষ্য আছিল, মানুহজনৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ লগত সঙ্গতি ৰাখি গ্ৰন্থখনক যিদৰে নিয়াৰিকৈ গঢ় দিব লাগিব সেই দৰে তাৰ ৰূপটোও যেন সৰল হয়। স্নিগ্ধ হয়। কামটো বৰ সহজ নাছিল। তাৰ বাবে লেখক সকলক যোগাযোগ কৰাৰে পৰা বন্ধোৱা কাৰ্য্য সম্পাদন কৰালৈকে অজস্ৰ মানুহৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সহায় ল'ব লগা হৈছিল। জীৱনত প্ৰায় প্ৰতিটো কামেই সমাধা কৰিবলৈ একাধিক ব্যক্তিৰ সহায়ৰ প্ৰয়োজন হয়। আমি সেই অজস্ৰ সাহায্যকাৰীৰ প্ৰত্যেকৰে নাম উল্লেখ কৰিব নোৱাৰিলেও তেওঁলোকলৈ এই লিখনিৰ যোগেদি আগবঢ়োৱা শলাগৰ গুৰুত্ব নাম উল্লেখ কৰা সকললৈ জনোৱা শলাগৰে সমান। নাম উল্লেখ কৰা কেইজন মানৰ ভিতৰৰ দুই এজনৰ কথা বিশেষভাৱে কোৱাৰ আগতে আমি আমাৰ আন্তৰিক কৃতজ্ঞতা জনাওঁ লেখক লেখিকা সকলক যি সকলৰ অৱদানেৰে এই গ্ৰন্থখনৰ অবয়ব আৰু আত্মা নিৰ্মিত হৈছে।

তৰুণ নন্দন চিত্ৰ শিল্পী দেৱেন দেৱানলৈ কোনো শলাগেই যথেষ্ট নহয়। তেওঁ অকল বেটুপাতৰ পৰা আদি কৰি প্ৰতিটো পৃষ্ঠাৰ অঙ্গ সজ্জায়েই ৰচনা কৰা নাই গ্ৰন্থখনি উলিবাৰ প্ৰতিটো পদক্ষেপতেই প্ৰত্যক্ষ অংশ গ্ৰহণ কৰি আমাক সহায় কৰিছে। সেই দৰে গ্ৰন্থখনৰ বৰ্ণাশুদ্ধি চাই দি আৰু প্ৰয়োজন স্থলত পৰিমাৰ্জনা কৰি আমাক উপকৃত কৰিছে জাতীয় গ্ৰন্থ সূচীৰ অৱসৰ প্ৰাপ্ত সম্পাদক কুল নাথ গগৈদেৱে। গগৈদেৱৰ প্ৰতিও আমাৰ কৃতজ্ঞতা অশেষ। গ্ৰন্থখনত সন্নিবেশ কৰা চিত্ৰ আৰু পত্ৰবিলাক আমালৈ দিয়া সকললৈ কৃতজ্ঞতা জ্ঞাপন কৰি কেইজনমানৰ নামোল্লেখ কৰিলো — ক্ষীৰদা কুমাৰী বৰুৱা, ভূৱন চন্দ্ৰ সন্দিকৈ, প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ ৰাজখোৱা, বিভূতি চলিহা, নৱীন অৰোৰা, অচিন্ত্য জানা, দীপক মজুমদাৰ আৰু অসম বিত্তীয় নিগমৰ কৰ্তৃপক্ষ।



# মুক্তিত নিস্পৃহ

কোনো ব্যক্তিৰ শত বাৰ্ষিকী উদযাপন প্ৰকৃততে বিগত এক প্ৰজন্মৰ সোঁৱৰণ। কালৰ দুৰ্বাৰ গতিয়ে পিছলৈ এৰি থৈ যোৱা এক শতিকাৰ সংস্কৃতিৰ পুনৰ অৱলোকন। যাদৱ প্ৰসাদ চলিহা তেনে এক শতিকাৰ, তেনে এক সংস্কৃতিৰ, তেনে এক প্ৰজন্মৰ স্নিগ্ধজ্যোতিসম্পন্ন প্ৰতিভূ। ঊনৈশ শতিকাৰ শেষ পৰ্য্যায়ত যাৰ আৰম্ভ আৰু কুৰি শতিকাৰ অহিংসা আন্দোলনৰ পৰা বিয়াল্লিশৰ ভাৰত ত্যাগ আন্দোলনলৈকে যাৰ ভৰপক, যাদৱ প্ৰসাদ তেনে এক প্ৰজন্মৰ প্ৰতিনিধি। তাৰ যিখিনি ভাল, যিখিনি সুন্দৰ, যিখিনি মহৎ সেই আটাইখিনি তেওঁৰ গাত আছিল।

অসমত সেই সময়ত স্থায়ী নাগৰিকতাৰ সূত্ৰপাত মাথোঁ। গাঁৱৰ সৰলতা পূৰ্ণ বিদ্যমান। তেতিয়াও আভিজাত্যৰ লগত শিষ্টাচাৰ, বৈভৱৰ লগত আড়ম্বৰহীনতা, বিদ্যাৰ লগত বিনয় অসমৰ বৈশিষ্ট্য। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ দৰেই দেশৰ পৰাধীনতাৰ পৰা মুক্তি ৰাজনৈতিক চেতনাৰ কেন্দ্ৰ বিন্দু। সেই সময়ত অসমীয়া লোকে চাহ বাগিচা খুলিবলৈ আগুৱাই যোৱাৰ ভিতৰত ধন অৰ্জাৰ আগ্ৰহৰ তুলনাত স্বাধীনতাপ্ৰিয়তা আৰু স্বাধীন বৃত্তিমুখী মানসিকতাও কম উল্লেখনীয় নহয়। এনে বাতাৱৰণত কেইটামান পৰিয়ালে তেওঁলোকৰ সুৰুচিসম্পন্ন জীৱন যাত্ৰা, শিষ্টাচাৰপূৰ্ণ ব্যৱহাৰ আৰু জনমুখী কাৰ্য্য-কলাপেৰে অসমত বিশেষভাৱে দৃষ্টি আৰ্কষণ কৰিছিল। যাদৱ প্ৰসাদৰ সৌভাগ্য তেওঁ তেনে এক পৰিয়ালত উপজিছিল। অসমৰ সৌভাগ্য যাদৱ প্ৰসাদে সেই উত্তৰাধিকাৰ অকল অক্ষুণ্ণই ৰখা নাছিল, তালৈ নতুন মাত্ৰাৰো সংযোজন কৰিছিল। অন্তৰত গভীৰভাৱে সোমাই থকা যন্ত্ৰ উদ্ভাৱনশীলতা আৰু মিতব্যয়িতাৰ সুযোগ লৈ পুৰণা যন্ত্ৰই তেওঁক অহৰহ সম্মোহিত কৰিছিল। তাৰে ফলত পুৰণা যন্ত্ৰৰ সম্পৰ্কে প্ৰচলিত বিদ্ৰূপাত্মক ধাৰণা অসাৰ প্ৰতিপন্ন কৰি তেওঁ দেখুৱাইছিল মনোযোগ আৰু পৰিশ্ৰমলৈ অকৃপণতা থাকিলে কম মূলধনেৰেও সফল উদ্যোগ গঢ়িব পাৰি। যন্ত্ৰ ভিত্তিক উদ্যোগ প্ৰতিষ্ঠাৰ অন্যতম অসমীয়া উদ্যোগপতি যাদৱ প্ৰসাদ। অসমৰ বাহিৰত প্ৰথম অসমীয়া উদ্যোগপতি যাদৱ প্ৰসাদ।

এই স্মৃতি গ্ৰন্থখনিত প্ৰকাশিত বহুজনৰ স্মৃতি চৰ্চাৰ পৰা আমি দেখা পাওঁ শুধ বগা খদ্দৰৰ ধুতী পাঞ্জাবী পিন্ধা সুঠাম দেহৰ, স্নিগ্ধ আৰু স্বপ্নিল দৃষ্টিৰ, চিন্তাশীল মুখাবয়বৰ এক সৌম্য পুৰুষ। সকলোতে যুক্ত থাকিও নিৰ্লিপ্ত আৰু নিস্পৃহ এক ব্যক্তিত্ব। এইজন মানুহ যে মহাত্মা গান্ধীৰ অহিংসা-ভিত্তিক অসম কংগ্ৰেছৰ অন্যতম প্ৰধান সংগঠক—বিশেষকৈ শিৱসাগৰ মহকুমাত, এইজন মানুহেই যে অস্থায়ীভাৱে হলেও এসময়ৰ অসম কংগ্ৰেছৰ সৰ্বোচ্চ পদাধিকাৰী—ডিকটেটৰ পদবীযুক্ত, এইজন মানুহেই যে প্ৰাক-স্বাধীনতা যুগত বিপুল ভোটত নিৰ্বাচন বিজয়ী বিধায়ক,

এইজন মানুহেই যে মহাত্মা গান্ধীকে আদি কৰি জয়প্ৰকাশ নাৰায়ণলৈকে বহু দেশ বৰেণ্য নেতাৰ নিকট সান্নিধ্যলৈ আহিছিল তাক বুজিবৰ উপায় নাই। বুজিবৰ উপায় নাই যে এইজন মানুহেই পুৰণা যন্ত্ৰৰ প্ৰতি নিচাসক্তৰ আসক্তি লৈ লোহা-লক্কড়ৰ মাজত বহি থাকিছিল, নাইবা, পুৰণা গাড়ীৰ তলত সোমাই পৰিছিল। বুজিবৰ উপায় নাই যে এইজন মানুহেই নতুনকৈ চাহ বাগিচা খুলি শ্ৰমিক সকলৰ লগ লাগি নিজ হাতে চাহ গছ ৰুইছিল। স্মৃতিৰ টোকা বিলাকৰ পৰা আৰু দেখা পাওঁ সত্যৰ প্ৰতি একনিষ্ঠ, ব্যক্তিগত আৰু ৰাজহুৱা জীৱনত পক্ষপাতহীন, আত্মপ্ৰচাৰ বিমুখ, অতিথি বৎসল এজন লোকক। দেখা পাওঁ ডেকা সমাজক নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ উদ্বুদ্ধ কৰাত নিবেদিত প্ৰাণ এজন ব্যক্তিক। পুৰণা যন্ত্ৰ যদি তেওঁৰ নিচা আছিল অসমৰ ডেকা চামক স্বাধীন উদ্যোগত ব্ৰতী কৰা আছিল তেওঁৰ ধ্যান।

এই স্মৃতি গ্ৰন্থখন অকল শত বাৰ্ষিকী উদযাপনৰ অঙ্গ বুলিয়েই প্ৰকাশিত হোৱা নাই। আশা কৰা হৈছে, ইয়াৰে পৰা হয়তো ইতিহাসৰ কিছু সমল ওলাব; হয়তো পঢ়ি উঠি প্ৰাচীনে পাব সুখ-স্মৃতিলৈ উভতি যোৱাৰ আনন্দ, নবীনে দেশপ্ৰেম, আত্মবিশ্বাস আৰু আপোন শ্ৰমেৰে স্বাৱলম্বী হোৱাৰ সাহস।



# যাদৱ প্ৰসাদ চলিহাৰ চমু কথা

## ভুৱন চন্দ্ৰ সন্দিকৈ

জন্ম-১৯ এপ্ৰিল ১৮৯৬, মৃত্যু-১৫ জুন ১৯৬৪

**আদি পুৰুষৰ বংশাৱলী**

স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্ব কালত মাজুলীৰ শুকান সুঁতিৰ কাষত দক্ষিণ পাট সত্ৰ স্থাপন হয়। সেই সময়তে স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহাৰ আদি পুৰুষ শ্ৰী ৰাম চলিহা বৈকুণ্ঠ পুৰ সত্ৰৰ এজন সাত্বিক ভক্ত আছিল। পাচত এই জনক স্বৰ্গদেউৰ আদেশত দক্ষিণ পাট সত্ৰৰ অধিকাৰ বনমালী দেৱৰ সত্ৰত গুৰু সেৱাৰ দায়িত্ব দিয়ে। এই চিৰাম বা শ্ৰীৰাম চলিহাই উজনি অসমৰ চলিহা বংশৰ আদি পুৰুষ।

প্ৰথম পুৰুষ শ্ৰী ৰাম বা চিৰাম (তেখেতৰ দ্বিতীয় ভাৰ্য্যা ডালিমীৰ পৰা হোৱা)




স্বৰ্গদেউ সকলৰ আমোলত চলিহা বংশৰ বেলেগ বেলেগ খেল হয়। এই সকলৰ প্ৰধান কাম আছিল ৰাজ্যৰ মাটি, মানুহ, দ'ল-দেৱালয় পিয়ল কৰা। এই খেলৰ ভিতৰতে বৰ কাকতী, দুৱৰা, ফুকন, কটকী আদি নানা উপাধিৰে ৰজাঘৰীয়া কাম কৰিব লাগিছিল। কৰ্ম অনুপাতে ৰজাঘৰৰ অনুগ্ৰহও পাইছিল। বৃটিছ শাসনৰ প্ৰথম ভাগতে এই বংশৰ লোক সকলক প্ৰশাসনীয় কামত নিয়োগ কৰা হৈছিল। বৃটিছৰ প্ৰথম অৱস্থাৰ দিনত এই পৰিয়ালৰ কেবাজনো লোকে স্বাধীনভাৱে কাৰবাৰ কৰে, তাৰ ভিতৰত চাহ বাগিচাও আৰম্ভ কৰে। চলিহা পৰিয়ালৰ আদি গুৰু দক্ষিণ পাট সত্ৰ প্ৰতিষ্ঠা কৰা বনমালী দেৱৰ নামেৰেই কালী প্ৰসাদে বনমালী চাহ বাগিচা নাম ৰাখে।

প্ৰথম অৱস্থাত এই বংশৰ আদি পুৰুষ সকল মাজুলীত আছিল। প্ৰতাপ সিংহৰ দিনত এই চলিহা পৰিয়ালক চাৰিঙলৈ উঠাই অনা হয় আৰু ৰজাঘৰৰ বিভিন্ন কামত নিয়োগ কৰা হয়। ইয়াৰ পাছত এই বংশৰ লোকে উজনি অসমৰ বিভিন্ন স্থানলৈ গৈ বসতি স্থাপন কৰে।

যাদৱ প্ৰসাদ চলিহাৰ পিতৃ কালী প্ৰসাদ চলিহাই সেই সময়ৰ এন্ট্ৰেন্স পৰীক্ষা শিৱসাগৰ হাইস্কুলৰ

পৰা পাছ কৰি প্ৰথমতে নাজিৰাৰ অসম কোম্পানীৰ কেৰেনী কামত সোমায়। তাৰ পিছত অক্ষয় কুমাৰ ঘোষ দেৱৰ তত্ত্বাৱধানত আইন পঢ়িবলৈ লয়। পাছত এজন নামজ্বলা উকীল হয়গৈ। সেই সময়ত শিৱসাগৰ সদৰ আছিল। বিভিন্ন ইংৰাজ চাহাব সকলৰ চাহ বাগিচা বিলাকৰ নানা ধৰণৰ মামলা-মকৰ্দ্দমাৰ নাম জ্বলা উকীল আছিল। তেখেতক সহায় কৰা মহৰি স্বৰূপে আছিল শিৱসাগৰৰ নাম জ্বলা নাওবৈচা ফুকন ডাঙৰীয়াৰ পৰিয়ালৰ গুৰু প্ৰসাদ নাওবৈচা ফুকন।

এই লেখকে কালী প্ৰসাদ চলিহাৰ কাছাৰীৰ কাম আৰু তেখেতৰ ঘৰুৱা জীৱনৰ সম্পৰ্কে নানা ধৰণৰ কথা জানিব পাৰিছিল। পাছত চলিহাই চাৰিঙৰ পৰা বাস ভৱন শিৱসাগৰ নগৰলৈ আনে।

**পৰিয়াল**— তেখেতৰ সুযোগ্য পুত্ৰ ক্ৰমে তাৰা প্ৰসাদ চলিহা বেৰিষ্টাৰ, পাছৰ জন এই প্ৰবন্ধৰ নায়ক স্বাধীন ব্যৱসায়ী, মুক্তি সংগ্ৰামৰ যুঁজাৰু যাদৱ প্ৰসাদ চলিহা। পাছৰ জন গুৰু প্ৰসাদ চলিহা চাহ বাগিচাৰ মালিক, আৰু শেষৰ জন সুদীৰ্ঘ কাল অসমৰ মুখ্য মন্ত্ৰী হৈ থকা স্বাধীনতা ৰণৰ গুৰি ধৰোঁতা বিমলা প্ৰসাদ চলিহা।

**যাদৱ প্ৰসাদ চলিহা আৰু ভুৱন গগৈ**— যাদৱ চলিহাৰ শিক্ষাগত অৰ্হতা আছিল। বিজ্ঞানৰ স্নাতক. কোনো চৰকাৰী কামলৈ ইচ্ছা নকৰি কংগ্ৰেছ আন্দোলনৰ গুৰি ধৰি বনমালী চাহ বাগিচাৰ স্বত্বাধিকাৰী মেনেজাৰ হয়। কংগ্ৰেছৰ, মহাত্মা গান্ধীৰ মাদক বস্তু বৰ্জ্জন. কানি, ভাং, মদ নিবাৰণ, স্বাবলম্বী হোৱা, বিদেশী বস্তু বৰ্জ্জন, সূতা কটা আদি কামত মন পুতি লাগে। তেখেতৰ অন্তৰংগ বন্ধু আৰু সহযোগী কৰ্ম্মযোগী ভুৱন গগৈৰ অসম পলিটেকনিক স্কুল, শিৱসাগৰত তেখেতৰ ঘৰ আৰু বনমালী বাগানৰ বাসভৱন এই তিনিও স্থান আছিল দুয়োজনৰ নানা বিষয়ৰ আলোচনা কৰা বেচৰকাৰী কাৰ্য্যালয়। মই অসমৰ পলিটেকনিকত শিক্ষকতা কৰাৰ সময়ত ১৯৩৫—১৯৪৮ চনলৈকে দুয়োজনৰে দূত স্বৰূপে অনেক বিষয়ত কৰ্ত্তব্য পালন কৰিব লগা হৈছিল।

চলিহা অকল বাগানৰ মালিক আৰু স্বাধীনতা আন্দোলনৰ গুৰি ধৰোঁতাই নাছিল। তেখেতে পিছ পৰা অঞ্চল সমূহত শিক্ষা প্ৰচাৰ, মাদক দ্ৰব্য নিবাৰণ আদি কামত ভুৱন গগৈৰ লগত সততে আলোচনা কৰি অনেক গঠনমূলক কাম আৰম্ভ কৰিছিল।

কৰ্ম্মযোগী গগৈদেৱৰ অসম পলিটেকনিক অনুষ্ঠানত তেখেতৰ বহু অৱদান আছিল। নগৰৰ শিক্ষিত সম্মানিত ভদ্ৰলোকৰ অনুৰোধত তেখেতৰ সেই আদৰ্শ স্কুল খন চুণপোৰাৰ পৰা শিৱসাগৰ নগৰলৈ আনিবলৈ আৰম্ভ কৰে। তাৰা প্ৰসাদ চলিহাদেৱে স্কুল খনৰ কাৰণে শিৱসাগৰ নগৰত এতিয়াৰ বিলৰ পাৰত থকা শ্ৰী শ্ৰী শঙ্কৰ সমাজৰ নাম ঘৰৰ মাটিতে ঘৰ সজা আদি সকলো কাম গাত ল'লে। কিন্তু মতৰ অমিল হোৱাত ভবা মতে কাম নহ'ল। কিন্তু তেখেতৰ ভাতৃ যাদৱ চলিহাদেৱে চুণপোৰাৰ পৰা স্কুলৰ সকলো সৰঞ্জাম অনা আৰু ঘৰ সজাৰ দায়িত্ব ল'লে। সেই কামৰ বাবদ তেখেতে তৎকালে গগৈক পাচশ টকা দান দিলে। (আজিৰ টকাৰ মূল্য পঞ্চাছ হেজাৰ হ'ব) ইয়াৰ উপৰি যেতিয়াই স্কুলৰ কাৰণে টকাৰ প্ৰয়োজন হয়, চলিহাৰ পৰাই পাই আছিল। সাধাৰণ শিক্ষাৰ লগতে কাৰিকৰী শিক্ষাৰ তেখেতো এজন লোক।

**যাদৱ প্ৰসাদ চলিহা আৰু কংগ্ৰেছ**— কালীপ্ৰসাদ চলিহাৰ কেউজন পুত্ৰই কংগ্ৰেছ আন্দোলনত জড়িত আছিল। তেখেতৰ নুমলীয়া ভাতৃ বিমলা প্ৰসাদ চলিহাৰ সম্পৰ্কে বিশদ ভাবে জানিবলৈ হ'লে 'বিমলা প্ৰসাদ চলিহা' নামৰ গ্ৰন্থত সকলো পাব। যাদৱ প্ৰসাদ চলিহাৰো কংগ্ৰেছলৈ অৱদান সামান্য নাছিল। ১৯২১ চনত মহাত্মা গান্ধীয়ে অসমত প্ৰথম কানি নিবাৰণ আন্দোলনৰ সময়ত প্ৰধানকৈ কংগ্ৰেছ কৰ্ম্মী সকলক মাদক দ্ৰব্য বৰ্জ্জন অভিযান শিৱসাগৰ ডিব্ৰুগড় আদিত

চলাবলৈ নিৰ্দ্দেশ দিছিল। সেই সময়ত চলিহা আছিল বনমালী চাহ বাগিচাৰ মেনেজাৰ।

শিৱসাগৰ জিলাৰ দোপাত কানিয়াৰ অঞ্চল সমূহ মাহমৰা, খালৈঘোগুৱা মৌজাত আছিল। চলিহাই বাগিচাৰ কৰ্ম্মচাৰী আৰু বনুৱাক লৈ গাঁৱে গাঁৱে কানি এৰিবলৈ অনুপ্ৰেৰণা দিছিল। কংগ্ৰেছৰ স্বাধীনতা-বাণী প্ৰচাৰ আৰু কানি নিবাৰণী আদি কামত তেখেতে তেখেতৰ সোঁ হাত স্বৰূপ সেই অঞ্চলৰ কনক চেতীয়া আৰু বৰচহকী গাঁৱৰ ধৰ্ম্মেশ্বৰ ফুকন আদিৰ সহায়ত জাতীয়তাবাদৰ গোন্ধ বিয়পায়।

কংগ্ৰেছ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ জগৰত ইংৰাজ চৰকাৰে যাদৱ চলিহা, লক্ষ্মীকান্ত বৰুৱা, বেণু শৰ্ম্মাক গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ পঠায়। এসময়ত অসম চৰকাৰৰ কমিশ্বনাৰ মিঃ এলেনৰ আগত গনিং চাহাবে কমিশ্বনাৰক চিনাকি কৰি দিছিল এই বুলি ( যাদৱ চলিহাদেৱলৈ আঙুলিয়াই) 'He is a son of the educated tea planter Rai Bahadur Kali prasad Chaliha' । যাদৱ চলিহা অসম প্ৰাদেশিক কংগ্ৰেছৰ সক্ৰিয় আৰু নিঃস্বাৰ্থ কৰ্ম্মী আছিল। সকলো কংগ্ৰেছ কৰ্ম্মীকে বুদ্ধি, পৰামৰ্শ আৰু প্ৰয়োজনীয় সহায় আগ বঢ়াইছিল। শিৱসাগৰৰ অসহযোগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি ইংৰাজ চৰকাৰ, ইংৰাজ চাহ খেতিয়ক, আৰু ইংৰাজৰ ফলীয়া বহুলোকৰ মাজত তেওঁ অপ্ৰিয়ও হৈছিল। শিৱসাগৰৰ অসহযোগ আন্দোলনৰ কাৰ্য্য সূচী স্থিৰ কৰিবলৈ এই চলিহাদেৱক সভাপতি আৰু শিৱ প্ৰসাদ বৰুৱাক সম্পাদকৰ দায়িত্ব অৰ্পণ কৰা হৈছিল। তাৰ আগতে চাইমন কমিশ্বনৰ ৰিপৰ্ট ৰাজহুৱাভাৱে পুৰিবলৈ সেই সময়ত শিৱসাগৰত গাধ নথকাত ফটিক চলিহাই ভোবোলা ছাগলীৰ ওপৰত বান্ধি সেই ৰিপৰ্ট দাহ কৰিছিল।

প্ৰথমতে চলিহাক ছ মাহ ফাটেক দি যোৰহাট জেললৈ স্থানান্তৰিত কৰে। লগতে দুৰ্গা প্ৰসাদ বৰঠাকুৰ, ভুবন গগৈ, লক্ষ্মী কান্ত বৰুৱা, চৈয়দ মহিবুল হুচেইন, বিমলা কান্ত বৰুৱা, দুৰ্গাধৰ বৰুৱা, অম্বিকা বৰুৱা, শিৱ প্ৰসাদ বৰুৱা আদিকো একে লগে যোৰহাট জেললৈ স্থানান্তৰিত কৰা হয়।

ফাটেকৰ পৰা মুকলি হৈ আহি আন্দোলনৰ ভৰপক হওতেই (ভাৰত ত্যাগ আন্দোলন) শিৱসাগৰৰ প্ৰায়বিলাককে জেলত থৈছিল। তেনেকৈ অসমৰ বিভিন্ন জিলাৰ কংগ্ৰেছী নেতা সকলক কাৰা দণ্ড বিহিছিল। গুৱাহাটীত বিষ্ণু মেধিক (কংগ্ৰেছৰ সভাপতি) গ্ৰেপ্তাৰ কৰিলত তাত কংগ্ৰেছৰ কাম কৰিবলৈ নেতৃস্থানীয় লোকৰ অভাৱ হোৱাত অসম প্ৰাদেশিক কংগ্ৰেছৰ ঘাই কাৰ্য্যালয় অস্থায়ী ভাৱে শিৱসাগৰলৈ সলনি কৰা হয়। সেই সময়ত অস্থায়ী ভাৱে যাদৱ প্ৰসাদ চলিহা প্ৰাদেশিক কংগ্ৰেছ সভাৰ সভাপতি আৰু প্ৰধান সম্পাদক হয় সোণাৰাম দত্ত। তাৰ আগতে চলিহা শিৱসাগৰ কংগ্ৰেছৰ সভাপতি আছিল।

কেউফালে ধৰ -পাকৰ হৈ অস্থিৰ অৱস্থা সৃষ্টি হোৱাত বহু কামৰ কাৰণে অৰ্থৰ প্ৰয়োজন হ'ল। সেই অৰ্থৰ বহু অংশ যাদৱ প্ৰসাদ চলিহা, তেওঁৰ ভাতৃ গুৰু প্ৰসাদ চলিহা আৰু প্ৰফুল্ল চন্দ্ৰ বৰুৱাই ঘাইকৈ বহন কৰিছিল।

প্ৰথম অৱস্থাৰ পৰা শিৱসাগৰৰ কংগ্ৰেছ আন্দোলনৰ গুৰি ধৰোঁতা ভুবন গগৈ, দুৰ্গা প্ৰসাদ বৰঠাকুৰ, লক্ষ্মী কান্ত বৰুৱা, ৰবীন কাকতী, আদিৰ দৰে আৰু কেইবাজনো কংগ্ৰেছ নেতাৰ পাছত বেণু শৰ্ম্মা, যাদৱ চলিহা, বিমলা চলিহা, দুৰ্গা বৰুৱা, প্ৰিয় বৰুৱা, সোণাৰাম দত্ত আদিৰ নেতৃত্বত শিৱসাগৰ নগৰ চাৰিং, জাঁজী, আমগুৰি, নাজিৰা কোঁৱৰপুৰ, জোকতলি, বৰুৱা চালি, নিতাই পানী দিহিং আদিত জুই জ্বলি উঠিছিল।

সেই সময়ছোৱাত প্ৰচাৰ কাৰ্য্য আৰু ৰাইজৰ মাজত স্বাধীনতাৰ প্ৰেৰণা যোগাবলৈ পদ্মধৰ

চলিহা-দেৱৰ বিভিন্ন সভাত বক্তৃতা আৰু স্বদেশানুৰাগী গীতবিলাক ধুবুৰীৰ পৰা ডিব্ৰুলৈকে কৰ্ম্মীসকলৰ মুখে মুখে প্ৰচাৰ হৈছিল। ১৯৩৬ চনত শিৱসাগৰ জিলা কংগ্ৰেছ অতি শক্তিশালী আছিল। সেই বছৰৰ নিৰ্ব্বাচনত শিৱসাগৰৰ পৰা দুজনকৈ এম, এল, এ, ভুৱন গগৈ আৰু যাদৱ প্ৰসাদ চলিহা নিৰ্ব্বাচিত হৈছিল।

(যাদৱ চলিহাৰ কংগ্ৰেছৰ অৱদান সম্পৰ্কে লিখা কথাবিলাক মোৰ বহু ক্ষেত্ৰত অগা পিছা হৈছে। সহকৰ্ম্মী বহুলোকৰ নামো বাদ পৰি গৈছে। কাম-কাজতো খেলি-মেলি হৈছে। বিশেষকৈ নগৰ বাদ দি বিভিন্ন অঞ্চলৰ সক্ৰিয় আৰু আত্মত্যাগী লোক সকলৰ নাম বাদ পৰি গৈছে। লেখকৰ সেই বিলাক অপৰাধ ক্ষমা কৰে যেন। মহাত্মা গান্ধীৰ কংগ্ৰেছ আৰু আজিৰ কংগ্ৰেছ সম্পূৰ্ণ বেলেগ। সেই সকল কংগ্ৰেছ কৰ্ম্মীৰ আত্মত্যাগ, কৰ্ম্মৰ প্ৰেৰণাৰ আদৰ্শ অটুট থকা হ'লে আজি ভাৰতত স্বাধীনতাৰ আচল সোৱাদ সকলোৱেই পালে হেঁতেন)।

**চলিহা পৰিয়ালৰ অৱদান**— আজি শিৱসাগৰত একমাত্ৰ লেখত ল'বলগীয়া মঞ্চ 'কালী প্ৰসাদ স্মৃতি মন্দিৰ'। এই মঞ্চ মন্দিৰ চলিহা ভাতৃ বৃন্দ, ক্ৰমে যাদৱ প্ৰসাদ চলিহা, গুৰু প্ৰসাদ চলিহা, বিমলা প্ৰসাদ চলিহাৰ সহযোগত নিৰ্ম্মিত হয়। মহাত্মা গান্ধীজীয়ে (১৯৩৪ চনত) এই স্মৃতি ভৱন উদ্বোধন কৰে। প্ৰায় ১৯৪২ চনতে পণ্ডিত জৱাহৰ লাল নেহেৰুৱে বিৰাট ৰাজহুৱা সভাত বক্তৃতা দিয়ে। চলিহা পৰিয়ালৰ সম্মতিতে শিৱসাগৰ মহাবিদ্যালয় 'শিৱসাগৰ কলেজ' (ইং ১৯৪৭-৪৮) এই ভৱনতে আৰম্ভ হয়। পাচত জয়সাগৰ পুখুৰীৰ পাৰলৈ উঠাই নিয়ে। ইয়াৰ উপৰি গাঁৱে-ভূঞে এই পৰিয়ালৰ দ্বাৰা বিভিন্ন অনুষ্ঠানত দিয়া সহায় কম নহ'ব।

**ধৰ্ম্মমত**—চলিহা দক্ষিণ পাট সত্ৰৰ যাদৱ ৰায় মহাপ্ৰভুৰ সেৱক। এই সত্ৰ দামোদৰ দেৱৰ পন্থৰ, মূৰ্তি ভাগৱতৰ মাৰ্গৰ। কিন্তু ইয়াৰ মাজতে তন্ত্ৰ-মন্ত্ৰ, পূজা-পাৰ্ব্বণ নিয়ম মতে চলিছিল। ঘৰত এইবিলাক পৰিচালনা কৰাত ব্ৰাহ্মণ নিয়োগ কৰিছিল।

চলিহা পৰিয়ালৰ কেউজনেই গহীন-গম্ভীৰ লোক। খোলা অন্তৰ, মুখত মিচিকিয়া হাঁহিৰে সকলো সমস্যা সমাধান কৰিছিল।

"ঐশ্বৰ্য্য বিভূতি বল সমে
জানে যিটো মোক নৰোত্তমে
সিয়ো ভৈলা মোৰ ময়ো ভৈলো তাৰ বশ্য"।।

(নামঘোষা)



# অসমৰ প্ৰসিদ্ধ মুক্তিযোদ্ধা যাদৱ প্ৰসাদ চলিহা

ৰবীন কাকতী

১৯২০ চনৰ ডিছেম্বৰ মাহত নাগপুৰত বহা জাতীয় কংগ্ৰেছৰ বছৰেকীয়া অধিবেশনত গান্ধীজীৰ "অসহযোগ আন্দোলনৰ" প্ৰস্তাৱ গৃহীত হয়। অসমতো কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, কুলধৰ চলিহা, ৰোহিণী কান্ত হাতীবৰুৱা আদিৰ প্ৰচেষ্টাত অসম প্ৰদেশ কংগ্ৰেছ কমিটি গঠন হয়। গান্ধীজীৰ আহ্বানত ভাৰতৰ অন্য প্ৰদেশৰ দৰেই অসমৰ সৰহ সংখ্যক থলুৱা উকীল, কটন কলেজৰ ছাত্ৰ, হাইস্কুলৰ অষ্টম, নৱম, দশম মানৰ অসংখ্য ছাত্ৰই স্কুল, কলেজ ত্যাগ কৰি আন্দোলনত জঁপিয়াই পৰে। এওঁলোকে সংগঠনৰ কামত গাঁও, চহৰত বিয়পি পৰে। মহকুমাই মহকুমাই জিলা কংগ্ৰেছ কমিটি, মৌজা কমিটি গঠন আৰু ভলন্টিয়াৰ প্ৰশিক্ষণৰ কাম আৰম্ভ হয় অসম ব্যাপী। আইনজীৱী সকলে ব্যৱসায় ত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিয়ে। শিৱসাগৰত সাতজন থলুৱা উকীলে আন্দোলনত যোগ দিয়ে। শিৱসাগৰৰ কটন কলেজ আৰু কলিকতা কলেজত পঢ়া দুই তৃতীয়াংশ ছাত্ৰই কলেজ ত্যাগ কৰি আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰেহি। শিৱসাগৰ গৱৰ্ণমেন্ট, বেজবৰুৱা-জাঁজী-নাজিৰা হাইস্কুলৰ অষ্টম, নৱম, দশম মানৰ একাংশ ছাত্ৰই স্কুল বৰ্জন কৰি আন্দোলনত যোগ দিয়েহি।

যাদৱ প্ৰসাদ চলিহা এজন মেধাৱী ছাত্ৰ আছিল। তেওঁ সুখ্যাতিৰে অনাৰ্ছ লৈ বি. এছ. চি. পাছ কৰি অসম গৱৰ্ণমেন্টৰ পৰা বিলাতত ইঞ্জিনিয়াৰিং পঢ়াৰ সুবিধা দিয়া সত্বেও, ঘৰুৱা কাৰণত যোৱাটো বন্ধ কৰে। তেওঁলোকৰ "বনমালী" চাহ বাগানৰ কামতে আত্ম নিয়োগ কৰিছিল।; কিন্তু ১৯২১ চনত তেওঁ বাগানৰ পৰা ওলাই আহি আন্দোলনত যোগ দিয়েহি।

শিৱসাগৰতো জিলা কংগ্ৰেছ কমিটি গঠন হয়। দুৰ্গা প্ৰসাদ বৰঠাকুৰ (উকীল) সভাপতি আৰু ভুবন চন্দ্ৰ গগৈ সাধাৰণ সম্পাদক আৰু যাদৱ প্ৰসাদ চলিহা ভলন্টিয়াৰ সংগঠনৰ অধিনায়ক হয়। গান্ধীজীৰ নিৰ্দেশত অন্য প্ৰদেশৰ দৰে অসমতো "তিলক পূজালৈ" দান-বৰঙণি তোলা, শোভাযাত্ৰা, সভা আদি পতা, ভলন্টিয়াৰ প্ৰশিক্ষণ দিয়া, ঘৰে ঘৰে সূতা কটা, কংগ্ৰেছৰ সভ্য কৰা ইত্যাদি আৰম্ভ হয়। বিলাতী কাপোৰ পোৰা, আৰু কানি মহল, মদৰ মহল আদিত পিকেটিং কৰা ব্যাপক ভাবে আৰম্ভ হয়।

১৯২১ চনৰ আগষ্ট মাহত গান্ধীজীয়ে সাত দিনীয়া ভ্ৰমণৰ কাৰণে অসমলৈ আহে। তেওঁ তেজপুৰৰ এখন চাহ বাগানো পৰিদৰ্শন কৰে—চাহ মজদুৰ সকলৰ অৱস্থা চাবৰ কাৰণে। ডিব্ৰুগড়ত চাহ বাগানৰ মেনেজাৰ সকলকো লগ ধৰিছিল। গান্ধীজীৰ অসমব্যাপী ভ্ৰমণৰ পাছতে আন্দোলন তীব্ৰ হৈ উঠে। একাংশ চাহ বাগানৰ বনুৱাকো আন্দোলনৰ ঢৌৱে কোবায়। বনুৱা সকলে মজুৰি আৰু ৰেচন বৃদ্ধি, কামৰ নিৰিখ কম কৰা ইত্যাদিৰ দাবী কৰি কিছু বাগানত মেনেজাৰ কৰ্মচাৰী সকলক মাৰধৰ কৰি দেশলৈ যোৱাৰ উদ্দেশ্যেৰে বাগান এৰি ওলাই আহে। য়ুৰোপীয় চাহ বাগানৰ মেনেজাৰ সকল শংকিত হৈ পৰে। অসমৰ গৱৰ্ণৰ আৰু ভাৰতৰ বৰলাটক হেঁচা দিয়ে, অসমৰ আন্দোলন কঠোৰ দমন নীতিৰে দমন কৰিবলৈ। এনে হেঁচাত অসম চৰকাৰে অসম কংগ্ৰেছ ভলন্টিয়াৰ সংগঠন বে-

আইনী অনুষ্ঠান বুলি ঘোষণা কৰে। অসমৰ বিভিন্ন ঠাইত গোৰ্খা পল্টনৰ শিবিৰ পাতি গাঁৱে গাঁৱে ফ্লেগ মাৰ্চ, খাজানা, পাইকাৰী জৰিমনা আদায়, জোৰজুলুম, স্থাৱৰ অস্থাৱৰ সম্পত্তি ক্ৰোক আৰু নীলামত বিক্ৰী কৰি আদায়, ভলণ্টিয়াৰ গ্ৰেপ্তাৰ, শিবিৰ জুই দি ধ্বংস কৰা ইত্যাদি আৰম্ভ হয়।

গান্ধীজীয়ে নিৰ্দেশ দিছিল যে গুজৰাটৰ বৰদলি তালুকত তেওঁ নিজৰ নেতৃত্বত খাজানা, কৰ-কাটল বন্ধ, বৃটিছ গৱৰ্ণমেন্টৰ কোৰ্ট, থানা আদি সকলো বৰ্জন কৰি "স্বৰাজ" প্ৰতিষ্ঠা কৰাৰ লগে লগে প্ৰদেশ বিলাকতো প্ৰথমতে স্বৰাজ প্ৰতিষ্ঠাৰ অৰ্থে প্ৰস্তুত হোৱা একোটাহঁত অঞ্চলত খাজানা বন্ধক কেন্দ্ৰ কৰি স্ব-ৰাজ্য প্ৰতিষ্ঠা কৰিব আৰু ক্ৰমে সেইদৰে গোটেই ভাৰত জুৰি স্বৰাজ্য প্ৰতিষ্ঠা সম্পূৰ্ণ কৰা হব এবছৰৰ ভিতৰত। এই উদ্দেশ্যে এদল অহিংসা ধৰ্মী, নৈতিক শক্তিত বলীয়ান, কষ্ট সহিষ্ণু, অদম্য সাহসী, নিৰ্ভীক স্বেচ্ছা সেৱক বাহিনী সংগঠন টিয়ক আৰু আমগুৰি থানাৰ একাংশ গাঁৱত স্বৰাজ্য প্ৰতিষ্ঠাৰ লক্ষ্যৰে প্ৰস্তুত কৰা হৈছিল। আগতে উল্লেখ কৰি অহা হৈছে যাদৱ প্ৰসাদ চলিহা-দেৱক শিৱসাগৰত স্বেচ্ছাসেৱক বাহিনী গঠনৰ দায়িত্ব ভাৰ দিয়া হৈছিল। গান্ধীজীয়ে বাৰংবাৰ সাৱধান কৰি কৈছিল—সকলো কাম পূৰ্ণ অহিংসভাৱে কৰিব লাগিব, হিংসাত্মক কাৰ্য্য যাতে নহয়।

টিয়ক পুলিচ থানাকে কেন্দ্ৰ কৰি শিৱসাগৰৰ জাঁজী, গড়মূৰ এই অঞ্চলতো খাজানা বন্ধ আদি কৰি সকলো কৰ -কাটল বন্ধৰ কাৰণে গাঁৱে গাঁৱে সংগঠনৰ কাম ব্যাপক ভাৱে আৰম্ভ হয়। গান্ধীজীয়ে গুজৰাটৰ "বৰদলিত" "স্বৰাজ" ঘোষণাৰ লগে লগে ভাৰতৰ এনে ধৰণৰ নিৰ্বাচিত বিভিন্ন থানা, তালুক অঞ্চলতো খাজানা-বন্ধ আৰু স্বৰাজ্য ঘোষণা আৰম্ভ কৰি ক্ৰমে প্ৰসাৰতা বৃদ্ধি কৰি সৰ্বভাৰত সামৰি পেলায়। অসমত এনে এলেকা ১৪ টা নিৰ্ব্বাচন কৰা হৈছিল। তাৰে এটা আছিল যোৰহাট জিলাৰ টিয়ক থানা আৰু শিৱসাগৰৰ আমগুৰি, জকাইচুক, ম'বা বজাৰ আদি একাংশ মৌজা। গতিকে টিয়কত গোৰ্খা ফৌজৰ এটা শিবিৰ স্থাপন কৰি মানুহক জোৰ-জুলুম, স্থাৱৰ-অস্থাৱৰ সম্পত্তি ক্ৰোক কৰি নীলাম কৰি খাজানা, পাইকাৰী জৰিমনা আদায়, গ্ৰেপ্তাৰ-ফাটেক দিয়া অভিযান আৰম্ভ কৰে অসম চৰকাৰে। গাঁৱে গাঁৱে গোৰ্খা সৈন্যৰ ফ্লেগ মাৰ্চ, ভয় আতঙ্কৰ সৃষ্টি, আনহাতে এটা গোৰ্খা সৈন্যৰ পল্টনে গৌৰী সাগৰত শিবিৰ পাতি মুখ্য লোক সকলক ধৰি নি সোধ-পোচ আৰু সাৱধান বা ৫০.০০ (পঞ্চাছ) টকা কৰি জৰিমনা কৰে। এটা দলে বলিয়াঘাটেদি পাৰ হৈ ফ্লেগ মাৰ্চ কৰি যাওঁতে বলিয়াঘাটৰ বাঘৰচুকত সজা পঞ্চায়ত কংগ্ৰেছ অফিছ জুই দি ধ্বংস কৰি কোৰঁৰপুৰ মৌজাৰ মাজেদি শিৱসাগৰৰ ফালে যায়।

আগতে উল্লেখ কৰি অহা হৈছে শিৱসাগৰ জিলা কংগ্ৰেছৰ সাধাৰণ সম্পাদক, ভুৱন চন্দ্ৰ গগৈ, আৰু যাদৱ চলিহা ভলণ্টিয়াৰ অধিনায়ক। এওঁলোক দুয়ো ছাত্ৰ কালৰ পৰাই বন্ধু আছিল। ভুৱন চন্দ্ৰ গগৈ কলেজত পঢ়োঁতে কলিকতাৰ খ্যাতনামা ফুটবল খেলুৱৈৰ দল মোহন বাগানৰ এজন খ্যাতনামা ফুটবল খেলুৱৈ হিচাপে বিখ্যাত হৈ পৰিছিল। তেওঁ ১৯১৮ চনত বকতা মৌজাৰ হাবি জংঘলেৰে ভৰা "পাটসাঁকো" গাঁৱত ৰাইজৰ সহযোগত এখন স্কুল খোলে। সাধাৰণ শিক্ষাৰ লগতে কাৰিকৰী শিক্ষা, কাঠমিস্ত্ৰী, বাঁহ-বেতৰ কাম ইত্যাদিৰো শিক্ষা দিছিল। যাদৱ চলিহাদেৱে এনে ধৰণৰ শিক্ষা পদ্ধতিৰ প্ৰতি গুৰুত্ব দিছিল। তেওঁ গগৈদেৱক যথেষ্ট সহায় কৰিছিল।

অসহযোগ আন্দোলনত দুয়ো শিৱসাগৰৰ গাঁৱে-ভূঞে কংগ্ৰেছ কমিটি গঠন, খাদী কেন্দ্ৰ প্ৰতিষ্ঠা, ভলণ্টিয়াৰ দল গঠনৰ কামত চাইকেলেৰে আৰু বহুভাগ খোজ কাঢ়ি ফুৰিছিল। তেওঁ লোক দুয়োকো কাঁড়ীগাঁও, বলিয়াঘাট, ন-কাটনি ইত্যাদিৰ সভাত দেখা পাইছিলো। যাদৱ প্ৰসাদ চলিহাদেৱক পুনাৰাম গগৈ আদি কৰ্মীৰ লগত ভলণ্টিয়াৰ সংগ্ৰহ আৰু বলিয়াঘাট বাঘৰচুক কংগ্ৰেছৰ ওচৰতে নৰা-বাঁহ আদিৰে সজা ভলণ্টিয়াৰ প্ৰশিক্ষণ শিবিৰলৈ সততে অহা যোৱা কৰা দেখা পাইছিলো আমি।

যাদৱ প্ৰসাদ চলিহাদেৱক ১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত গ্ৰেপ্তাৰ কৰে। বে-আইনী অনুষ্ঠানৰ কাৰ্য্যকাৰক আৰু কাম কৰা অভিযোগত (U/S-১০৮ ধাৰা) ঘৰ খানা তালাছ কৰে - ভলন্টিয়াৰ সংক্ৰান্ত কাগজ-পত্ৰ আদি বাজেয়াপ্ত কৰে। বিচাৰত ৫০০ টকা জৰিমনা কৰে—অনাদায়ত ছমাহ (বিনাশ্ৰম-S-I) ফাটেক দিয়ে আৰু যোৰহাট জেললৈ স্থানান্তৰিত কৰে।

সেই যুগত জেল আছিল যক্ষপুৰীৰ নৰক। জেলত ভৰ্ত্তি হোৱাৰ লগে লগে নিজৰ পোছাক সলাই থৈ জেলৰ পোছাক পিন্ধিব লাগে। ক'লা আঁক থকা ডাঠ, খহটা হাফপেন্ট, হাতখঁৰা জেপ নথকা চুটি ক'লা আঁক থকা খহটা ডাঠ পাঞ্জাবী। সম্পত্তি হাফপেন্ট দুটা, হাতচুটি দুটা পাঞ্জাবী, এখন ডাঠ গামোছা, এখন বহল ২১/২ ফুট দীঘল ডাঠ বিচনা চাদৰ, দুখন ক'লা কম্বল আৰু এটা গাৰু। আঁঠুৱা দিয়া হোৱা নাছিল। সাধাৰণতে সৰু জেল বিলাকত মাটিৰ কিছুমান লাইন পতা ওখ বহল ২১/২ ফুট দীঘল ৫১/২ ফুট ঢাপ থাকে, ঘৰৰ ভিতৰত শুবৰ কাৰণে। খাবলৈ এটা ডাঙৰ লোহাৰ বাটি আৰু এটা ডাঙৰ মগ, পানী খাবলৈ। নিয়ম আৰু শাস্তি আছিল কঠোৰ। সাধাৰণ কয়দীৰ দৰে ৰাজনৈতিক বন্দী বিলাকে থকা খোৱা কাম একে ধৰণে কৰিব লাগে। ঢেঁকী দিয়া, বাগানত কোৰ মৰা, ঘানি টনা, শিলভঙ্গা ইত্যাদি কাম ৰাজনৈতিক বন্দী বিলাকেও কৰিব লাগিছিল। খোৱা আছিল জঘন্য। ৰাতিপুৱা ধান তুঁহেৰে ভৰা মাৰভাত খাবলৈ দিয়ে। দুপৰীয়া চাৰি ছটাক চাউলৰ ধান থকা ভাত, মচুৰ মাহ বা অইন মাহৰ এক কোৰোকা পানীময় দাইল, বনৰীয়া কচু, লাউ, বন্ধা কবিৰ পাত আদিৰ এখন ভাজি ইত্যাদি। সপ্তাহত এদিন মাছ বা মাংসৰ গোন্ধ দিয়া হয়, অৰ্থাৎ মাংস বা মাছৰ পানীময় জোল। পাইখানা ইত্যাদিৰ দুৰবস্থা আছিল। অতি জঘন্য দুৰ্গন্ধময়। এনে এটা পৰিস্থিতিৰে আছিল জেল।

যাদৱ চলিহা দেৱে ৬ মাহ জেল খাটি যেতিয়া ওলাই আহিছিল তেতিয়া কেউ ফালে অৱসাদ। কাৰণ তেওঁ জেললৈ যোৱাৰ দুসপ্তাহমানৰ পাছতে যুক্ত প্ৰদেশৰ "চৌৰী চৌৰা" নামে এখন সৰু চহৰত জনতাই পুলিচক খেদি নি ঘৰৰ ভিতৰত সুমুৱাই দুৱাৰ বন্ধ কৰি জুই লগাই পুৰি মাৰে। গান্ধীজীয়ে এনে হিংসাত্মক ঘটনাৰ কাৰণে জনসাধাৰণ স্বৰাজৰ কাৰণে উপযুক্ত হোৱা নাই বুলি অসহযোগ আন্দোলন বন্ধ কৰি দিয়ে। এই কাৰণতে যাদৱ চলিহা জেলৰ পৰা ওলাই আহি কেউফালে অৱসাদ দেখিছিল। তেওঁৰ লগৰ ভুৱন চন্দ্ৰ গগৈ, দুৰ্গাধৰ বৰুৱা প্ৰমুখ্যে নেতা বিলাক তেতিয়াও জেলত আছিল। তেওঁ পুনৰ বনমালী বাগানৰ কামত ব্যস্ত হৈ পৰে। কিন্তু তেওঁৰ ওপৰত দায়িত্ব পৰিল আকৌ কংগ্ৰেছ খন জীৱিত কৰাৰ। ইতিমধ্যে ১৯২৩ চনত বহা গয়া কংগ্ৰেছত কংগ্ৰেছ দুভাগ হৈ পৰে। বিশেষ কৈ সৰহসংখ্যক বুদ্ধিজীৱী শ্ৰেণীয়ে পুনৰ প্ৰদেশৰ বিধানসভাৰ কাউন্সিল, কেন্দ্ৰীয় এছেম্বলী, লোকেল ব'ৰ্ড, পৌৰনিগম ইত্যাদিৰ সভ্য হৈ, বিৰোধী দল হৈ কাম কৰা এটা প্ৰস্তাৱ চিত্তৰঞ্জন দাস, মতিলাল নেহেৰু প্ৰমুখ্যে নেতাসকলে দাঙি ধৰে। আনহাতে এটা বুজন সংখ্যক কৰ্মী দলে গঠনমূলক কামত আত্মনিয়োগ কৰি দেশক পুনৰ স্বাধীনতা সংগ্ৰামৰ অৰ্থে প্ৰস্তুত কৰা শ্ৰেয় বুলি ভাবিছিল। মতিলাল নেহেৰু; চিত্তৰঞ্জন দাস প্ৰমুখ্যে নেতা সকলে কংগ্ৰেছৰ পৰা ফাটি "স্বৰাজ্য" দল গঠন কৰে।

১৯২৬ চনত যি অসম কাউন্সিলৰ নিৰ্ব্বাচন হৈছিল, সেই নিৰ্ব্বাচনত স্বৰাজ্য দলে কাউন্সিলৰ প্ৰাৰ্থী দিছিল। শিৱসাগৰত যাদৱ চলিহাৰ ককাইদেৱেক তাৰা প্ৰসাদ চলিহাই স্বৰাজ্য দলত যোগ নিদি তেওঁ স্বতন্ত্ৰ প্ৰাৰ্থী হিচাবে থিয় হয় আৰু কৰ্মযোগী ভুৱন চন্দ্ৰ গগৈ দেৱ প্ৰাৰ্থী থিয় হয়। শিৱসাগৰ কংগ্ৰেছ বিমোৰত পৰিল। কাৰণ যাদৱ চলিহাৰ গোটেই পৰিয়ালটোৱে সম্পূৰ্ণ হিচাবে স্বাধীনতা সংগ্ৰামত অংশ গ্ৰহণ কৰিছিল আৰু কংগ্ৰেছৰ কামত যথেষ্ট আগভাগ লৈ আহিছিল। ভুৱন চন্দ্ৰ গগৈ-দেৱ এজন নিৰ্য্যাতিত কংগ্ৰেছ নেতা। গতিকে কংগ্ৰেছৰ ফালৰ পৰা প্ৰাৰ্থী থিয় নকৰিলে। আনহাতে

যাদৱ চলিহাৰ ককায়েকক সহায় কৰিব লগা হৈছিল নিৰ্ব্বাচনত। ইয়াৰ পিছত অসম কংগ্ৰেছে গঠন কৰা (১৯২৪) কানি তদন্ত কমিটিত যাদৱ চলিহাই যথেষ্ট ৰকমৰ তথ্য আদি সংগ্ৰহ কৰাত সহায় কৰিছিল। অসমজ্ঞান ৰোহিণী হাতী বৰুৱা, দীনবন্ধু এণ্ড্ৰুজ, অমিয় কুমাৰ গঁগেয়ে বিশেষকৈ বকতা খালৈ ঘোগোৰা, মাহমৰা, শিলাকুটি—এই অঞ্চলবোৰত কানি বন্ধ কৰোঁতে বনমালী বাগানকে কেন্দ্ৰ কৰি তথ্য সংগ্ৰহ কৰিছিল। শিৱসাগৰৰ ক'ত কানিৰ বেছি প্ৰচলন হৈছিল এই বিলাকৰ তথ্য সংগ্ৰহ কৰাত সহায় কৰিছিল তদন্ত কমিটিৰ সভ্য সকলক।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছতো অভ্যৰ্থনা সমিতিৰ সভ্য ভৰ্ত্তি, দান-বৰঙণি তোলা ইত্যাদিত যাদৱ প্ৰসাদে যথেষ্ট ৰকমৰ সহায় কৰিছিল আৰু নিজেও পাণ্ডু কংগ্ৰেছৰ সময়ত গুৱাহাটীত থাকি সহায় আগবঢ়াইছিল। কৰ্মপ্ৰাণ ভুৱন চন্দ্ৰ গঁগে দেৱৰ অসম পলিটেকনিকৰ এটা ছাত্ৰ সেৱক দল পাণ্ডু কংগ্ৰেছলৈ অনাৰ অহা যোৱা থকা খৰচ আদিৰ বাবদ যাদৱ চলিহাই সৰহভাগ বহন কৰিছিল।

১৯২৯ চনত অসম কাউন্সিলৰ পুনৰ নিৰ্ব্বাচন হৈছিল। এই নিৰ্ব্বাচনত শিৱসাগৰ কংগ্ৰছে উকীল লক্ষ্মীকান্ত বৰুৱাক কংগ্ৰেছ প্ৰাৰ্থী হিচাবে থিয় কৰায়, আনহাতে তাৰা প্ৰসাদ চলিহা—তেওঁ আগতেও সভ্য আছিল—তেওঁ আকৌ এই নিৰ্ব্বাচনত স্বতন্ত্ৰ প্ৰাৰ্থী হিচাবে থিয় হয়। যাদৱ চলিহা এফালে কংগ্ৰেছ আনফালে ককাইদেৱেক। কাক সমৰ্থন কৰিব এই লৈ এটা প্ৰশ্ন উঠিছিল। কিন্তু তেওঁ এটা মধ্যপথ লৈ এই সমস্যাৰ সমাধান কৰে।

১৯৩০ চনৰ আইন অমান্য আন্দোলনতো তেওঁ সক্ৰিয়ভাৱে যোগ দিয়ে। তেওঁৰ ভায়েক গুৰু প্ৰসাদ চলিহাকো গ্ৰেপ্তাৰ কৰি ছয় মাহ জেল দিছিল। আনহাতে তেওঁলোকৰ সৰু ভায়েক অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই কলিকতাৰ চিটি কলেজ বৰ্জন কৰি আন্দোলনত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল।

প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিয়ে নিজৰ গ্ৰেপ্তাৰ আৰু ফাটেক হোৱাৰ সময়ত যাদৱ প্ৰসাদ চলিহাকে অসম প্ৰাদেশিক কংগ্ৰেছৰ দ্বিতীয়জন ডিক্টেটৰ হিচাবে মনোনীত কৰি গৈছিল। চলিহা শিৱসাগৰৰ বিভিন্ন গাঁৱে গাঁৱে প্ৰচাৰ আৰু সংগঠনৰ কামত ভলণ্টিয়াৰ দল লৈ স্বাধীনতা সঙ্গীত গোৱা, শোভাযাত্ৰা সভা-সমিতি, কংগ্ৰেছ কমিটি গঠন, সূতা কটা কেন্দ্ৰ স্থাপন, বিলাতী কাপোৰ বৰ্জন, কানি দোকানত পিকেটিং আদিৰ সংগঠনত ব্যস্ত হৈ পৰিছিল। ১৯৩১ চনৰ ২৬ জানুৱাৰীত যি সভা হৈছিল, সেই সভাত স্বাধীনতা সংকল্পৰ পতাকা উত্তোলনত সেই সংকল্পটো তেওঁ পাঠ কৰিছিল। কাৰণ সেই সময়ত সভা পাতি স্বাধীনতা পতাকা উত্তোলন আৰু সংকল্পৰ প্ৰস্তাৱ লোৱাটো গৱৰ্ণমেণ্টে নিষিদ্ধ কৰিছিল।

১৯৩০/৩১ চনত তেখেতে প্ৰাদেশিকৰ 'ডিক্টেটৰ' হিচাবে গোলাঘাট, বৰজান ইত্যাদি বিভিন্ন সভা, শোভা যাত্ৰাত যোগদান কৰিছিল আৰু ভলণ্টিয়াৰ আদি সংগ্ৰহৰ কাৰণে ময়ো তেখেতৰ লগত এবাৰ ঢেঁকীয়াখোৱা আৰু এবাৰ টিয়কৰ কোনো এখন সভালৈ গৈছিলো। শিৱসাগৰ মেলাচকৰ বিলৰ পাৰত তেখেত সকলৰ মাটিতে ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত হাইস্কুল ত্যাগ কৰি অহা ল'ৰা বিলাকৰ কাৰণে এখন হাইস্কুল প্ৰতিষ্ঠা কৰিছিল। সোণাৰাম দত্ত প্ৰধান শিক্ষক আছিল। এই কামত যাদৱ চলিহাৰ বৰঙণি আছিল উল্লেখযোগ্য। স্কুল পৰিচালনা কমিটিৰ তেখেত অন্যতম মুখ্য সভ্য আছিল। যাদৱ চলিহা, তেখেতৰ বন্ধু ভুৱন চন্দ্ৰ গঁগেৰ অসম পলিটেকনিক ইন্সটিটিউটৰ এজন প্ৰধান পৃষ্ঠপোষক আছিল। এই স্কুলখন ভুৱন চন্দ্ৰ গঁগেয়ে ১৯২১ চনত জেললৈ যাওঁতে পাটসাঁকোৰ অৱস্থা বেয়া দেখি এটা শাখা কুঁজিবালিলৈ আনে — যাদৱ চলিহা আৰু অন্যান্যৰ

পৰামৰ্শমতে। মোৰ মনত থকা মতে ১৯২৬ চনত শিৱসাগৰত এখন ডাঙৰ কৃষি প্ৰদৰ্শনী হৈছিল। তাৰাপ্ৰসাদ চলিহা চেয়াৰমেন আৰু ভুবন চন্দ্ৰ গগৈ সম্পাদক আছিল। প্ৰদৰ্শনীখন হৈ যোৱাৰ পাছত কুঁজিবালিৰ পৰা স্কুলখন আনি এই প্ৰদৰ্শনী পতা ঠাইতে প্ৰতিষ্ঠা কৰে — য'ত আজিও এই স্কুল খন আছে। ইয়াৰ উপৰি আৰু বিভিন্ন কামত সহায় কৰি আহিছিল।

১৯৩৪ চনত গান্ধীজী হৰিজন আন্দোলন সম্পৰ্কত শিৱসাগৰলৈ আহোঁতে তেখেতসকলৰ ঘৰতে আছিল। বিমলা প্ৰসাদ চলিহাই এটা নতুন যঁতৰ সাজিছিল — গান্ধীজীয়ে চাই সন্তোষ প্ৰকাশ কৰিছিল। অসম হৰিজন সংঘৰ সভাপতি হয় গড়মূৰৰ সত্ৰাধিকাৰী শ্ৰীশ্ৰী পীতাম্বৰ দেৱ গোস্বামী-দেৱ, সম্পাদক আছিল দেৱেন শৰ্ম্মা। মুখ্য অফিচ শিৱসাগৰৰ মেলাচকৰৰ মুক্তিযোদ্ধা, খ্যাতনামা চাহ খেতিয়ক, প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ ঘৰত। বনুৱা বস্তিত এই সংঘৰ যোগে পাছপৰা পূব সমষ্টিৰ বাগানৰ আশে পাশে এঘাৰখন স্কুল খোলা আৰু চলোৱা কাৰ্যত যাদৱ প্ৰসাদ চলিহাদেৱে কেৱল আৰ্থিক সাহায্যই দিয়া নহয়, খা-খবৰো সততে লৈছিল।

১৯৩৫ চনত প্ৰাদেশিক স্বায়ত্ব শাসনৰ ঘোষণা আৰু সেই অনুসৰি ভোটাৰ তালিকা, সমষ্টি নিৰ্দ্ধাৰণ আদি কাম সম্পূৰ্ণ কৰি ১৯৩৭ চনৰ জানুৱাৰী মাহত প্ৰাদেশিক বিধান সভাৰ নিৰ্ব্বাচন পাতে। কংগ্ৰেছে এই নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিব নে নকৰে এই লৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিতো বহুতো তৰ্কাতৰ্কি আৰু আলোচনা হয়। সৰ্বশেষত কংগ্ৰেছে প্ৰাৰ্থী থিয় কৰাটো হে সিদ্ধান্ত কৰে। অসম বিধান সভাৰ কাৰণেও অসম প্ৰাদেশিক কংগ্ৰেছে, জিলা কংগ্ৰেছ কমিটি বিলাকক প্ৰাৰ্থী বাছি প্ৰাদেশিক কংগ্ৰেছলৈ পঠাবৰ কাৰণে নিৰ্দেশ দিছিল।

শিৱসাগৰত দুটা সমষ্টি আছিল। এটা পূব সমষ্টি আৰু আনটো পশ্চিম সমষ্টি। পূব সমষ্টিত কংগ্ৰেছ সংগঠন দুৰ্বল আছিল, কিন্তু পশ্চিম সমষ্টিত কংগ্ৰেছ সংগঠন ১৯২১ চনৰ পৰাই সবল আছিল। দুজন প্ৰাৰ্থী মনোনীত হয়— এজন ভুবন চন্দ্ৰ গগৈ, আনজন যাদৱ প্ৰসাদ চলিহা। পূব সমষ্টিত যাদৱ প্ৰসাদ চলিহা আৰু পশ্চিম সমষ্টিত ভুৱন চন্দ্ৰ গগৈক দিয়া বাবে এক সংখ্যক কংগ্ৰেছৰ নেতা আৰু কৰ্ম্মীয়ে আপত্তি কৰিছিল। আনহাতে যাদৱ প্ৰসাদ চলিহা দেৱৰ বিধান সভাৰ কাৰণে প্ৰাৰ্থী হোৱাৰ একেবাৰে ইচ্ছা নাছিল। কিন্তু অৱস্থাৰ পৰিপ্ৰেক্ষিতত তেওঁৰ বাহিৰে পূব সমষ্টিৰ কাৰণে উপযুক্ত প্ৰাৰ্থী নাছিল। বিৰোধিতা কৰা সকলে পূব সমষ্টিত ভুৱন চন্দ্ৰ গগৈ আৰু পশ্চিম সমষ্টিত যাদৱ প্ৰসাদ চলিহা দেৱক দিয়াহে উচিত বুলি কৈছিল। আনহাতে ভুৱন চন্দ্ৰ গগৈয়ে পূব সমষ্টিত নুঠে। তেওঁক পশ্চিম সমষ্টিত লাগে। এই লৈ কংগ্ৰেছ বিমোৰত পৰে। পূব সমষ্টিত দিয়াতো যাদৱ চলিহা দেৱে আপত্তি কৰা নাছিল। ভুৱন চন্দ্ৰ গগৈ সেই সময়ত জিলা কংগ্ৰেছৰ সভাপতি আছিল আৰু মই সম্পাদক আছিলো। ভুৱন গগৈয়ে নিজা সমষ্টিত ব্যস্ত থাকিব, গতিকে পূব সমষ্টিত যাদৱ চলিহাক সহায় কৰিব নোৱাৰিব। সেই কাৰণে মোক, প্ৰিয় বৰুৱা আদি মুখ্য কৰ্মী সকলক পূৰ্ণভাৱে পূব সমষ্টিত কাম কৰিবৰ কাৰণে নিৰ্দেশ দিয়ে। যাদৱ চলিহাদেৱে বাগান আদি ব্যৱসায়ৰ কামৰ কাৰণে সমষ্টিত সততে ঘূৰিব নোৱাৰিব আৰু খা-খৰচৰ হিচাবো ৰখাৰ অসুবিধা হব। সেই কাৰণে মোকে তেখেতৰ নিৰ্ব্বাচনৰ এজেন্ট অৰ্থাৎ পৰিচালনা আৰু ব্যয়ৰ হিচাব আদি চৰকাৰক দিয়াৰ দায়িত্ব দিয়ে। যাদৱ চলিহা দেৱে প্ৰচাৰ কাৰ্য্যৰ কাৰণে এখন বিৰাট পুৰণা ৰঙা ৰঙৰ চেভ্ৰোলেট গাড়ী আমাক দিছিল। গাড়ী খন চলে, কিন্তু মাজে মাজে অচল হয়, ৫/৬ জন মানুহে ঠেলিব লাগে। গাড়ীখনৰ এটা লাইট সম্পূৰ্ণ বেয়া। আনটো লাইটৰো মাজে মাজে গণ্ডগোল হয়। প্ৰায়েই ৰাতি চলাব নোৱাৰি।

ডিম্বেশ্বৰ কোঁৱৰ নিতাই পুখুৰীৰ এজন প্ৰাক্তন মৌজাদাৰ আছিল। চেৰেকাপাৰৰ পীতাম্বৰ গগৈ

কোৰঁৰপুৰ ম'ৰা বজাৰৰ দেওধাই গাঁৱৰ তাহীৰাম কোৰঁৰ বৈৰাগী, আহোম সমাজত প্ৰভাৱ থকা দুজন ব্যক্তি। ভুৱন গগৈয়ে এইদৰে কেইজন মান প্ৰভাৱশালী লোকক আমাৰ লগত দিয়ে। সেই গাড়ীতে তেখেত সকলক তুলি লৈ বিশেষকৈ খালে ঘোগোৰা, মাহমৰা, অভয়পুৰ, সাপেখাটী, বৰুৱাচালী ইত্যাদি বিভিন্ন গাঁৱত এখেত সকলক লগত লৈ নিৰ্ব্বাচনৰ প্ৰচাৰ কাৰ্য্য চলোৱা হৈছিল। ৰাতি লাইটৰ অসুবিধাৰ কাৰণে এজনে এটা ডাঙৰ "পেট্ৰোমেক্স" লাইট গাড়ীৰ আগত বহুৱাই লৈ কেতিয়াবা ৰাতি যাব লগীয়া হৈছিল। কেতিয়াবা এনেও হয় — আমাৰ দলটোৰ দুই এজন হঠাৎ নাইকিয়া হয়। চাইকেল লৈ ভুৱন গগৈক খবৰ দিয়া হয়। গগৈদেৱে ক'ত আছেগৈ তেওঁলোক খা-খবৰ কৰি পুনৰ লৈ আহি আমাক চমজাই দিয়েহি। যাদৱ চলিহা দেৱ মাজে মাজে আমি আয়োজন কৰা ডাঙৰ সভা সমিতিলৈ আহিছিল আৰু প্ৰচাৰ কাৰ্য্যত দুই চাৰি দিন ঘূৰা-মেলাত সহায় কৰিছিলহি। প্ৰধান প্ৰতিদ্বন্দ্বী আছিল যোগেন্দ্ৰ নাথ বুঢ়া গোঁহাই। নিৰ্ব্বাচনৰ ভোট লোৱাৰ কেইদিন মানৰ আগত মাঘ বিহুৰ আগৰ পৰা দিনত আৰু মেজিৰ দিনা দিনে ৰাতিয়ে বিভিন্ন গাঁৱলৈ চলিহাদেৱ আৰু আমি দল পাতি গৈছিলো। আমাৰ আছিল পদ যাত্ৰা। য'ত য'ত মেজি সাজিছিল পুহমহীয়া জাৰত পথাৰৰ মাজে মাজে জোৰ লৈ গৈছিলো। কেতিয়াবা উজুটিও খাইছিলো, কিন্তু তেও ক্লান্তিবোধ কৰা নাছিলো। দেখিছিলো তেওঁ এজন কষ্টসহিষ্ণু ব্যক্তি। মাজে মাজে কিন কিনিয়া বৰষুণত মূৰত কলপাত লৈ গৈছিলো। মেজিৰ দিনা মোদক অলপ লৈ গৈছিল। মাজে মাজে অলপ খায় আৰু আমাকো দিয়ে "খোৱা অলপ"। বিহুৰ দিনাও তেওঁ বিভিন্ন গাঁৱলৈ খোজ কাঢ়িয়েই গৈছিল। তেওঁ আছিল নিস্পৃহ। জিকা নিজিকা এই বিষয়ত তেওঁ নিৰ্বিকাৰ। বিপুল ভোটত তেওঁ জয়ী হ'ল। খৰচৰ হিচাব মৱেই দাখিল কৰিব লগীয়া হৈছিল। ৩৪০০ নে কিমান হৈছিল গোটেই পূৰ সমষ্টিত। খৰচৰ ভিতৰত পেট্ৰল আৰু মবিলেই আছিল বেছি।

যাদৱ চলিহাদেৱে অসম বিধান সভাৰ সভ্য হিচাবে বিধান সভাৰ কাৰ্য্যত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা গঠনত তেখেতৰ যথেষ্ট বৰঙণি আছিল। যদিও চাহ খেতিয়ক আছিল কিন্তু কংগ্ৰেছ গৱৰ্ণমেণ্টে চাহবাগানৰ ওপৰত যি নতুন কৰ বহুৱাইছিল, তাক তেখেতে পূৰ্ণ সমৰ্থন কৰিছিল। আৰু ১৯৩৯ চনৰ ৭ নভেম্বৰত শিৱসাগৰত, বৰদলৈ মন্ত্ৰী সভাই পদত্যাগ কৰিব লাগে নে নেলাগে সেই বিষয়ে সিদ্ধান্ত কৰিবৰ কাৰণে, কংগ্ৰেছৰ উৰ্দ্ধতম মহলৰ পৰা যি নিৰ্দেশ আহিছিল, যি প্ৰাদেশিক সভাৰ অনুষ্ঠিত হৈছিল তাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল চলিহাদেৱ, যিহেতু ভুৱন চন্দ্ৰ গগৈ ৰোগ শয্যাত। তেখেতে গান্ধীজী আৰু সুভাষ বসুৰ মতক সমৰ্থন কৰিছিল — অসমৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত বৰদলৈ মন্ত্ৰীসভাই পদত্যাগ কৰা উচিত নহ'ব।

১৯৪১ চনত গান্ধীজীৰ ব্যক্তিগত সত্যাগ্ৰহত তেখেতে যোগ দিয়া নাছিল। ১৯৪২ চনৰ গণ আন্দোলনত তেখেতে যদিও সক্ৰিয় হিচাবে অংশ গ্ৰহণ কৰা নাছিল তেখেতৰ ভায়েক অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা দেৱে সম্পূৰ্ণ অংশ গ্ৰহণ কৰিছিল আৰু ৰাজনৈতিক বন্দী (Security Prisoner) হিচাবে দুবছৰৰো অধিক কাল জেলত আছিল। যাদৱ চলিহা যদিও জেললৈ যোৱা নাছিল, কিন্তু তেখেতে আন্দোলনৰ সহায় সহযোগ আৰু বিশেষকৈ শংকৰ বৰুৱা প্ৰমুখ্যে গুপ্তভাৱে আন্দোলন কৰা নেতা আৰু কৰ্মী সকলক সকলো ধৰণৰ সাহায্য আগবঢ়াই ছিল আৰু আৰ্থিক হিচাবেও সহায় কৰিছিল তেওঁলোকৰ দুই চাৰি পৰিয়ালক।

যাদৱ প্ৰসাদ চলিহা দেৱ এজন সৎ চিন্তাধাৰাৰ লোক আছিল, দুমুখীয়া নাছিল। অৰ্থাৎ মিছা কথা কোৱা ব্যক্তি নাছিল। পৰচৰ্চা কৰাটো তেখেতৰ স্বভাৱ নাছিল, ঘিণ কৰিছিল এনে চৰিত্ৰৰ লোকক। কথা কম কৈছিল আৰু লাহে লাহে কৈছিল। এজন গহীন গম্ভীৰ স্বভাৱৰ লোক আছিল।

১৯৪৫ চনৰ জুন মাহত লৰ্ড ওবাভেলে কংগ্ৰেছ অনুষ্ঠান বে-আইনী কৰাটো উঠাই লয় আৰু প্ৰায় সকলো নেতাকে মুক্তি দিয়ে। প্ৰাদেশিক বিধান সভা বিলাক ভঙ্গ কৰে আৰু নতুনকৈ বিধান সভা নিৰ্ব্বাচনৰ দিন ঘোষণা কৰে। ১৯৪৬ চনৰ জানুৱাৰী মাহত প্ৰাদেশিক নিৰ্ব্বাচন হয়। শিৱসাগৰৰ পূব সমষ্টিত পূৰ্ণানন্দ চেতিয়া আৰু পশ্চিম সমষ্টিত বিমলা প্ৰসাদ চলিহাক কংগ্ৰেছৰ প্ৰাৰ্থী হিচাবে থিয় কৰায়। পূব সমষ্টিত প্ৰাক্তন মন্ত্ৰী সুৰেন্দ্ৰনাথ বুঢ়া গোহাঁই আৰু পশ্চিম সমষ্টিত প্ৰাক্তন বিধান সভাৰ সদস্য যোগেন্দ্ৰ নাথ বুঢ়া গোহাঁইক আহোম সভাৰ ফালৰ পৰা প্ৰাৰ্থী থিয় কৰায়। নিৰ্ব্বাচনৰ প্ৰচাৰ কাৰ্য্যৰ কাৰণে দুয়ো পক্ষই বিভিন্ন ঠাইত সভা সমিতিৰ আয়োজন কৰিছিল আৰু নেতা সকলে সেই সভাত নিজ নিজ দলৰ প্ৰাৰ্থীক সমৰ্থন জনাই বক্তৃতা দিছিল। যাদৱ চলিহাদেৱকো বিভিন্ন ঠাইত কংগ্ৰেছে আয়োজন কৰা সভাত দুই চাৰি ঠাইত বক্তৃতা দিবলৈ অনুৰোধ জনাইছিল। বকতা মৌজাৰ জৰলাটিঙত এখন বিৰাট ৰাজহুৱা সভা হৈছিল। আহোম সভাৰ ফালৰ পৰা থানুৰাম গগৈ, দুৰ্গা গগৈ, পীতাম্বৰ গগৈ আৰু কংগ্ৰেছৰ ফালৰ পৰা যাদৱ প্ৰসাদ চলিহা, আনন্দ বেজবৰুৱা প্ৰিয়নাথ বৰুৱা, পীতাম্বৰ হাজৰিকা (উকিল) ইত্যাদি বিভিন্ন ব্যক্তি সেই সভালৈ গৈছিল। সভাত যাদৱ চলিহা দেৱে বক্তৃতা দি থাকোঁতে থানুৰাম গগৈয়ে এটা প্ৰশ্ন কৰিলে — "১৯৩৮ চনত যি কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা গঠন কৰিছিল — এই মন্ত্ৰী সভা গঠনৰ কাৰণে কংগ্ৰেছ দলে আদৰ্শ পৰিহাৰ কৰি দুৰ্নীতিমূলক কাম — যেনে ছাদুল্লা সমৰ্থক কেই জনমান বিধান সভাৰ সদস্যক ধন আৰু বিভিন্ন ভাৱে প্ৰলোভন দি হস্তগত কৰা, লুকুৱাই ৰখা আৰু মন্ত্ৰী পদৰ আশা দি কংগ্ৰেছ দলক সমৰ্থন কৰোৱা এনে বিলাক কাৰ্য্য কৰা নাছিল জানো? মৌলানা আজাদক কংগ্ৰেছ পাৰ্লিয়ামেন্টৰী ব'ৰ্ডৰ ফালৰ পৰা পঠাইছিল পৰ্য্যবেক্ষক হিচাবে। মৌলানা আব্দুল কালাম আজাদে বৰদলৈ মন্ত্ৰীসভা গঠনত অনুমতি দিয়া নাছিল, কাৰণ তেওঁৰ মতে বৰদলৈয়ে দুৰ্নীতি অৰ্থাৎ ওপৰত উল্লেখ কৰা ধৰণৰ দুৰ্নীতি কাৰ্য্য কৰা কাৰণে। আপুনি সেই সময়ত এজন কংগ্ৰেছৰ এম. এল. এ. আছিল। গতিকে এই কথা বিলাক সঁচা নে মিছা ৰাইজে জানিবলৈ বিচাৰিছে? যাদৱ চলিহাই অলপ থমকি ৰৈ লাহে লাহে ক'লে ..... "কথাটো একেবাৰে অসত্য নহয়। ৰাজনৈতিক ক্ষেত্ৰত অৱস্থাৰ পৰিপ্ৰেক্ষিতত এনে দুই চাৰি আদৰ্শ বিৰোধী কাম কৰিবলৈ বাধ্য হয়। যেনেকৈ মহাভাৰতত সত্যবাদী যুধিষ্ঠিৰে 'অশ্বঃথ্থামা হতঃ ইতি গজঃ' কবলৈ বাধ্য হৈ পৰিছিল। "আহোম সভাৰ প্ৰাৰ্থীৰ সমৰ্থক সকলে হুলস্থুল লগাই দিলে। চিঞৰিবলৈ ধৰে, "চাওক ৰাইজ কংগ্ৰেছে সকলো ধৰণৰ দুৰ্নীতিৰ আশ্ৰয় লয়, ক্ষমতাৰ কাৰণে। আৰু আজিও এনে দুৰ্নীতিৰ কাম কৰিছে, ঘোচ দিছে, মদ খুৱাইছে ইত্যাদি ....।" এনে এটা হুলস্থুলৰ মাজত সভা ভঙ্গ হৈ যায়। কংগ্ৰেছৰ ফালৰ পৰা নিৰ্ব্বাচনৰ সভাত যাদৱ চলিহাক চাই- চিতিহে নিয়াৰ সিদ্ধান্ত কৰা হয়।

চলিহাই অসমৰ থলুৱা বাসিন্দা সকলৰ ভৱিষ্যতৰ বিষয়ে চিন্তা কৰিছিল, আৰু হতাশ হৈছিল থলুৱা বাসিন্দাৰ কৰ্ম বিমুখতা, আলস্যপ্ৰিয়তা, কানি খোৱা, পৰচৰ্চা কৰি সময় বিলাক কটোৱা দেখি। সাধাৰণতে তেওঁ ৰাজহুৱা বক্তৃতাত এই কথা কৈছিল আৰু উদাহৰণ স্বৰূপে লক্ষ্মী পুৰাণৰ কথা কৈছিল। "এসময়ত অসুৰ বিলাক বৰ প্ৰতাপী আছিল। যুদ্ধত দেৱতা সকলক সদায় পৰাজিত কৰিছিল। কিন্তু কালক্ৰমত অসুৰ সকলৰ শক্তি কমি আহিল। অসুৰৰ নেতা সকল বৰ চিন্তিত হৈ পৰিল আৰু তেওঁলোকৰ গুৰু শুক্ৰৰ ওচৰলৈ গ'ল। শুক্ৰই সকলো কথা শুনিলে আৰু ক'লে — অসুৰ সকলৰ শক্তি কমি অহাৰ প্ৰধান কাৰণ হৈছে তেওঁলোকৰ কৰ্মবিমুখতা, আলস্যপ্ৰিয়তা, পৰচৰ্চা, কু-কথা, কুকাৰ্য্য কৰি শক্তি ক্ষয় কৰা আৰু বিশেষকৈ তেওঁলোকে ৰাতি টেঙা দৈৰে ভোজ খায়; আৰু তেওঁলোক কানি প্ৰিয় হৈ পৰিছে। এনে বিভিন্ন কাৰণতে অসুৰ সকলৰ অধঃপতন হৈছে। গতিকে

অসুৰ বিলাকে এই দোষ পৰিহাৰ কৰিব লাগিব। তেতিয়াহ'লে আগৰ শক্তি ঘূৰাই পাব।

গতিকে আজি অসমৰ থলুৱা বাসিন্দা সকলে অসুৰৰ গুৰু শুক্ৰই যি উপদেশ দিছিল সেই উপদেশ বৰ্ত্তমান ক্ষেত্ৰত আমাৰ প্ৰয়োজন হৈ পৰিছে। জাতি হিচাবে প্ৰতিষ্ঠা কৰিবলৈ হ'লে আমি কৰ্মী হব লাগিব। নিষ্ঠাসহ দৃঢ় প্ৰতিজ্ঞ হৈ কাম কৰিলেহে দেশৰ সম্পদ বাঢ়িব, আমাৰ জাতিটো শক্তিশালী হব। হেৰোৱা শক্তি আকৌ আমি লাভ কৰিব পাৰিম।"

তেখেত ৰাজনীতিৰ মানুহ নাছিল। তেখেতৰ উদ্যোগ, কাৰিকৰী কাম আদিত ৰাপ আছিল; আৰু এই ক্ষেত্ৰত কৃতকাৰ্য্যও হৈছিল। ১৯৪২ চনৰ পৰা ভাৰতবৰ্ষত ৰাজনীতিৰ যি খেল আৰম্ভ হৈছিল সেই বিলাকত তেওঁ অংশ গ্ৰহণ কৰা নাছিল। কাৰণ ৰাজনৈতিক ক্ষমতাৰ প্ৰতি তেওঁ আসক্ত নাছিল। তেখেতে অসমত ব্যৱসায় আৰু উদ্যোগ প্ৰতিষ্ঠা আদি বিষয়ত গুৰুত্ব দিছিল আৰু নিজেও যুক্ত হৈছিল আৰু কৃতকাৰ্য্যতাও লাভ কৰিছিল।

১৯৫৮ চনত তেখেতে জালুকবাৰীৰ কংগ্ৰেছৰো কামত খাটিছিল আৰু অভ্যৰ্থনা সমিতিৰ সদস্য হোৱাৰ উপৰি দান-বৰঙণি সংগ্ৰহ কৰি সহায়ো কৰিছিল। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই অসমত ক্ষুদ্ৰ উদ্যোগ প্ৰতিষ্ঠাৰ কাৰণে এখন "স্মল স্কেল ইণ্ডাষ্ট্ৰিজ ডেভেলপমেন্ট বোৰ্ড" (Small Scale Industries Development Board) গঠন কৰিছিল। যাদৱ প্ৰসাদ চলিহা দেৱ চেয়াৰমেন আৰু মই অন্যতম সদস্য আছিলো। দুবছৰ, তিনি বছৰ থাকি দুয়ো হতাশ হৈ পৰিছিলো। ৰঙাফিতাৰ মেৰপাক আৰু উচ্চ বিষয়াৰ স্বাৰ্থপৰ মনোবৃত্তিৰ কাৰণে কামবিলাক আগুৱাই নাযায়। অসমত উদ্যোগ প্ৰতিষ্ঠাৰ কাম আৰম্ভ কৰি অসমীয়া শিক্ষিত ডেকাক কিছুদিন সেই উদ্যোগ পৰিচালনাৰ এজন কৰ্মকাৰ হিচাবে ৰাখি সেই শিল্পৰ দায়িত্ব দিয়াই আছিল এই ব'ৰ্ডৰ লক্ষ্য। কিন্তু তেনে কিবা হোৱাৰ সম্ভাৱনা নেদেখি তেওঁ হতাশ হৈ পৰে আৰু দুয়ো পদত্যাগ কৰো।

মৃত্যুৰ দুবছৰ মান আগতে তেওঁ অসম মেডিকেল কলেজত থকাৰ কথা শুনি মই গৈছিলো, সেই সময়ত কংগ্ৰেছ আৰু অসমৰ ৰাজনীতি ক্ষেত্ৰত ঘটা বিভিন্ন ঘটনাৰ বিষয়ে তেওঁ দুঃখ কৰিছিল, বিশেষকৈ তেওঁ কংগ্ৰেছৰ আদৰ্শ আৰু নৈতিক চৰিত্ৰৰ অৱনতি বাঞ্ছা কৰা নাছিল। তেওঁ কৈছিল যে এতিয়া বিভিন্ন ৰোগে অসমৰ ৰাজনীতি আৰু সামাজিক জীৱনৰ ক্ষেত্ৰত আক্ৰমণ চলাইছে, এক অস্থিৰতাই দেখা দিছে, অসমৰ ভৱিষ্যৎ অন্ধকাৰময় কৰি তুলিছে। এই বিলাক ভাবি-চিন্তি, মনত এক অশান্তি পাইছিল যেন, মই কথা পাতি অনুভৱ কৰিছিলো। ইয়াৰ পিছত ১৯৬৪ চনত তেখেতৰ মৃত্যু হয়।

তেখেত আছিল এজন সৰল আৰু নিষ্ঠাবান নাগৰিক। নিঃস্বাৰ্থ ভাৱে স্বাধীনতা সংগ্ৰামত লাগিছিল আৰু কোনো পদ পদৱীৰ কাৰণে তেখেত লালায়িত নাছিল।

তেখেতৰ জন্ম শত বাৰ্ষিকীত মোৰ ব্যক্তিগত আৰু মুক্তি যুঁজাৰু সম্মিলনৰ তৰফৰ পৰা শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছো।



# বৰ দদাইদেৱৰ সোঁৱৰণিত একাঞ্জলি শ্ৰদ্ধা

## বিপিন পাল দাস

কনৌজৰ এক কায়স্থ পৰিয়ালৰ শ্ৰী ৰাম ৰায় ডাঙৰীয়া সপত্নীক অসমলৈ আহিছিল ষোল শতিকাৰ শেহৰ ফালে। সঠিক তাৰিখ মই নাজানো। বুঢ়া ৰজা সেই সময়ত (১৫৫৯-১৬১৮ চন) অসমৰ স্বৰ্গদেউ। ৰায় ডাঙৰীয়াক স্বৰ্গদেৱে অকল অসমত বসতি কৰিবলৈ সকলো সুবিধা দিয়াই নহয়, 'চলিহা' উপাধিৰে সম্মানিত কৰি প্ৰশাসনীয় কামত নিয়োগ কৰিছিল। দুই তিনি বছৰৰ ভিতৰতে তেখেত দ্বিতীয়বাৰ বিবাহ পাশত আবদ্ধ হয় এগৰাকী অসমীয়া গাভৰুৰ লগত, আহোম সম্প্ৰদায়ৰ উচ্চ বংশৰ ছোৱালী। অসমত বৰ্ত্তমানে যিমানবিলাক 'চলিহা' আছে তাৰ ভিতৰত বেছি ভাগেই শ্ৰীৰাম ৰায় চলিহা আৰু তেখেতৰ অসমীয়া পত্নীৰ বংশধৰ। আগৰ গৰাকীৰ ফালৰ বংশধৰো আছে প্ৰধানকৈ চাৰিং আৰু নাজিৰা অঞ্চলত। তেখেত সকলেও 'চলিহা' লিখে। উনৈশ শতিকাত, দ্বিতীয় গৰাকীৰ ফালৰ পৰা এজন বংশধৰ আছিল কালীপ্ৰসাদ চলিহা ডাঙৰীয়া। তেখেতে বহু কষ্ট কৰি নিজ হাতে মাটি-বাৰী সম্পত্তি গঢ়ি তুলিছিল। চাহ বাগিচাও খুলিছিল তিনিখন।

কালী প্ৰসাদ চলিহা আৰু তেখেতৰ সহধৰ্ম্মিণী নিকুঞ্জলতা চলিহাৰ জ্যেষ্ঠ পুত্ৰ হ'ল তাৰাপ্ৰসাদ চলিহা ডাঙৰীয়া। অতি মেধাবী ছাত্ৰ হোৱা বাবে তেখেতক দেউতাকে বিলাতলৈ পঠাইছিল উচ্চ শিক্ষাৰ কাৰণে। তাৰাপ্ৰসাদৰ লক্ষ্য আছিল আই চি এছ পৰীক্ষা দিয়া আৰু লগতে আইনৰ উচ্চ শিক্ষা লাভ কৰা। আই চি এছ পৰীক্ষাত তেখেতৰ প্ৰতি কিছু অন্যায় কৰা হ'ল আন দুজনমান সেই সময়ৰ লণ্ডনস্থ ভাৰতীয় বিষয়াৰ প্ৰৰোচনাত। বেৰিষ্টাৰী পাছ কৰি তেখেতে ঘৰলৈ ঘূৰি আহিল। সেই সময়ত অসমত তেখেত আছিল বোধকৰোঁ তৃতীয় বেৰিষ্টাৰ, জ্ঞানদাভিৰাম বৰুৱা আৰু তৰুণ ৰাম ফুকনৰ পিচতে। যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়া হ'ল কালীপ্ৰসাদ চলিহাৰ দ্বিতীয় পুত্ৰ। তেখেতৰ তৃতীয় পুত্ৰ গুৰুপ্ৰসাদ চলিহাৰ একমাত্ৰ পুত্ৰ হ'ল বৰ্ত্তমানে ডিব্ৰুগড়ত বসতি কৰা অজিত চলিহা। চতুৰ্থ পুত্ৰ আৰু ল'ৰা-ছোৱালীৰ ভিতৰত সবাতোকৈ কনিষ্ঠ জন হ'ল বিমলা প্ৰসাদ চলিহা, অসমৰ প্ৰাক্তন আৰু আটা ইতকৈ দীৰ্ঘকাল শাসনৰ গাদী অধিকাৰ কৰা মুখ্যমন্ত্ৰী। কালীপ্ৰসাদ চলিহাদেৱৰ জীয়ৰী আছিল পাঁচ গৰাকী। তাৰ ভিতৰত কনিষ্ঠা কন্যা ডঃ নিৰ্ম্মল প্ৰভা চলিহাই (বিমলা চলিহাতকৈ ডাঙৰ) অবিবাহিতা থাকি চিকিৎসা সেৱা আৰু সমাজসেৱাতে নিজৰ জীৱন উছৰ্গা কৰি গ'ল। জোঁৱায়েক সকলৰ ভিতৰত সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱাদেৱৰ বৰপুত্ৰ, প্ৰাক্তন সংসদ সদস্য, এজন আগশাৰীৰ চাহ খেতিয়ক আৰু সংগীত নাটকৰ এজন প্ৰবীণ শিল্পী প্ৰফুল্ল চন্দ্ৰ বৰুৱাক নজনা মানুহ অসমৰ বয়সস্থ সকলৰ মাজত নাই। চলিহা পৰিয়ালৰ লগত প্ৰফুল্ল বৰুৱাৰ আন এটা সম্বন্ধ হ'ল যে তেখেতৰ নুমলীয়া ভনী কনকলতাক বিয়া দিছিল তাৰা প্ৰসাদ চলিহাৰ লগত।

বংশ পৰিয়ালৰ পৃষ্ঠভূমিত এইটোৱেই হ'ল যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়াৰ খুব চমু পৰিচয়। ১৯৩৪ চনত মোৰ পিতাদেৱৰ চাকৰি আছিল শিৱসাগৰত আৰু মই সপ্তম মান শ্ৰেণীত পঢ়োঁ। চলিহা ডাঙৰীয়াই সেই সময়ত তেখেতৰ ভাগত পৰা কৰঙ্গাণী চাহ বাগিচা খন চলায়। এবাৰ তেখেতৰ বাগিচাৰ এজন বিষয়াৰ পৰিয়ালৰ লগত মই গৈছিলো কৰঙ্গাণী বাগিচা চাবলৈ গৰু গাড়ীত

উঠি। পথটো আছিল ধূলিময় আৰু খলাবমা আৰু বাগিচাৰ চাৰিওফালে জংঘল। কেতিয়াবা বাঘো ওলাইছিল। সেই তেতিয়াই মই যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়াক প্ৰথম দেখিছিলো আৰু তেখেতৰ বিষয়ে দুই এটা কথা জানিব পাৰিছিলোঁ। পিচত মই যোৰহাটত দশম মান শ্ৰেণীত পঢ়ি থকা কালৰ পৰা চলিহা ডাঙৰীয়াৰ ভাগিন•স্নাৰু মোৰ সহপাঠী ধীৰেন্দ্ৰনাথ বৰবৰা হৈ পৰিছিল মোৰ এজন অন্তৰঙ্গ বন্ধু। ধীৰেনৰ পৰা চলিহা ডাঙৰীয়া আৰু চলিহা পৰিয়ালৰ বিষয়ে মই বহু কথা জানিব পাৰিছিলো। মই কলিকতাৰ প্ৰেচিডেন্সি কলেজত পঢ়ি থকা কালত দেখিছিলো চলিহা ডাঙৰীয়াই ইতিমধ্যে কলিকতাত নিজৰ ঘৰ-বাৰী কৰি লৈছিল আৰু চাহ ব্যৱসায়ৰ উপৰি সেই চহৰতে এটা কাৰখানা খুলিছিল। কলিকতাৰ এ এছ এল ক্লাবৰ (কলিকতাবাসী অসমীয়া সকলৰ ঐতিহ্যমণ্ডিত সামাজিক অনুষ্ঠান) বিহু আদি উৎসৱবিলাকত তেখেতক বেছি ওচৰৰ পৰা দেখিছিলো। ১৯৪৬ চনত আমি অসমত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টী গঠন কৰাৰ পাচত কলিকতালৈ যাওঁতে তেখেতৰ ঘৰলৈ দুবাৰ মান গৈছিলোঁ চান্দা বিচাৰি আৰু তেখেতে মুক্তহস্তে আমাৰ দলৰ কাৰণে দান দিছিল। সেই তেতিয়াই কথা বতৰা পাতোঁতে তেখেতৰ উচ্চ মন, উদাৰ হৃদয়, আৰু অতি অমায়িক আচাৰ ব্যৱহাৰে মোক মুগ্ধ কৰিছিল আৰু মোৰ মনত তেখেতৰ প্ৰতি গভীৰ শ্ৰদ্ধা গঢ়ি উঠিছিল। এজন পুঁজিপতি আৰু গোড়া গান্ধীবাদী কংগ্ৰেছৰ নেতাই সেই সময়ত অতি উগ্ৰ বুলি জনাজাত সমাজবাদী দলক এইদৰে বৰঙণি দিয়াটো বৰ সাধাৰণ কথা নাছিল। ১৯৪৮ চনত তাৰাপ্ৰসাদ চলিহা ডাঙৰীয়াৰ নুমলীয়া জীয়ৰী আৰতিৰ লগত মোৰ বিয়া সম্পন্ন হৈ যোৱাৰ পাচতহে বৰ দদাইদেউ যাদৱ প্ৰসাদ চলিহাৰ লগত মোৰ সম্পৰ্ক আৰু পৰিচয় ঘনিষ্ঠ হৈ উঠিল। শহুৰ দেউতাক মই বেছি দিন নাপালোঁ। আমাৰ বিয়াৰ দুসপ্তাহমান পাচতে তেখেত স্বৰ্গগামী হ'ল। পিচত তেখেতৰ অতি মূল্যবান ব্যক্তিগত পুথিভঁৰালটোত সোমাইহে বুজিছিলো তেখেতৰ দাৰ্শনিক মনটো আৰু জ্ঞান সাধনাৰ প্ৰতি তেখেতৰ গভীৰ আগ্ৰহৰ কথা। কিন্তু তেখেতৰ মন, অন্তৰ আৰু ভাব চিন্তাৰ লগত সম্পূৰ্ণ পৰিচিত হ'বলৈ সুযোগ নাপালোঁ। মোৰ এই অভাৱ বহুদূৰ পূৰণ কৰিলে তেখেতৰ সুযোগ্য ভাই বৰ দদাইদেৱে। বিমলা প্ৰসাদ চলিহাদেৱৰ লগতো মোৰ ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠিছিল। কিন্তু এই সম্বন্ধত সামাজিক আৰু ৰাজনৈতিক কথাবোৰেহে বহু বেছি প্ৰাধান্য পাইছিল। মাজু দদাইদেউ তেখেতো মোৰ বিয়াৰ পাচতে ঢুকাল। অকল যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়াৰ মাজেদিহে মই এই গোটেইটো পৰিয়ালৰ ভাব চিন্তা, আচাৰ ব্যৱহাৰ, সাংস্কৃতিক মানদণ্ড আৰু সামাজিক দৃষ্টিকোণৰ লগত পৰিচিত হ'বলৈ বেছি সুযোগ পাইছিলোঁ।

উদাৰ দৃষ্টিভঙ্গী, অত্যাধিক শিষ্টাচাৰ, উচ্চ সাংস্কৃতিক মানদণ্ড আৰু অতি সাধাৰণ মানুহৰ লগতো সমভাবে মিলা-মিচা কৰিব পৰা মহৎ গুণৰ কাৰণে শিৱসাগৰৰ চলিহা পৰিয়ালৰ খ্যাতি অসমত, বিশেষকৈ উজনি অসমত চাৰিওফালে বিয়পি পৰিছিল। ধন সম্পত্তিৰ মাদকতাই বা পাৰিবাৰিক আভিজাত্যই তেখেতসকলক স্পৰ্শ কৰিব পৰা নাছিল আৰু কোনোদিনেই বাকী সমাজৰ পৰা, বিশেষকৈ চাৰিওফালৰ গাঁৱলীয়া সমাজৰ পৰা এইটো পৰিয়াল বিচ্ছিন্ন হৈ পৰা নাছিল। সেই কাৰণেই অতি সাধাৰণভাৱে জীৱন যাপন কৰা এই পৰিয়ালৰ মাজত অসমীয়া সমাজ সংস্কৃতি পৰম্পৰাৰ এখন ছবি সকলোৱে দেখিবলৈ পাইছিল। তেখেতসকলৰ শিৱসাগৰৰ ঘৰখনৰ এই ঐতিহ্য আজিও ৰক্ষা কৰি আছে তাৰা প্ৰসাদ চলিহাৰ দ্বিতীয় পুত্ৰ আৰু জিলাৰ এজন বিশিষ্ট নাগৰিক সত্যব্ৰত চলিহাই। বৰ দদাইদেৱৰ বৈশিষ্ট্য হ'ল যে সুদূৰ কলিকতাত, তেখেতৰ ঘৰতো, মানুহে তৎক্ষণাৎ এই ঐতিহ্যৰ গোন্ধ অনুভৱ কৰে। মোৰ বিয়াৰ আগতে প্ৰায় দুবছৰমান মই ছাত্ৰ আন্দোলন আৰু সমাজবাদী আন্দোলনৰ কামত উজনি অসমত ভ্ৰমণ কৰি ফুৰোঁতে এই পৰিয়ালৰ কথা গাঁৱে

ভূএঞে মানুহৰ মুখত শুনিবলৈ পাইছিলোঁ। পিচত মই নিজে যি দেখিছিলোঁ তাৰ পৰা অনুভৱ কৰিছিলো যে বৰ দদাইদেউ আছিল এই আটাইবোৰ গুণৰ এজন জীৱন্ত প্ৰতীক। এজন আগশাৰীৰ উদ্যোগপতিৰ গাত ইমান সৰলতা, ইমান অমায়িকতা, ইমান শিষ্টাচাৰ, ইমান উদাৰতা বৰ বিৰল। বিপদ কালতো বা নানান বাধা-বিঘিনিৰ সম্মুখতো অতি ধীৰ স্থিৰ মনৰ এইজন পুৰুষ কেতিয়াও বিচলিত নহৈছিল, ধৈৰ্য্য নেহেৰুৱাইছিল, নিজৰ মনৰ ভাৰসাম্য ৰক্ষা কৰি চলিব পাৰিছিল। মই বিমলা চলিহাৰ উগ্ৰ খং দেখিছিলোঁ। গুৰুপ্ৰসাদ চলিহাৰো খঙৰ কথা আনৰ মুখত শুনিছোঁ। কিন্তু বৰ দদাইদেৱৰ খং উঠা মই দেখা নাই। আনৰ মুখতো শুনা নাই। মই সদায় তেখেতৰ ধীৰ স্থিৰ হাঁহি থকা মুখখনহে দেখিছিলোঁ। দাম্ভিকতাহীন, অহংকাৰশূন্য আৰু মানৱীয় গুণৰাশিৰে বিভূষিত এইজনা মহান ব্যক্তি স্বাভাৱিকতে হৈ পৰিছিল সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।

চলিহা পৰিয়ালটো ১৯২১ চনৰে পৰা ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ লগত জড়িত হৈ পৰিছিল। এসময়ত এই ঘৰখন হৈ পৰিছিল গোটেই শিৱসাগৰ জিলাৰ (আগৰ শিৱসাগৰ মহকুমা) মুক্তিযুঁজৰ প্ৰাণকেন্দ্ৰ। অগণন কংগ্ৰেছ সেৱীৰ আগমনে এই ঘৰখনক দিনে নিশাই সজীৱ কৰি ৰাখিছিল। বহুতে চহৰলৈ আহি নিশা ঘূৰি যাব নোৱাৰি আশ্ৰয় লৈছিল এইখন ঘৰত। এইখন ঘৰতে আলহী আছিল মহাত্মা গান্ধী, ৰাজকুমাৰী অমৃত কৌৰ, মীৰাবেন আৰু চি এফ এণ্ড্ৰুজ। মুক্তি যুঁজৰ প্ৰতি এখেতসকলৰ আটাইকেউজন ভাই ককাইৰ ব্যক্তিগত বৰঙণিৰ কথা ন-কৈ কোৱাৰ কোনো প্ৰয়োজন নাই। যাদৱ প্ৰসাদ চলিহাদেৱৰ ত্যাগ আৰু দেশসেৱাৰ প্ৰতিদান স্বৰূপে আৰু তেখেতৰ ব্যক্তিগত গুণাৱলীৰ স্বীকৃতি স্বৰূপে শিৱসাগৰীয়া ৰাইজে তেখেতক ১৯৩৭ চনত অসম বিধান সভালৈ নিৰ্বাচিত কৰিছিল। তাৰ আগতে ১৯৩১ চনৰ আইন অমান্য আন্দোলন চলি থকা সময়ত বিষ্ণুৰাম মেধি ডাঙৰীয়াৰ গ্ৰেপ্তাৰৰ পাচত প্ৰায় এবছৰ কাল তেখেতক মুখ্য প্ৰাদেশিক নায়কৰ (dictator) পদত নিযুক্তি দি কংগ্ৰেছে অসমত আন্দোলন পৰিচালনা কৰাৰ দায়িত্ব দিছিল। এইটো আছিল তেখেতৰ নেতৃত্বৰ গুণৰ প্ৰতি ডাঙৰ সম্মান। ১৯৫১ চনত অসম চৰকাৰে তেখেতক বিশেষভাৱে সম্মান জনাইছিল অসমৰ লোকসেৱা আয়োগৰ (Public Service Commission) সভাপতিৰ আসনত বহুৱাই। সেই কাৰ্য্যকালত তেখেতে আয়োগৰ কামত সততা আৰু ন্যায়বিচাৰৰ এটা পৰম্পৰা গঢ়ি তুলিবলৈ সক্ষম হৈছিল।

কলিকতাত গৈ বসতি লোৱাৰ পাচতো মুক্তি সংগ্ৰামৰ লগত যাদৱ প্ৰসাদৰ সম্বন্ধ ছিগি যোৱা নাছিল। বিশেষকৈ ভাৰত ত্যাগ আন্দোলনৰ সময়ত তেখেতে এটা বিশেষ আৰু বৰ দায়িত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। বহুতো পলাতক মুক্তি যুঁজাৰুৱে কলিকতাত আশ্ৰয় পাইছিল তেখেতৰ ঘৰত। শ্ৰীমতী অৰুণা আছফ আলীয়ে আত্মগোপন কৰি থকা অৱস্থাত কেবাবাৰো আশ্ৰয় লৈছিলহি চলিহা ডাঙৰীয়াৰ টালিগঞ্জৰ ঘৰত। অসমৰ মুক্তি যুঁজাৰুসকলৰ ভিতৰত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে পলাতক অৱস্থাত প্ৰায় একবছৰ কাল হৈ আছিল চলিহা ডাঙৰীয়াৰ আলহী। সেই সময়ত আগৰৱালাদেৱৰ স্বাস্থ্য খুব বেয়া হৈ গৈছিল আৰু তেখেতৰ চিকিৎসা আৰু শুশ্ৰূষাৰ দায়িত্বও লৈছিল চলিহাদেৱে। তেখেতে যে অকল কংগ্ৰেছী মানুহকহে আদৰ অভ্যৰ্থনা জনাইছিল তেনে নহয়। সমাজবাদী সাম্যবাদীসকলৰ কাৰণেও তেখেতৰ ঘৰৰ দুৱাৰ সদায় খোলা আছিল। সেইটো আছিল তেখেতৰ সংস্কৃতি, আৰু, গান্ধীজীৰ পৰা পোৱা দীক্ষা।

যাদৱ প্ৰসাদ চলিহাৰ বিয়া হৈছিল গুৱাহাটীৰ বিষ্ণু প্ৰসাদ দুৱৰাৰ জ্যেষ্ঠা কন্যা দেৱবালাৰ লগত। বৰ খুৰীদেউ হ'ল অসাধাৰণ ব্যক্তিত্বসম্পন্না, তীক্ষ্ণ বুদ্ধিমতী আৰু যি কোনো পুৰুষৰ লগত সমানে ফেৰ মাৰিব পৰা কৰ্ম্মশক্তি আৰু সাংগঠনিক দক্ষতাৰ গুণেৰে গুণী এগৰাকী বিচক্ষণ মহিলা।

তেখেতে যিমান পৰিপাটিকৈ আৰু শৃংখলিত ভাবে ঘৰখন চলাব জানিছিল আৰু ল'ৰা-ছোৱালী ডাঙৰ দীঘল কৰিব পাৰিছিল ঠিক সেইদৰে ব্যৱসায়ৰ ক্ষেত্ৰতো সেই একে দক্ষতাৰে আৰু বিশ্ৰামহীন পৰিশ্ৰমেৰে স্বামীক সহায় কৰিব পাৰিছিল। দেৱবালা বৰ খুৰীদেৱক অলপ সময় লগ পালেই যি কোনো মানুহ উৎসাহিত নোহোৱাকৈ আৰু তেখেতৰ ব্যক্তিত্বৰ দ্বাৰা প্ৰভাৱিত নোহোৱাকৈ ঘূৰি নাযায়। মই সিদিনালৈকে আৰু বয়সৰ হেঁচাত দুৰ্ব্বল হৈ নপৰালৈকে তেখেতৰ অদম্য কৰ্ম্মশক্তি আৰু মনৰ বল দেখি সদায় মুগ্ধ হৈ গৈছিলোঁ। তেখেতৰ দৃষ্টিশক্তি একেবাৰে পৰি নোযোৱাহেঁতেন অশীতিপৰ বয়সতো তেখেতৰ অদম্য মানসিক শক্তিক আন একোৱে দুৰ্ব্বল কৰিব নোৱাৰিলেহেঁতেন। ১৯৬৯ চনত নগা পাহাৰত হোৱা দুৰ্ঘটনাত মোৰ দুয়োখন হাত সম্পূৰ্ণ ঘুণীয়া হোৱাৰ পাচত এখন হাত পুনৰ শৰীৰৰ লগত জোৰা লগাই দিয়াবৰ উদ্দেশ্যে মই যেতিয়া অস্ত্ৰোপচাৰৰ কাৰণে পাটনা অভিমুখে গৈছিলোঁ তেতিয়া বৰ খুৰীদেৱে কলিকতাৰ বিমান কোঠলৈ আহিছিল মোক চাবলৈ আৰু কৈছিল, "দুখন সম্পূৰ্ণ অচল হাত লৈ তুমি যি মনোবলেৰে থিয় পাহাৰ বগাই নিজে নিজে ৫০০ ফুট ওপৰলৈ উঠিলা সেইটো জানি মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে নিজৰ জীৱনত তুমি আৰু বহুত ওপৰলৈ উঠি যাব পাৰিবা"। আন আত্মীয় বৰ্গই মোৰ ক্ষত বিক্ষত শৰীৰটো দেখি দুখ কৰিছিল, মোৰ এতিয়া কি হ'ব বুলি বিনাইছিল। কিন্তু সবল আৰু শুদ্ধ মনৰ বৰ খুৰীদেৱৰ মুখৰ পৰা ওলাইছিল এই মৰমসনা উৎসাহজনক আশীৰ্ব্বাদ। এই আশীৰ্ব্বাদ তেনেই অথলে যোৱা নাছিল।

আজিকালি ধনী মানুহৰ ঘৰৰ ল'ৰা-ছোৱালী প্ৰায়েই আও বাটে যোৱা বা জীৱনত, বিশেষকৈ সাংসাৰিক জীৱনত, বহুত উজুতি খোৱা দেখা যায়। বহুতে নিজৰ বংশ পৰিয়ালৰ মান সম্মানো ৰক্ষা কৰিব নোৱাৰে। কিন্তু নিজৰ গুণৰ প্ৰভাৱত যাদৱ প্ৰসাদ চলিহাদেৱে আৰু তেখেতৰ সুযোগ্যা পত্নীয়ে সুপৰিকল্পিতভাবে আৰু সফলতাৰে গঢ়ি তুলিলে এনেকুৱা ছটি সন্তান, যিসকলে এই পৰিয়ালৰ সম্মান আৰু পৰম্পৰা ৰক্ষা কৰাৰ উপৰি নিজৰ নিজৰ ক্ষেত্ৰত গুণী আৰু সুযোগ্য নাগৰিক বুলি পৰিচয় দিব পাৰিছে। বৰ জীয়ৰী লখিমীয়ে তেওঁৰ স্বামী, গুৱাহাটীৰ এজন ধাতুবিজ্ঞানী (metallurgist), দিলীপ কুমাৰ দাসৰ লগত আমেৰিকাত বসতি কৰি সেই দেশৰ অসমীয়া সমাজৰ শোভা বৰ্দ্ধন কৰি আছে। মাজু জীয়ৰী ৰুবীয়ে বিয়া কৰালে ইংলণ্ডত পৰিবহন ব্যৱস্থাৰ প্ৰশিক্ষণ লাভ কৰা আৰু অসমৰ পৰিবহন বিভাগৰ অৱসৰপ্ৰাপ্ত মহা সঞ্চালক ভবেন হাজৰিকাক। অতি নম্ৰ, অতি মৰমিয়াল, অতি অমায়িক ধীৰ স্থিৰ প্ৰকৃতিৰে বিভূষিতা ৰুবীয়ে অকল নিজৰ সংসাৰ খন সুন্দৰকৈ গঢ়ি তোলাই নহয়, সদা হাস্যবদনা এই গৰাকী ছোৱালীয়ে নিজৰ গুণৰ বলত সকলো মানুহকে আপোন কৰি লব পাৰে। তৃতীয় গৰাকী ৰেখাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানৰ প্ৰথম বিভাগত এম এছচি ডিগ্ৰী লাভ কৰি মেধাশক্তিৰ পৰিচয় দিছিল। কিন্তু সেই বিদ্যাৰ সদ্ব্যৱহাৰ নকৰা কাৰণে মোৰ মনত সদায় দুখ আৰু মাজে মাজে তেওঁক কৈ থাকোঁ। অৱশ্যে যোৱা বছৰৰ পৰা তেওঁ পদাৰ্থ বিজ্ঞানৰ কিছুমান মূল মূল কথা সৰু ল'ৰা-ছোৱালীয়ে বুজিব পৰাকৈ সহজ অসমীয়া ভাষাত চিৰিজ আকাৰত প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছে। তেওঁ কলিকতা উচ্চ ন্যায়ালয়ৰ প্ৰাক্তন ন্যায়াধীশ প্ৰয়াত তৰুণ কুমাৰ বসুক বিয়া কৰাই অতি পাৰদৰ্শিতাৰে এখন সুখ আৰু শান্তিৰ উজ্জ্বল সংসাৰ গঢ়ি তুলিছে আৰু সেইখন ঘৰত অসমীয়া ভাষা সংস্কৃতিয়ে বাৰুকৈয়ে প্ৰভাৱ পেলাইছে। চতুৰ্থ জীয়ৰী মীনাক্ষী হ'ল এগৰাকী নৃত্যশিল্পী, দেৱযানী চলিহা। এম এ ডিগ্ৰী লাভ কৰাৰ পাচত তেওঁ মণিপুৰত নৃত্যৰ প্ৰশিক্ষণ লৈ ভাৰতৰ কেবাঠাইতো সফলতাৰে নৃত্য পৰিবেশন কৰিছে। তেওঁ কেইখনমান চালে চকু ৰৈ যোৱা ডকিউমেণ্টৰীও প্ৰযোজনা কৰিলে কুলদা ভট্টাচাৰ্য্যৰ লগত সহযোগ কৰি। বৰ্ত্তমান কলিকতাত এখন নৃত্যশালা খুলি মীনাক্ষীয়ে ল'ৰা-ছোৱালীক দীক্ষা দি আছে। তেওঁৰ

নৃত্যকলা সাধনাত প্ৰত্যেক মুহূৰ্ত্তে উৎসাহ দি আহিছে তেওঁৰ স্বামী আৰু ৰেল বিভাগৰ অৱসৰ প্ৰাপ্ত উচ্চ বিষয়া বিশ্বপ্ৰিয় বসুৱে। সদায় হাঁহি ধেমালি কৰি থকা বিশ্বপ্ৰিয়ৰ মুখত অসমীয়া কথা শুনিবলৈ বৰ মধুৰ। চলিহা দম্পতিৰ বৰ পুত্ৰ (ৰুবীৰ লগত যঁজা সন্তান) ইন্দ্ৰজিৎ চলিহাই কলিকতাৰ খ্যাতনামা জমিদাৰ, বেৰিষ্টাৰ আৰু অবিভক্ত বংগ দেশৰ বিত্ত মন্ত্ৰী তুলসী গোস্বামী ডাঙৰীয়াৰ কন্যা জয়াক বিয়া কৰাই কলিকতাতে ব্যৱসায় কৰি আছে আৰু নিজৰ জীৱনত বংশ পৰিয়ালৰ ঐতিহ্য, পৰম্পৰা আৰু মান মৰ্য্যাদা সম্পূৰ্ণ ৰক্ষা কৰি আছে। দ্বিতীয় পুত্ৰ আৰু কনিষ্ঠ সন্তান ৰঞ্জিৎ চলিহা এজন ইঞ্জিনিয়াৰ; কিন্তু কৰ্ম্মজীৱনৰ আৰম্ভণিৰে পৰা তেওঁ পৰিয়ালৰ চাহ ব্যৱসায়তে লাগি আছে। গোলাঘাটৰ প্ৰসিদ্ধ বৰুৱা পৰিয়ালৰ সুপৰিচিত চাহ খেতিয়ক প্ৰয়াত নগেন বৰুৱা ডাঙৰীয়াৰ তৃতীয়া কন্যা উপা অকল ৰঞ্জিতৰ পত্নীয়েই নহয়, নিজৰ গুণৰ বলত শহুৰ পৰিয়ালৰ অবিচ্ছেদ্য অঙ্গ হৈ শোভা বৰ্দ্ধন কৰি আছে।

মোৰ লগত বৰ দদাইদেৱৰ এটা সামান্য ঘটনা ঘটিছিল। কিন্তু সেই অকণমান ঘটনাটোৱে প্ৰকাশ কৰিছিল তেখেতৰ সম্পূৰ্ণ ব্যক্তিত্ব, উচ্চ চৰিত্ৰ, মৰমেৰে ভৰপূৰ তেখেতৰ কোমল অন্তৰ, তেখেতৰ কৰ্ত্তব্যবোধ, তেখেতৰ শিষ্টাচাৰ আৰু সংস্কৃতিৰ উচ্চ মানদণ্ড। মই আমাৰ দলৰ এখন সভাত যোগদান কৰি দিল্লীৰপৰা গুৱাহাটী মুখে আহি দুৰাতি কলিকতাত কটাব লগীয়া হৈছিল। সেইবাৰ আলহী হ'লোঁ তেখেতৰ ঘৰত। গুৱাহাটীলৈ বিমান ধৰিবলৈ ৰাতিপুৱা ছয় বজাত বিমান কাৰ্য্যালয়ত হাজিৰ হব লাগে। আগদিনা নিশাৰ ভোজন শেষ কৰি মই দদাইদেৱক সুধিলোঁ যে ৰাতিপুৱা পাঁচ বজাত ফোন কৰি টেক্সি এখন মাতিব পৰা যাব নহয়? তেখেতে কলে যে টেক্সিত যাব নালাগে, তেখেতৰ গাড়ীখনেই মোক থৈ আহিব পাৰিব। মই ভাবিছিলো যে সিমান পুৱাই বোধকৰোঁ তেখেতৰ ড্ৰাইভাৰটো নাথাকিব। কিন্তু নহয়, ড্ৰাইভাৰটো তলৰ মহলাতে শুই থাকে। মই ৰাতিপুৱা পাঁচ বজাত পাটীৰ পৰা উঠি চাৰে পাঁচ বজাত যাবলৈ প্ৰস্তুত হ'লোঁ। খিড়িকীৰে চাই দেখিলোঁ গাড়ীখন পদুলি মুখত থিয় হৈ আছে।

চুটকেচটো হাতত লৈ কোঠাটোৰ পৰা ওলাব খোজোঁতেই দেখিলোঁ ভিতৰফালৰ পৰা বৰ দদাইদেউ সোমাই আহিছে ট্ৰে এখনত মোৰ কাৰণে চাহ জলপান লৈ। মই স্তম্ভিত হৈ গ'লোঁ। ভাবিলোঁ তেখেতেতো খুৰীদেউ বা ছোৱালীহঁতক জগাই দিব পাৰিলেহেঁতেন। অথবা অন্ততঃ ৰান্ধনিটোক জগাই দি চাহ জলপান বনাবলৈ কব পাৰিলেহেঁতেন। নাই, কাকো নজগালে। নিজেই কৰিলে। সেই অকণমান কামটোৰ কাৰণে আনৰ পুৱতি নিশাৰ মধুৰ টোপনিটো কিয় ভাঙিব? নিজেতো এইবোৰ কাম সহজে কৰিব পাৰে, আগৰে পৰা এইবোৰ অভ্যাস আছে। আধুনিক পছিমীয়া সমাজত প্ৰত্যেক মানুহে এইবোৰ কাম নিজে কৰে। তেখেতৰো মনটো সম্পূৰ্ণ আধুনিক। তেখেতে চাগৈ এইটোও ভাবিলে যে জোঁৱাই ল'ৰাটোক ৰাতিপুৱাই শুদা মুখে কেনেকৈ বিদায় দিব? বহুতো গৃহস্থই সেইদৰে নাভাবে। খুব বেছি একাপ চাহ খুৱাই বিদায় দিলেহেঁতেন। কাৰণ বাটত খাবলৈ পাবই নহয়। কিন্তু তেখেতে সেইদৰে নাভাবিলে। এইটো তেখেতৰ খাঁটি অসমীয়া সংস্কৃতি। গোটেই ভাৰততে অতিথিক শুশ্ৰূষা কৰাৰ এইটোৱেই নিয়ম। কিন্তু বৰ্ত্তমানৰ 'আধুনিক' ভাৰতীয় সমাজত এই ধৰণৰ শিষ্টাচাৰ নাইকিয়া হ'ল। বহুতো ধনী মানী আধুনিক অসমীয়া ঘৰতো এই শিষ্টাচাৰ দেখিবলৈ পোৱা নাযায়। জোঁৱাই হলেও ৰাতিপুৱা পাঁচ বজাত উঠি আহি আজি কালিৰ আধুনিক শহুৰ সকলে এইদৰে শুশ্ৰূষা নকৰে। খুব বেছি আগ নিশাতে বাবুৰ্চি খানচামাক হুকুম দিব ৰাতিপুৱা 'জোঁৱাই চাহাবক' চাহ দিবলৈ। কিন্তু যাদৱ প্ৰসাদ চলিহা আছিল বেলেগ সাঁচত গঢ়া এজন প্ৰকৃত অৰ্থত 'মানুহ', সম্পূৰ্ণ আধুনিক অথচ ঐতিহ্য পৰম্পৰাৰ পৰা অবিচ্ছিন্ন। তথাপি তেখেতে নিজে

ট্ৰেখন হাতত লৈ অহা দেখি মই লাজত মৰি যোৱা যেন হ'লোঁ। মই ক'লো যে তেখেতে কিয় এই পুৱাতে ইমান কষ্ট কৰিব লাগে; বিমানত উঠিলেই সিইঁতে মোক খাবলৈ দিব নহয়? তেখেতে তেখেতৰ স্বভাৱসুলভ মৃদু হাঁহিটোৰে ক'লে, "তুমি বিমানত উঠা মানে আৰু সিইঁতে খাবলৈ দিয়েমানে আঁঠটা চাৰে আঁঠটা- বাজিবগৈ। ইতিমধ্যে নিশ্চয় তোমাৰ ভোক লাগিব। সেই কাৰণে অলপ কিবা এটা খাই যোৱা ভাল।" কথাষাৰ শুনি মই অভিভূত হৈ পৰিলোঁ। তেখেতে যে ইমান দূৰলৈ কথাটো ভাবিছে সেইটো দেখি তেখেতৰ প্ৰতি মোৰ অন্তৰত ভক্তি শ্ৰদ্ধাৰ আবেগ উপচি পৰিল। মই এটা কেঁচুৱা ল'ৰা বা বুঢ়া মানুহ নহওঁ যে মই ভোক লাগিলেই একেবাৰে ৰ'ব নোৱাৰা হৈ যাম। কিন্তু তেখেতৰ অন্তৰত আছিল সেয়া পিতৃস্নেহ; বয়স যিমানেই নহওক পিতৃৰ চকুত পুত্ৰ সদায় কেঁচুৱা। চাহৰ লগত ৰুটি (টোষ্ট) মাখন আৰু অমলেট এটা খাই গাড়ীত উঠিলোঁগৈ। বাটে বাটে ভাবি আহিলোঁ— ইয়াৰ প্ৰতিদান মই কেতিয়াবা দিব পাৰিম জানো?

১৯৬৪ চনৰ জুন মাহ। বৰ দদাইদেৱৰ বৰ অসুখ। ডিব্ৰুগড় মেডিকেল কলেজৰ হস্পিতালত পৰি আছে। মই গৈছিলোঁ তেখেতক চাবলৈ। সেইদিনা তেখেতক তেজ দিব লাগে; কিন্তু গ্ৰুপ মিলা মানুহ পোৱা নাই। মই মোৰ তেজ পৰীক্ষা কৰালোঁ। গ্ৰুপ মিলি গ'ল। তেখেতক মোৰ তেজ দি মই মনত শান্তি পালোঁ— এটা কৰ্ত্তব্য, এটা ধৰ্ম্ম পালন কৰিবলৈ সুযোগ পোৱা কাৰণে, সংকট মুহূৰ্ত্তত তেখেতৰ মৰমৰ প্ৰতিদান দিব পৰা কাৰণে। কিন্তু তেখেত নাবাচিল। দুদিন পাচতে তেখেতে ইহলীলা সম্বৰণ কৰিলে। মনত বৰ দুখ পালোঁ। এজন মহান পিতৃস্বৰূপ ব্যক্তিক হেৰুৱালোঁ। মনত ভাব হ'ল শেষ মুহূৰ্ত্তত বাৰু মই কেনেকৈ হস্পিতালত ওলাইছিলোঁগৈ, কেনেকৈ তেজ দিবলগীয়া অৱস্থাত পাইছিলোঁগৈ, কেনেকৈ তেখেতৰ তেজৰ লগত মোৰ তেজ মিলি গ'ল আৰু কেনেকৈ তেখেতে শেষ নিশ্বাস পেলোৱাৰ আগ মুহূৰ্ত্তত তেখেতৰ ধমনীত বৈ যোৱা তেজৰ লগত মোৰ তেজ মিহলি হৈ গৈছিল! ইয়াৰ কি কোনো অৰ্থ নাই? কোনো আধ্যাত্মিক তাৎপৰ্য্য নাই? আজিও মোৰ মনত পৰে সেই সৰু অথচ অৰ্থপূৰ্ণ ঘটনাটোৰ কথা। মোৰ শিৰ নত হৈ যায় এইজনা মহান ব্যক্তিৰ পবিত্ৰ সোঁৱৰণিত। ৩১ বছৰ আগতে তেখেতৰ নশ্বৰ দেহা মাটি, পানী আৰু বায়ুত বিলীন হৈ গ'ল। কিন্তু শূন্যত ভাহি থকা তেখেতৰ অমৰ আত্মাই এতিয়াও মাজে মাজে মোৰ মনত ভুমুকি মাৰে। ভাব হয় হয়তো কিজানি বৰ দদাইদেৱৰ আত্মাৰ লগত মোৰ আত্মাৰ কিবা এটা সম্বন্ধ আছিল— অপ্ৰকাশিত, অপৰিলক্ষিত, অবোধগম্য।



# চলিহাদেৱ আৰু মই

**শীলভদ্ৰ**

মই মোৰ এই দীৰ্ঘ জীৱনত বহুতো মানুহৰ সংস্পৰ্শত আহিছো। তাৰে অতি অল্প সংখ্যক মানুহে মোৰ মনত স্থায়ী সাঁচ ৰাখি থব পাৰিছে। যাদৱ প্ৰসাদ চলিহাদেৱ তাৰে এজন।

প্ৰয়াত চলিহাদেৱ তেতিয়া অসম লোকসেৱা আয়োগৰ চেয়াৰমেন। মোৰ ডাঙৰ মামা সন্তোষ কুমাৰ বৰুৱা তেতিয়া এম, এল, এ। কিবা কথাত মামাৰ লগত এদিনা মইও চলিহাদেৱৰ অফিচলৈ যাওঁ। মামাৰ যোৱাৰ কাৰণ কি আছিল মনত নাই। কিন্তু চলিহাদেৱৰ সামান্য এটা ভংগী মোৰ দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকিল। তেওঁৰ মেজত চাহ একাপ আছিল, তেতিয়াও বোধহয় চাহকাপ তেওঁ মুখত দিয়া নাছিল। আমি যোৱাৰ লগেলগে তেওঁ লাহেকৈ চাহকাপ আঁতৰাই চাইড টেবুল এখনত থৈ দিলে। নতুনকৈ চাহ অনাত তেওঁ আমাৰ লগত একেলগে সেই নতুনকৈ অনা চাহ খালে। অতি তুচ্ছ এটা ভংগী, সাধাৰণ সৌজন্য। পিছে বহুতো ডাঙৰ ডাঙৰ বক্তৃতাতকৈ এনেকুৱা স্বয়ংক্ৰিয় সামান্য এটা ভংগীয়ে মানুহ এজনৰ সাংস্কৃতিক স্তৰৰ সম্যক ধাৰণা দিয়ে। আৰু সেই প্ৰথম দিনাই মই চলিহাদেৱৰ অইন এটা বৈশিষ্ট্য লক্ষ্য কৰিলো। তেওঁৰ হাঁহি। তাত কোনো আবিলতা নাই, কৃত্ৰিমতা নাই। তেওঁ যেতিয়া হাঁহে তেতিয়া তেওঁৰ গোটেই মুখখন উদ্ভাসিত হৈ উঠে। প্ৰথম দৰ্শনতেই মানুহগৰাকীৰ প্ৰতি মোৰ মনত গভীৰ শ্ৰদ্ধা উপজিল।

(২)

চলিহাদেৱ কৰ্ম উপলক্ষে প্ৰায়েই গুৱাহাটীলৈ আহি আছিল। আহিলে তেওঁ চাৰ্কিট হাউচত থাকিছিল। ১৯৫৫ চনৰ কথা। মই তেতিয়া ট্ৰিবিউনত চাব-এডিটৰ হিচাপে কাম কৰো। চলিহাদেৱ অহা বুলি গম পালে তেওঁক লগ ধৰিবলৈ যাওঁ। মই তেওঁক শ্ৰদ্ধা কৰো, তেৰোঁ মোক মৰম কৰে। অনন্যসাধাৰণ ব্যক্তিত্ব। আমি কথা পাতো। বয়সৰ পাৰ্থক্য, অৱস্থানৰ পাৰ্থক্য, এইবোৰ একোৱেই মনত নপৰে। ইতিমধ্যে তেওঁ মোৰ বিষয়ে সকলো কথা জানিছে; মোৰ ঘৰৰ অৱস্থা, মোৰ দায়িত্ব, এই সকলোবোৰ। এদিনা কথাই কথাই তেওঁ মোক সুধিলে যে মই তেওঁৰ বাগানলৈ যাম নেকি।

মই ট্ৰিবিউনৰ সম্পাদক লক্ষ্মীনাথ ফুকনক কথাষাৰ ক'লো। এই গৰাকী মানুহৰ প্ৰতিও মোৰ মনত অকৃত্ৰিম শ্ৰদ্ধা আছে। মোক তেওঁ আগতে চিনি নাপাইছিল। আগদিনা আবেলি মই তেওঁক লগ ধৰিছিলো, তেওঁ পিছ দিনাই কামত যোগ দিবলৈ মোক মৌখিক নিৰ্দেশ দিছিল। তেৰোঁ মোক বাগানলৈ যোৱাৰ পৰামৰ্শ দিলে। তেওঁ মোৰ শুভাকাঙ্খী।

"যোৱা। চলিহা ডাঙৰীয়া বৰ ভাল মানুহ। কাম কৰি বেয়া নাপাবা।"

(৩)

নাই, কাম কৰি সঁচাকৈ বেয়া পোৱা নাছিলো। মই চলিহা পৰিয়ালৰ সদস্যৰ দৰে আছিলো। বহুদিন পৰ্যন্ত ভাতপানী তেওঁলোকৰ তাতেই খাইছিলো। চলিহাদেৱ বাগানত প্ৰায়েই নাছিল। আচলতে চাহ বাগানৰ সকলো ধৰণৰ কাম মই শ্ৰীযুক্তা চলিহাৰ পৰাই শিকিছো। কত ৰকমৰ কাম! প্ৰুনিং, প্লাকিং উইদাৰিং, ৰোলিং, ফাৰ্মেন্টেশ্বন, ড্ৰায়িং, চৰ্টিং, পেকিং, কামৰ কিবা শেষ আছেনে? প্ৰত্যেকটো পৰ্যায় সমানে গুৰুত্বপূৰ্ণ। মই ভাবো যে মানুহ এজনৰ সম্বন্ধে মোৰ ধাৰণা মোটামুটি ভাবে শুদ্ধ হয়। চলিহাদেৱ আছিল মোটামুটি ভাবে ডাঙৰ এখন (আজিজবাগক ধৰিলে দুখন বুলিয়েই কব পাৰি।

আভিজ্ঞবাগত ফেক্টৰি নাছিল।) চাহবাগানৰ মালিক, উদ্যোগপতি। মই কিন্তু চলিহাদেৱৰ মাজত এক বৈৰাগ্যৰ ভাব লক্ষ্য কৰিছিলো। সংসাৰত থাকি যেন মাজেমাজে তেওঁ সংসাৰৰ প্ৰতি নিৰ্লিপ্ত।

চলিহাদেৱৰ বিজ্ঞান আৰু কলা, দুয়োটা বিষয়ে অগাধ জ্ঞান আছিল। তেওঁৰ লগত আলোচনাৰ জৰিয়তে মইও তাৰ সামান্য পৰিমাণৰ ভাগ পাইছিলো। চাহপাত প্ৰস্তুত কৰণৰ যিবোৰ নতুন নতুন পদ্ধতি আবিষ্কৃত হৈ আছিল তেওঁ বিনা দ্বিধায় সেইবোৰ পদ্ধতি তেওঁৰ বাগানত আৰু কলঘৰত প্ৰয়োগ কৰিছিল। তেতিয়াই তেওঁ চি, টি, চি উৎপাদন পদ্ধতি প্ৰৱৰ্তন কৰিছিল। "ভেজিটেটিভ প্ৰপাগেশ্বন" প্ৰক্ৰিয়া প্ৰয়োগ কৰি তেওঁ চাহগছৰ পুলি উৎপাদন কৰি লৈছিল।

তেওঁৰ ব্যক্তিগত গ্ৰন্থাগাৰত বহুতো মূল্যবান কিতাপ আছিল। তেওঁ মোক গিৰীন্দ্ৰ শেখৰ বসুৰ গীতাৰ ভাষ্য পঢ়িবলৈ দিছিল। একেবাৰে আধুনিক মনস্তাত্বিক দৃষ্টিভংগীৰ জৰিয়তে গীতাৰ ব্যাখ্যা।

(৪)

শ্ৰীযুক্তা চলিহা আছিল অতি দক্ষ মহিলা। আছিল বুলি কোৱাটো ভুল, এতিয়াও তেওঁ দক্ষতাৰ সৈতে কাম চলাই আছে। অকল দক্ষ বুলি কৈ থলে কথাষাৰ অসম্পূৰ্ণ হৈ থাকিব। ইংৰাজীত কলেহে যেন কথাষাৰ ভালকৈ প্ৰকাশ কৰিব পাৰি ঃ শ্বি ইজ এ কালচাৰ্ড লেডি, অৰ্থাৎ তেওঁ এগৰাকী সংস্কৃতিসম্পন্না মহিলা। অইনে জানে নে নাজানে কব নোৱাৰো কিন্তু তেওঁ চমৎকাৰ বেহেলা বজাব পাৰে। মই ৰবি ঠাকুৰৰ যিটো গানৰ কথাই কৈছিলো তেওঁ সেইটোকেই বজাই শুনাইছিল।

"জীৱন যখন শুকায়ে যায়, করুণা ধারায় এসো।" এইটো মোৰ প্ৰিয় সংগীত। শ্ৰীযুক্তা চলিহাই বজোৱা এই গানৰ সুৰ অলপ চেষ্টা কৰিলে মই এতিয়াও শুনা পাওঁ।

(৫)

এতিয়া প্ৰশ্ন হব পাৰে যে মই চলিহাদেৱৰ বাগানৰ কাম এৰিলো কিয়। কাম এৰাৰ কাৰণ হ'ল মোৰ মানসিকতা।

"হেথা নয়, হেথা নয়, অন্য কোথা অন্য কোনোখানে।"

ৰবীন্দ্ৰনাথ ঠাকুৰক এনেয়ে বিশ্বকবি আখ্যা দিয়া হয়নে? মোৰ দৰে সামান্য মানুহ এজনৰ মনৰ কথাও তেওঁ নিৰ্ভুল ভাবে প্ৰকাশ কৰিছে।

দিনৰ পিছত দিন, তাৰো পিছত আৰু এটা দিন। আচলতে একেটা দিনৰ অন্তহীন পুনৰাবৃত্তি। এনেকৈ প্ৰৌঢ়ত্ব লাভ কৰিম, এনেকৈয়েই বুঢ়া হম। হঠাতে মই নিজকে বন্দী হৈ থকা যেন বোধ কৰিলো। মুক্তিৰ কাৰণে অস্থিৰ হৈ উঠিলো। মই মোৰ মনত যথেষ্ট আনন্দ অনুভৱ কৰো যে মই চলিহাদেৱৰ বাগানত দুবছৰ আছিলো। এই সময়খিনি অপচয় হোৱা নাই। বাগানৰ অভিজ্ঞতাই মোৰ জীৱনক সমৃদ্ধ কৰিছে, জীৱনত এক নতুন মাত্ৰাৰ সংযোগ কৰিছে। মই চলিহাদেৱৰ প্ৰতি কৃতজ্ঞ।



# ককাইদেউ

## প্ৰফুল্ল চন্দ্ৰ ৰাজখোৱা

যাদৱ ককাইদেউৰ বিষয়ে লিখিবলৈ হ'লে, মোৰ নিজৰ কথা লিখিব লাগিব। কাৰণ, মোৰ গোটেই জীৱনটো চলিহা বংশৰ লগতে পাৰ হ'ল। তেখেতৰ পৰিচালিত, কৰঙ্গাণী, গোসাঁইবাৰী (পিচত বিক্ৰী কৰে) আৰু আজিজবাগ চাহ বাগিচাত পঞ্চাছ বছৰ চাকৰি কৰি, ইং ১৯৮৪ চনত মোৰ চাকৰি জীৱনৰ অন্ত পৰে।

মই আছিলো ঘাট -মাউৰা ল'ৰা, আই, দেউতা সকতে ঢুকাইছিল। ভাৰত স্বাধীনৰ আগৰ কথা। গান্ধীজীৰ নেতৃত্বত, গোটেই ভাৰত জুৰি আন্দোলন বিয়পি পৰিছিল। ইং ১৯৩৪ চনৰ কথা। আন্দোলনৰ কিছু গোপন খবৰ লৈ মই গৈছিলো কলিকতালৈ। যাদৱ প্ৰসাদ চলিহাৰ তত্বাৱধানত বহুতো কংগ্ৰেছ কৰ্মী কলিকতাত আত্মগোপন কৰি আছিল। মই চিঠি-পত্ৰ নি প্ৰথমে যাদৱ ককাইদেউক লগ কৰো। আগৰ চিনাকি নাছিল। মোৰ পৰা কাগজ সমূহ লৈ, মোক জিৰাবলৈ ক'লে। সন্ধ্যা ভাত খোৱাৰ সময়ত, বেছ ঘৰুৱা ভাৱে মোৰ লগত কথা পাতিছিল। তেখেতৰ তাত দুদিনমান থাকি মই আবেলি ঘূৰি আহিবলৈ ওলালো। তেখেতক যোৱাৰ কথা কোৱাত, তেখেতে মোক ক'লৈ যাবা বুলি সুধিলে। মই মোৰ সৰু মোমাইদেউৰ কথা কওঁ। অলপ সময় মৌন হৈ থকাৰ পিচত তেখেতে সুধিলে — 'ডেকা ল'ৰা, কাম পালে কৰিবা নেকি ? মই সম্মতি জনোৱাত, তেখেতে মোক কৰঙ্গাণী বাগিচালৈ যাবলৈ ক'লে।

তেখেতৰ সেই মুখৰ কথাৰে ইং ১৯৩৪ চনৰ এপ্ৰিল মাহত কৰঙ্গাণী বাগিচা পাওঁহি। সকলো ফালে অটব্য অৰণ্য। যাতায়াতৰ সুবিধা হ'ল, গৰুগাড়ী নাইবা খোজ কঢ়া। দিনতে বাঘ, হাতী ওলায়। জন বসতি একেবাৰে সেৰেঙা। মনতে ভাবিলো — এইজন কম মানুহ নহয় ! এই হাবিৰ মাজত নিজে থাকি লৈ চাহ বাগিচা পাতিলেহি।

চাকৰিত সোমোৱাৰ পিছত, তেখেতক বাগিচাত প্ৰথম বাৰ লগ পালো। মোক মাতি পঠিয়ালে। মই তেখেতৰ ওচৰলৈ গৈ 'ককাইদেউ' বুলি সম্বোধনেৰে নমস্কাৰ দিওঁ। এই'ককাইদেউ' সম্বোধনটো তেখেতৰ অন্তিম দিনালৈকে একেই থাকিল। হেৰাই নগ'ল। এতিয়া বুঢ়া বয়সত এই কথা মনত পৰিলে হাঁহি উঠে। অন্য মালিক হোৱা হ'লে ককাইদেউ বুলি প্ৰথম দিনাই মতা হ'লে কামৰ পৰাই খেদিলে হেঁতেন। কিন্তু এই সম্বন্ধ পিচলৈ পৰিবৰ্ত্তন হৈ পৰৱৰ্ত্তী প্ৰজন্মৰ বাবে মই হ'লো 'দদাইদেউ' আৰু তাৰ পৰৱৰ্ত্তী প্ৰজন্মৰ অৰিন, জিত হঁতৰ হ'লো 'ককা'। তেখেতৰ আৰু পৰিয়ালৰ মৰমতে, গোটেই জীৱনটো পাৰ কৰিলো এই ৰাজগড় অঞ্চলত।

মাজতে কৰঙ্গাণী এৰি যোৱাৰ ঠিক কৰিছিলো। কিন্তু তেখেতৰ আগত এই কথা কোনো দিনাই ক'ব নোৱাৰিলো। মোৰ ছোৱালী ঠিক কৰি দিয়াৰ পৰা বিয়া-বাৰুৰ সকলো লেঠা এই ককাইদেৱে মাৰিছিল।

কংগ্ৰেছৰ এগৰাকী মহান কৰ্ম্মী, মহাত্মা গান্ধীৰ আদৰ্শেৰে অনুপ্ৰাণিত, এই যাদৱ প্ৰসাদ চলিহাই সামাজিক দায়বদ্ধতাক কেতিয়াও অৱহেলা নকৰিছিল। আজি-কালিৰ খদ্দৰ পিন্ধা, বৰ-পেটাল - বিলাকে মুখেৰে যিহে কথা ক'ব, যেন গোটেই সমাজ খনকে বদলাই দিব। পিছে আজি অত বছৰে যি দেখিলো সকলো ফাঁকি। মুখত এটা, পেটত এটা।

যাদৱ প্ৰসাদ চলিহা

এই ৰাজগড় অঞ্চলত, যাদৱ চলিহাদেৱৰ পিছত, নিস্বাৰ্থ ভাৱে কোনো জন পুৰুষে কিবা এটা কৰিলেনে? স্বাধীনতাৰ আগৰ কথা। তেতিয়া ৰাজগড় অঞ্চলৰ পানীবিল, বগাদাঁত, টিপমীয়া, ইত্যাদি গাঁওবোৰত কানিৰ প্ৰচলন আছিল। ককাইদেৱে বাগিচাৰ কামৰ পিচত, ওচৰৰ গঞা ৰাইজক মাতি আনি সকলোকে এই কানি এৰিবলৈ কৈছিল। মোক কৈছিল, প্ৰফুল্ল, কামৰ ছুটীৰ পিচত গাঁওবোৰলৈ যাবা আৰু তেওঁলোকৰ স্বাৰ্থৰ হকে কাম কৰিবা। কি মহান উপদেশ তেখেতে মোক দি গৈছিল!

কথা আৰু কামৰ মাজত পাৰ্থক্য নথকা ককাইদেৱে গঞা ৰাইজৰ অন্তৰৰ কথা জানিবলৈ চেষ্টা কৰিছিল। কোনো জাতি-ধৰ্ম্মৰ কথা নাই। কামৰ সময়ত কাম। পইচাৰ হিচাপ 'পাই টু পাই' লাগিব। ফাঁকি মাৰি সাৰিবলৈ চেষ্টা কৰিলে, কাপোৰ-কানি বান্ধি লোৱাই ভাল। বহুত গ'ল, মোৰ চকুৰ আগত।

এতিয়া আগফালে বহি হিচাপ কৰো, স্বাধীন হোৱাৰ প্ৰায় পঞ্চাছ বছৰেই হ'ল, কিন্তু ৰাজগড় অঞ্চলত ককাইদেউ আৰু তেখেতৰ দুই সুযোগ্য পুত্ৰ ইন্দ্ৰজিৎ (দিপু) আৰু ৰঞ্জিত (ৰণু) চলিহাই যি অৱদান দিলে তাৰ বাহিৰে চৰকাৰেই বা কি দিলে? ওচৰৰ অন্য বাগিচাই বা কি দিলে? প্ৰথম ৰাজগড়ত শিক্ষাৰ লাই-খুঁটা পোতে এই যাদৱপ্ৰসাদ চলিহাই। ভাল শিক্ষক তেখেতে নিজে বিচাৰি আনিছিল। দা-দৰমহা নিজ পকেটৰ পৰা দিছিল। ৰাজগড় উচ্চতৰ বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ তিলক চন্দ্ৰ বৰুৱাদেৱক তেখেতে আনিছিল। তেখেতৰ সুযোগ্য পুত্ৰ দ্বয়ে বিজ্ঞান শিক্ষাৰ প্ৰচাৰৰ বাবে বিজ্ঞান পৰীক্ষাগাৰ নিৰ্মাণ কৰাই দিয়ে। ৰাজগড়ত হাট বহুৱাৰ ব্যৱস্থা, তেখেতেই কৰিছিল। বৰ্ত্তমানে ৰাজগড়ত গ্ৰাম্য চিকিৎসালয়ৰ বাবে মাটিখিনি দিয়ে কৰঙ্গাণী বাগিচাই। আজি-কালিৰ মানুহে এইবোৰ কথা জানিও নজনাৰ ভাও ধৰে।

ভালৰ ভাল গুণটো ক'বলৈ বৰ টান পায়। কাৰোবাৰ আগত এই কথাবোৰ ক'লে, পাচত বুঢ়াটোৰ কাম নাই, এইবোৰ কথা বকি থাকে বুলি ক'ব। সেই কাৰণে আজি সমাজৰ এই অৱস্থা। আগতে কি আছিল আৰু এতিয়া কি হ'ল। কিছু কথাত ভাল হ'ল, পিছে বেছি ভাগেই বেয়া হ'ল।

যদু ভলন্টিয়াৰ। অবিবাহিত। স্বাধীনতা আন্দোলনত জীৱনৰ সকলো মোহ ত্যাগ কৰা যদুৰাম গগৈ। মূৰত গান্ধী টুপী পিন্ধি প্ৰায়ে ককাইদেউৰ ওচৰলৈ আহিছিল। তেখেতক দেখাৰ লগে লগে ককাইদেৱে গগৈ দেউ আহক আহক বুলি নিজৰ বঙলালৈ লৈ গৈছিল। তাতে খুৱাই-বুৱাই যাবৰ সময়ত চাহ পাত আৰু জেপত যিমান টকা থাকে উলিয়াই দিছিল। এই যদু ভলন্টিয়াৰ স্বৰ্গগামী হোৱাৰ এ সপ্তাহৰ আগতে শেষ বাৰৰ বাবে আহি মোৰ আজিজবাগৰ বঙলালৈ আহিছিল। যাবৰ সময়ত মোক সাৱটি ধৰি ককাইদেউৰ কথা কৈ কান্দিছিল আৰু এইবাৰৰ পিচত আৰু চলিহাদেউৰ বাগিচালৈ নাহোঁ বুলি কৈছিল। এৰা অন্তৰৰ কি টান।...................

**এইখিনিলৈকে লিখাৰ পাচত প্ৰফুল্ল চন্দ্ৰ ৰাজখোৱাদেৱক মৃত্যুৱে মাতি লৈ গ'ল।**
**অসমাপ্ত লিখনিটোকেই প্ৰকাশ কৰা হ'ল।**



# কৰঙ্গাণীৰ পৰা কলিকতা

দেৱবালা চলিহা

**কৰঙ্গাণী চাহ বাগিচাৰ পৰা আহি কেনেকৈ নো আমি ১৯৪৭ চনত কলিকতাৰ স্থায়ী বাসিন্দা হলোঁহি তাৰে অন্তৰঙ্গ এটি সৌৱৰণ মই আমাৰ মাৰ পৰা জানিব খুজিছিলো। ১৯৯৩ চনৰ মে মাহত যন্ত্ৰত ধৰি থোৱা মাৰ সেই-স্মৃতি বিৱৰণ ইয়াত লিপিবদ্ধ কৰা হল।       মীনাক্ষী**

মই কলিকতাৰ St. John's Diocesan School ত পঢ়ো তেতিয়া, হোষ্টেলত থাকো। অসমৰ পৰা কলিকতালৈ পঢ়িবলৈ যোৱা ছোৱালীবোৰ বন্ধত একেলগে অহা যোৱা কৰো। প্ৰত্যেকবাৰ আমাক কোনোবা এজন ডাঙৰ মানুহে দায়িত্ব লৈ অনা নিয়া কৰে। এবাৰ তেনেকৈ কলিকতাত বি.এচ.চি পঢ়ি থকা ছাত্ৰ, দেউতাৰাই, কলিকতালৈ যাওঁতে আমাৰ দলটো লৈ গৈছিল। লগত আন ছাত্ৰ কেইজনমানো আছিল। মোৰ মনত নাই। পাছতহে শুনিছো। মোৰ এহাতে চেতাৰ এহাতে বেহেলা লৈ কাৰো পিনে চাবৰ সময় নাছিল। দেউতাৰে বোলে তেতিয়াই মোক দেখিছিল।

আমাৰ স্কুলটো কলেজিয়েট স্কুল আছিল। স্কুল আৰু কলেজতো অসমীয়া ছোৱালী কেবাজনীও পঢ়িছিল। কলেজত পঢ়া ছোৱালী কেজনীমানে কোৱা মেলা কৰিছে আৰু মোকো সুধিছে "তোমাৰ বোলে বিয়া! বৰ ডাঙৰ মানুহৰ লগত সম্বন্ধ আহিছে, চলিহা ঘৰৰ ল'ৰা, ইয়াত বি.এচ.চি পঢ়ে!" মই তো অবাক! তেতিয়া মই খেলা ধূলা, গান বাজনা, পঢ়া শুনালৈ ইমান মগ্ন যে বিয়া এটা ডাঙৰ বাধা যেন লাগিল। মই কলো "এতিয়া মই কেলেই বিয়া কৰাম? পঢ়া শেষ কৰিবলৈ দিয়া। মাত্ৰ Class IX লৈ প্ৰমোচন পাইছোহে!"

ঘৰলৈ আহি শুনো — কথাটো সঁচা! বিয়া হল ১৯২৪ চনত, ফাগুন মাহত। আমাৰ দেউতা বিষ্ণুপ্ৰসাদ দুৱৰা চৰকাৰী কৰ্মচাৰী আছিল। মোৰ বিয়াৰ সময়ত দেউতা বৰপেটাৰ এচডিঅ' আছিল। দেউতাহঁতৰ ঘৰ আছিল গোলাঘাটত। বিয়া গোলাঘাটতে হৈছিল। বিয়াৰ পাছত মোক শিৱসাগৰলৈ লৈ গল।

যোৱাৰ সময়তো বহুত সমস্যা। সেই সময়ত ৰাস্তা ঘাট তো আজিৰ নিচিনা নাছিল। এছোৱা জাহাজত পাৰ হোৱা মনত পৰে। তাৰ পাছত মটৰতে গৈছিলো। তেতিয়া দেউতাৰহঁতৰ ঘৰ আছিল দিখৌৰ পাৰত। ডাঙৰ ঘৰ, মাটিৰ ঘৰ। মানুহ দুনুহ বহুত। আই আছিল। শৰতৰ মাক, বাইদেউ (কমলালয়া), মাখনী (হিৰণ্য প্ৰভা), পুতলী (নিৰ্মল প্ৰভা), বৰমাৰ (কনকলতা) বিমলি (বিমলা প্ৰসাদ), আইমানুহ (প্ৰতিভা) আছিল। আৰু বহুত মানুহ আছিল।

বৰদেউতাৰ (তাৰা প্ৰসাদ) আৰু মতা মানুহবোৰ বাহিৰ পিনে থাকে। বোপা (গুৰু প্ৰসাদ) সেই সময়ত শিৱসাগৰত নাছিল, বম্বেত পঢ়ি আছিল। আমাৰ বিয়াৰ পাছত আহোঁতেহে লগ পাইছো। ঘৰখন বৰ ভাল আছিল। ডাঙৰ ঘৰ। ডাঙৰ ব্যৱস্থা আৰু। মতা মানুহবোৰ বাহিৰে বাহিৰে থাকে। আমি বোৱাৰী জীয়ৰীবোৰ ভিতৰ পিনে থাকো। নামঘৰৰ বেলেগ আয়োজন। ডাঙৰকৈ পূজা হয়। দেউ আহি পূজা কৰে, আমি জোগাৰ জাতি কৰি দিওঁ। আয়ে সকলোকে দিহা পৰামৰ্শ দিয়ে, চলায়।

এই ডাঙৰ পৰিয়ালৰ ভিতৰত দুগৰাকী জীয়াৰীহে আঁতৰত আছিল। মাজু পেহীদেউৰা (লাবণ্য প্ৰভা) তেতিয়া কহিমাত থাকে। সীতা ৰৰবৰা পেহাদেউৰে কহিমাত চৰকাৰী কাম কৰি আছিল। তেওঁৰ বিয়া আগতে হৈছিল। শৈলেন, শান্তি, যোগেন উপজিছিল। বুলু (হেমপ্ৰভা) পেহীদেউৰাবো বিয়া হৈ গৈছিল।

শিৱসাগৰত অলপ দিনহে থাকিলো। বনমালী বাগিচালৈ লৈ গল। দেউতাৰে তেতিয়া বাগিচা চায়। বাগিচাত থাকিবলৈ বৰ ভাল আছিল। যদিও এতিয়াৰ নিচিনা সুবিধাবোৰ নাছিল, ৰাস্তা পদুলীও বৰ বেয়া আছিল, তবু থাকি বৰ ভাল লাগিছিল। শিৱসাগৰলৈ অহা যোৱা কৰি থাকো। সেইটোও একৰকম অভিজ্ঞতা।

আমাৰ বিয়াৰ চাৰি বছৰমান আগতে বৰদেউতাৰাৰ বিয়া হৈছিল প্ৰফুল্লৰ (বৰুৱা) ভনীয়েক ফুনুলীৰ (কনকলতা) লগত। প্ৰফুল্ল আৰু ফুনুহঁতৰ (বৰুৱা) মাক আগতে ঢুকাইছিল। দেউতাক ঢুকুৰাৰ পাছত তেওঁলোক শ্বিলঙত আছিল বায়েকৰ লগত, ভিনিহিয়েক ভৈৰব বৰুৱাৰ তত্বাৱধানত। প্ৰফুল্লই আই.এ. পাছ কৰাৰ পাছত বেনাৰসত পঢ়িবলৈ মন কৰিলে। তেতিয়া দেউতাৰে বন্দোবস্ত কৰি দিলে। ফুনু সৰু, পঢ়াত মন নাই। বৰ দুষ্ট। দেউতাৰে ফুনুক কাম শিকাবলৈ ললে। ফুনুৰ বুদ্ধি তীখৰ, কিন্তু দুষ্টালি বুদ্ধি সৰহ। ঠিক বাটত নিব পাৰিলে এই ল'ৰাটো খুব ভাল হব, এই বুলি দেউতাৰাই কামত লগাই দিলে। দিচাং নৈৰ পাৰত দেউতাৰাৰ এটা কাঠৰ saw mill আছিল। ফুনুক তাতে থলে আৰু লাহে লাহে কাম শিকাবলৈ ধৰিলে। বুধি থকা ল'ৰা, সোনকালে কাম শিকি ললে। সেই সময়ত ডাঠ কাঠৰ বাকচত চাহ পেকিং কৰিছিল। সেই বাকচবোৰ দেউতাৰে saw mill ত কৰিছিল। পিছত অৱশ্যে নানা কাৰণত saw mill টো বন্ধ কৰিব লগা হল। saw mill বন্ধ হোৱাৰ পাছত ফুনুক বনমালী বাগচালৈ আনিলে। চাহ বাগিচাৰ কাম শিকালে। ফুনুৱে খুব সোনকালে বাগিচাৰ কাম ভালকৈ শিকি পেলালে। তেতিয়া তেওঁক গোসাঁইবাৰী বাগিচাখন চলাবলৈ দিলে। সেই কামটোও ফুনুৱে খুব ভালকৈ কৰিছিল। বোপা (গুৰু প্ৰসাদ) সেই সময়ত বম্বেত, পঢ়ি আছে। বিমলি সৰু, স্কুলত পঢ়ি আছে। আমি বনমালীতে বেছিভাগ আছিলো।

তেতিয়া বাগিচাত তো আজিকালিৰ নিচিনা সিমান লাভ নহয়। বেঙ্কৰ পৰা সহায় নেপায়। বহুত সমস্যা। চাহৰ দাম নো কিমান আছিল — পাউণ্ডত বাৰ অনা, এটকা, ডেৰ টকা, খুব বেছি হলে দুটকা। আমাৰ বিয়াৰ বছৰ ভাল লাভ হৈছিল।

আমাৰ জীৱনৰ ডাঙৰ পৰিৱৰ্তন আহে ১৯২৬ চনত। দিখৌৰ পাৰৰ ঘৰৰ পৰা উঠি আমি মেলাচকৰৰ বঙলালৈ আহিলো। ১৯৩০ চনত, অকণু (ৰেখা) ওপজা বছৰ সম্পত্তি ভাগ হল। সম্পত্তি ভাগৰ আইন সংক্ৰান্ত কামৰ কাৰণে কলিকতালৈ চব যাব লগীয়া হৈছিল।

বনমালী দিলে বোপা(গুৰু প্ৰসাদ) আৰু বিমলিক (বিমলা প্ৰসাদক)। গোসাঁইবাৰী বৰদেউতাৰা (তাৰা প্ৰসাদ)ৰ হল আৰু আমাৰ ভাগত কৰঙ্গাণী পৰিল। কৰঙ্গাণীৰ গ্ৰাণ্ট লৈছিল বৰদেউতাৰাই। ১৯২৬ চনত কৰঙ্গাণী খুলিছিল। তেতিয়া মোহনলাল চলিহা আছিল কৰঙ্গাণীৰ তত্বাৱধানত। বনমালীত আমি ১৯৩০ চনলৈকে আছিলো। তেতিয়াই দেউতাৰাৰ মেলেৰিয়া জ্বৰ হবলৈ ধৰিলে। প্ৰায়ে জ্বৰ হয়।

সম্পত্তি ভাগ হোৱাৰ পাছত কৰঙ্গাণীলৈ গলো। তাত ঘৰ দুৱাৰ একো নাছিল। খেৰৰ ঘৰ সাজি লোৱা হল। তেতিয়া লখিমী ৫ বছৰীয়া, ৰুবী দিপু দুবছৰীয়া আৰু অকণু উপজিছে মাথোন। দেউতাৰাৰ জ্বৰ বৰ বেছি হোৱাত মই বোপাক (গুৰু প্ৰসাদক) মাতি পঠিয়ালো। বোপাই ডঃ কনক বৰুৱাক লৈ আহিল। কনক ডাক্তৰৰ চিকিৎসাত দেউতাৰাৰ গা লাহে লাহে ভাল হৈ আহিল, কিন্তু আগৰ জোৰটো ঘুৰাই নেপালে আৰু।

কৰঙ্গাণী লাহে লাহে ঠন ধৰি উঠিল, কিন্তু টকাৰ দিগদাৰ। চাহ গছৰ পুলিবোৰে পাত দিবলৈ ধৰিলে, এতিয়া কলঘৰ লাগে পাত মাৰিবলৈ, কলঘৰ নাই। দেউতাৰাই সদায় য'লৈকে যায়, পুৰণা মেচিন চাই ফুৰে। এবাৰ তেনেকৈ যোৰহাটত মাজু পেহীদেউৰাৰ ঘৰলৈ যাওঁতে Electricity Companyৰ বাৰান্দাত পুৰণা ইঞ্জিন এটা দেখিলে। দেউতাৰাই সেই ইঞ্জিনটো কিনি লব খোজোঁতে মালিকপক্ষই এনেয়ে দিবলৈ ওলালে, কাৰণ বেয়া ইঞ্জিনটোৱে ঠাইহে দখল কৰি আছে, একো কামত অহা নাই। দেউতাৰাই নিজৰ সাধ্য অনুসাৰে সামান্য টকা দি ইঞ্জিনটো লৈ আনিলে। সেই ইঞ্জিনটোৰেই কৰঙ্গাণীৰ কলঘৰ পাতিলে, তিনি বছৰ চলালে। মেচিন টেচিন নাই। অ'ৰ পৰা ত'ৰ পৰা ভঙা মেচিন আনি নিজে ঠিক কৰি কৰি চলায়। তেনেকৈ তেনেকৈ চলি আছিল।

ইতিমধ্যে মাখনীক প্ৰফুল্ললৈ বিয়া দিয়া হল। বনমালীত থকা সময়তে দেউতাৰাই চাফ্ৰাইৰ পৰা বনমালীলৈ অহা ৰাস্তাটো ভাল কৰিবলৈ কনট্ৰেক্ট লৈছিল। সেই কনট্ৰেক্টটো দেউতাৰাই প্ৰফুল্লক দিলে। প্ৰফুল্ল আৰু বিষ্ণু চলিহাই সেই কনট্ৰেক্টটো ললে। তেতিয়াৰ পৰা প্ৰফুল্লই কনট্ৰেক্ট লবলৈ ধৰিলে।

দেউতাৰাই কৰঙ্গাণীতে লাগি থাকিল। লাহে লাহে বাগিচাখন ভাল হৈ আহিল। তেতিয়া বাগিচাৰ কাৰণে টকা জোগাৰ কৰিবলৈ, বেঙ্কৰ লগত যোগাযোগ কৰিবলৈ কলিকতালৈ যাব লাগে প্ৰতি বছৰ। ১৯৪১ চনৰ জাৰ কালি কলিকতালৈ যাওঁতে তাত ঘটনাচক্ৰত পৰি Rolling Mill এটা নিলামত কিনা হল। তেতিয়াৰে পৰা আমি কলিকতাতে থাকিবলৈ ললো। সেই সময়ত কৰঙ্গাণীৰ তত্বাৱধান কৰিছিল বৰ ভাল মানুহ এজনে — নাম আৰ্ফানুল্লা। লেখাপঢ়া নেজানে, কিন্তু হাতে কলমে কাম শিকা মানুহ। খুব ভালকৈ চলাইছিল। দেউতাৰাই মাজে মাজে আহি চায়হি। Rolling Mill -ৰ কামত সহায় কৰিছিল দেউতাৰাৰ সোঁ হাত যেন যোগেশ্বৰ হাজৰিকাই।

পিছত কৰঙ্গাণী ফনুৰে চলাইছিল। তেওঁও খুব ভালকৈ চলাইছিল। কলিকতাত আমি প্ৰথমতে হিন্দুস্থান পাৰ্ক, বালিগঞ্জত আছিলো। আমি ভাৰা থকা ঘৰটো এতিয়া পশ্চিম বঙ্গৰ মুখ্যমন্ত্ৰী শ্ৰী জ্যোতি বসুৰ। ৰাধাৰাণী দেবী নৰেন দেবহঁতৰ ঘৰৰ সমুখতে আমাৰ ঘৰটো। সেই সময়তে তেখেতসকলৰ লগত ঘনিষ্ঠতা হৈছিল। এবাৰ ডাক্তৰ ভুবনেশ্বৰ বৰুৱা সপৰিয়ালে আমাৰ ঘৰত ভালেমানদিন আছিলহি। পুষ্প লতাও (দাস) আহিছিল। সেইবোৰ কথা পাহৰিব নোৱাৰো।

১৯৪২ চনত আমি টালিগঞ্জৰ গলফ্ ক্লাব ৰোডলৈ আহোঁ। তাত তিনিটা ঘৰ সলোৱাৰ পাছত ১৯৪৬ চনত শেষ প্ৰকাশ মল্লিকৰ পৰা দেউতাৰাই পি ২১, ঘৰটো কিনি লয় আৰু তাৰে পৰা আমি কলিকতাৰ স্থায়ী বাসিন্দা হৈ পৰো। ১৯৪১ৰ পৰা ১৯৪৬ কালছোৱাত স্বাধীনতা আন্দোলন পূৰাদমে চলি আছে। আমাৰ ঘৰত আত্মগোপনকাৰী কংগ্ৰেছকৰ্মী বহুতো আলহী আছিল। অৰুণা আচফ আলি, জে.বি. কৃপালনী, সুচেতা কৃপালনী, বিষ্ণু ৰাভা, জ্যোতি প্ৰসাদ আগৰৱালা আৰু বহুতে থাকি গৈছে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ গা বেয়া থকাত এবছৰ কাল আমাৰ ঘৰত থাকিব লগীয়া হৈছিল। আমাৰ সৌভাগ্য যে তেখেতৰ সান্নিধ্য আমি ইমানদিন পালো। ১৯৪৭ চনত কৰঙ্গাণীৰ ভাল লাভ হৈছিল। সেই বছৰতে আজিজবাগ বাগিচাখন কিনা হল।

কলিকতাত থাকি গলো ল'ৰা-ছোৱালী পঢ়াবলৈ। লখিমীৰ বিয়া হৈ গৈছিল। দিপু, ৰুবী, অৰুণ, আইজনী, ৰণু আটাইকেইজনে কলিকতাতে পঢ়িবলৈ ললে। দেউতাৰাই Rolling Mill চায় আৰু মাজে মাজে বাগিচালৈ আহি বাগিচাৰ কাম চায়। তেনেকৈয়ে আমি কলিকতাবাসী হলো।



# যাদৱ প্ৰসাদ চলিহা মন আৰু মানুহজন

লক্ষ্যধৰ চৌধুৰী

১৯৪২ চন। বিশ্বজুৰি এক অভাৱনীয় হুলস্থূলীয়া পৰিৱেশ। এফালে দ্বিতীয় মহাসমৰ আনফালে 'ভাৰত ত্যাগ' আন্দোলন। তেতিয়া এই দুয়োটাৰে ভৰপক। ভাৰতৰ জনসাধাৰণ মহাত্মা গান্ধীৰ বাণী সাৰোগত কৰি "কৰিম নহলে মৰিম" মন্ত্ৰৰে দেশৰ স্বাধীনতাৰ হকে সকলো ত্যাগ কৰিবলৈ আগ বাঢ়ি আহিছে। মহাত্মা গান্ধীকে আদি কৰি সকলো দেশ নেতা তেতিয়া জেলত। সেয়ে মহাত্মাৰ কথা মতেই জনগণে নিজেই এই আন্দোলনৰ আঁচনি যুগুতাই ইংৰাজক ভাৰত ত্যাগ কৰিবলৈ সকীয়াইছে।

তদুপৰি বহুতো দেশনেতাই আত্মগোপন কৰি এই জনগণৰ মাজত প্ৰেৰণা যোগাই আছিল। সেইবোৰৰ ভিতৰত ডঃ ৰামমনোহৰ লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন, অৰুণা আছফ আলি আদি আছিল প্ৰধান। তাতেই বিশ্বত বিস্ময়ৰ সৃষ্টি কৰি জেল ভাঙি ওলাই আহিল জয় প্ৰকাশ নাৰায়ণ, ৰামানন্দ মিশ্ৰ আদি দুঃসাহসী আৰু স্বাধীনতাকামী এই দেশ নেতা সকল।

সেই সময়ত অসমৰ বিপ্লৱী জনগণও পিছ পৰি নাথাকিল। দেশৰ কাৰণে জীৱন পণ কৰি জনসাধাৰণ ওলাই আহিল। অসমৰ জননেতা হেম বৰুৱাই (ত্যাগ বীৰ) নৰিয়া পাটীৰ পৰাই এই আন্দোলনৰ গুৰি ধৰিলে। জনগণ জাগি উঠিল। কনক লতা, মুকুন্দ কাকতী, তিলক ডেকা, মদন ৰাউতা, ভোগেশ্বৰী ফুকননী, বলো সূত, ঠগীৰাম সূত, লক্ষ্মী হাজৰিকা আদিয়ে বিভিন্ন ঠাইত নিজৰ জীৱন দেশৰ হকে আহুতি দিয়ে। সেই সময়তে আত্মগোপন কৰি থকা জ্যোতিপ্ৰসাদ আগৰৱালা, মহেন্দ্ৰ হাজৰিকা, লক্ষ্মীপ্ৰসাদ গোস্বামী আদিয়ে আত্মগোপন কৰি জনসাধাৰণক আন্দোলনৰ কাৰণে প্ৰেৰণা যোগালে।

সেই সময়ত কলিকতা আৰু বোম্বাই এই অজ্ঞাতবাসী বিপ্লৱী সকলৰ দুটা ঘাই ঘাটি স্বৰূপ আছিল। অসমৰ এই বিপ্লৱী সকলেও এওঁলোকৰ লগত যোগাযোগ কৰি বিপ্লৱৰ বাণী আৰু কাৰ্য্যসূচী পালন কৰিছিল। সেই সময়ত অসমৰ বিপ্লৱী সংগঠন আৰু ভাৰতৰ বিপ্লৱী সংগঠনৰ যোগাযোগৰ ঘাই যোগসূত্ৰ আছিল যাদৱ প্ৰসাদ চলিহা।

যাদৱ প্ৰসাদ চলিহা দেৱ তেতিয়া কলিকতাৰ নিবাসী। কলিকতাৰ টালিগঞ্জ এলেকাত তেওঁৰ ঘৰ। ওচৰতে তেওঁৰ চলিহা ৰ'লিং মিল্। এজন উদ্যোগ পতি ৰূপে চলিহা প্ৰতিষ্ঠিত। আচলতে তেওঁ এজন কংগ্ৰেছ কৰ্মী। অকল তেৱেঁই নহয় তেওঁৰ পৰিবাৰৰ বহুতেই কংগ্ৰেছ আন্দোলনত যোগ দি শিক্ষা এৰিছে — কাৰাবাস বৰণ কৰিছে আৰু জৰিমনা আদিও ভুগিছে। চলিহাদেৱৰ নুমলীয়া ভাই বিমলা প্ৰসাদ চলিহা গান্ধীবাদী কৰ্মী, নেতা আৰু শেষত অসমৰ মুখ্যমন্ত্ৰী ৰূপেও দেশৰ প্ৰতি সেৱা আগবঢ়াই গৈছে।

কংগ্ৰেছৰ কামত যাদৱ চলিহাদেৱে প্ৰথমৰ পৰাই নিষ্ঠাৰে যোগদান কৰিছে। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰি তেওঁ কাৰাবাসো খাটিছিল। ১৯২৬ চনত পাণ্ডুত বহা নিখিল

ভাৰত কংগ্ৰেছৰ অধিবেশনৰ কালত যাদৱ চলিহাদেৱে যি নিষ্ঠাৰে কাম কৰিছিল তাৰ বাবে দেশভক্ত ফুকন, কৰ্ম্মবীৰ বৰদলৈৰ পৰা বিশেষ প্ৰশংসা লাভ কৰিছিল। যাদৱ চলিহাদেৱৰ ব্যক্তিত্ব আৰু কৰ্মৰ প্ৰতি থকা নিষ্ঠাৰ কথাত অসমৰ সকলো কংগ্ৰেছ নেতা আৰু কৰ্ম্মীয়েই তেওঁক শ্ৰদ্ধা কৰিছিল। ১৯৩০ চনত অসম কংগ্ৰেছৰ সভাপতি বিষ্ণু ৰাম মেধি গ্ৰেপ্তাৰ হোৱাত যাদৱ চলিহাদেৱে অস্থায়ী সভাপতি ৰূপে সেই ভাৰ অতি দক্ষতাৰে বহন কৰিছিল।

১৯৩৭ চনত যাদৱ চলিহাদেৱ অসমৰ বিধান সভালৈও নিৰ্বাচিত হৈছিল।

শেষত তেওঁ কলিকতালৈ যায় আৰু তাতেই বসতি কৰিবলৈ লয়। সেই সময়তে তেওঁ কলিকতাৰ টালিগঞ্জ এলেকাত 'চলিহা ৰলিং মিল' স্থাপন কৰি এজন নিষ্ঠাবান, সৎ উদ্যোগ পতি ৰূপে প্ৰতিষ্ঠিত হয়। সেই বুলি তেওঁ দেশ সেৱা এৰি দিয়া নাছিল। ১৯৪২ চনৰ আন্দোলনত ভাৰতৰ বিপ্লৱী সকলৰ মাজত তেওঁ যি যোগসূত্ৰ স্বৰূপে কাম কৰিছিল সেইটো আজিও শ্ৰদ্ধাৰে সোঁৱৰণ কৰিব লগীয়া কথা। এই ভাৰত ত্যাগ আন্দোলনৰ সময়ত এইজনা লোকৰ সান্নিধ্যলৈ আহিছিলো। হঠাৎ অসমৰ আন্দোলনৰ গুৰি ধৰোঁতা হেম বৰুৱাদেৱৰ সৌজন্যত।

১৯৪২ চনৰ শেষৰ ভাগ। পূজা পৰ্বৰ প্ৰায় সামৰণি পৰিছে। কালী পূজাৰ প্ৰায় এমাহ মান পিছৰ কথা। সচৰাচৰ যোৱাৰ দৰে সন্ধিয়া হেম বৰুৱাদেৱৰ কাষলৈ গৈছো। তেওঁ পোনেই সুধিলে "তুমি কলিকতালৈ গৈছানে?"

"গৈছো। বহুবাৰ। আজি দু বছৰৰ আগতে কলিকতা বিশ্ববিদ্যালয়ৰ ভূগোল প্ৰশিক্ষণ লবলৈ গৈ তাত প্ৰায় এবছৰ কাল আছিলো।"

তেতিয়া তেওঁ ক'লে, "তুমি কলিকতালৈ যাব লাগে। তাত অলপ কাম আছে। কৰি আহিব লাগে। তুমি সাজু হোৱা।"

বৰুৱাৰ কথামতে দুদিনৰ ভিতৰতে কলিকতালৈ যাবলৈ সাজু হলো। তেওঁ নিৰ্দেশ দিলে, "তুমি এই কেইটা কাম কৰি আহিব লাগে।

প্ৰথম — প্ৰভুদয়াল হিমৎসিংকাদেৱক লগ ধৰা। সেইটো মুখ্য কাম। সেইটো সমাধা কৰি যাদৱ চলিহা দেৱক লগ ধৰিবা। জ্যোতি প্ৰসাদ তাতে আছে। চিকিৎসাৰ কাৰণে। চলিহাৰ পৰাই তেওঁৰ স্বাস্থ্যৰ বিষয়ে ভূ লৈ আহিবা।

ত্যাগবীৰ হেম বৰুৱাদেৱৰ বাৰ্ত্তা বাহক স্বৰূপে গৈ কলিকতা ওলালো। তাত গৈ মীৰ্জাপুৰ ষ্ট্ৰীটত থকা 'আইডিয়েল হোম'ত উঠিলো।

কলিকতা পায়েই হাৰ্ডিঞ্জ হোষ্টেললৈ গ'লো। তাত সুবোধ হাজৰিকা আছিল। এম-কম পৰীক্ষাৰ কাৰণে প্ৰস্তুতি চলাইছিল। তেওঁক পঢ়িব নিদিয়াকৈ বহু কথা হলো যদিও প্ৰকৃত কথাবোৰ গুপুত ৰাখিলো।

পিছ দিনা পুৱা গৈ বালীগঞ্জত থকা প্ৰভুদয়াল হিমৎসিংকাক লগ ধৰি বৰুৱা দেৱে পঠোৱা কাকতখিনি দিলো। তেৰোঁ বৰুৱা দেৱলৈ দুটা কাকতৰ টোপোলা দি আমাক বিদায় দিলে।

এতিয়া প্ৰথমটো কাম বৰ নিয়াৰিকৈ কৰিব পাৰি মন বহুখিনি পাতলিল। কিন্তু চিন্তা হ'ল যাদৱ চলিহাৰ ঘৰ এতিয়া কিদৰে উলিয়াওঁ। তেওঁৰ ঘৰ টালিগঞ্জত। ই ভাৰতৰ হলিউড। আগতে কলিকতালৈ আহোঁতে বহুবাৰ যাব বিচাৰিছিলো যদিও যোৱা নহ'ল। এমুৰীয়া ঠাই। সেয়ে পিছদিনা সুবোধ হাজৰিকাক গৈ সুধিলো চলিহাৰ বাসস্থানৰ কথা। তেওঁ ক'লে — "এ ওলাবা, মই প্ৰায়েই যাওঁ। এতিয়া পৰীক্ষা ওচৰ চপাত আহ যাহ অলপ পাতলিছে। তাতে ভোলা ভূঞা আছে। ইয়াত এটা গজালৰ কাৰখানা খুলিছে। টালিগঞ্জ এতিয়া অকল কথাছবিৰ কাৰখানাৰ কাৰণেই বিখ্যাত নহয়,

### যাদৱ প্ৰসাদ চলিহা

ইয়াত অসমীয়া উদ্যোগপতি চলিহাদেৱৰ চলিহা ৰ'লিং মিল, ভোলা ভূঞাৰ গজালৰ কাৰখানা আদি কৰি অসমীয়া উদ্যোগপতিৰো বাসস্থান। ওলাবা। চাৰি বজাত ইয়াৰ পৰা ৰাওনা হ'ম।"

সেইমতে ওলাই ট্ৰাম যোগে আহি টালিগঞ্জৰ এঠাইত নামিলোহি। তাতে এটি গলিত লিখা আছে Golf Club Road। অলপ আগবাঢ়ি গৈয়েই সুবোধ হাজৰিকা থমকি ৰ'ল। ক'লে — "এইটো আমাৰ ভোলা ভূঞাৰ ঘৰ। ইয়াতেই জ্যোতি প্ৰসাদ আগৰৱালা থাকে।" এই বুলি অলপ আগ বাঢ়িল। কেঁকুৰিটোৰ মূৰতে থিয় হৈ তেওঁ মোক ক'লে — "সেইটো চলিহাৰ ঘৰ। তুমি তাৰ পৰা আহাঁগৈ, মই ভূঞাৰ তাতে সোমাওঁ। তেওঁক লগ ধৰি ইয়ালৈকে আহিবা।"

মই আগবাঢ়ি চলিহাৰ ঘৰৰ ফালে গ'লো। বাৰান্দাতে এগৰাকী মহিলা চকী এখনত বহি আছিল। মোক দেখি বঙ্গালীতে সুধিলে, "কাক লাগে?" মই অসমৰ পৰা আহিছো — চলিহাদেৱক লগ পাব বিচাৰিছো।

বহিবলৈ কৈ তেওঁ ভিতৰলৈ গ'ল। চলিহাদেৱ আহিল। মই আগতেও চলিহাদেৱক দেখিছিলো। কিন্তু কথা-বতৰা বা চা-চিনাকি নাছিল। মই মোৰ নাম-ধাম কৈ হেম বৰুৱাদেৱে দিয়া চিঠিখন আগ বঢ়াই দিলো। তেওঁ চিঠিখন পঢ়ি ক'লে — "আপুনি আগৰৱালাৰ বাহৰ এৰি থৈ আহিল। এই বুলি আগুৱাই আহি মোক পুনৰ ভোলা ভূঞাৰ ঘৰটো দেখুৱাই দিলে। সেয়েই আমাৰ চলিহাদেৱৰ লগত প্ৰথম মুখামুখি।

উৰ্ভতি ভূঞাৰ বাহৰত উঠিলোঁহি। তাতেই অজ্ঞাতবাসী ৰূপকোৱঁৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ বসতি। আগৰৱালা দেৱৰ শৰীৰ বৰ বেয়া। অসুস্থ হৈ বিছনাতে পৰি থাকে। তথাপি দেশৰ চিন্তা, সংস্কৃতিৰ চিন্তা কৰিবলৈ এৰা নাই। ইংৰাজ চৰকাৰে ইতিমধ্যে তেওঁক পলাতক ঘোষণা কৰিছে। আগৰৱালাদেৱ আমাৰ আগৰে চিনাকি। গৈ পোৱাৰ লগে লগে আমাৰ আন্দোলনৰ কথা সুধিলে। মই হেম বৰুৱাদেৱে তেওঁৰ স্বাস্থ্যৰ খবৰ লৈ যাবলৈ নিৰ্দেশ দিয়াৰ কথা ক'লো।

তেওঁ ক'লে, "মোৰ ইয়াত নিজৰ কাৰণে একো ভাবিব লগীয়া নাই।" ভূঞা আৰু চলিহাৰ কথা কৈ তেওঁ গদগদ হৈ পৰিল। তদুপৰি তেওঁ ক'লে — "যাদৱ চলিহাদেৱ আমাৰ ভাৰতৰ সকলো বিপ্লৱী অজ্ঞাতবাসীৰ এজন স্বীকৃত অভিভাৱক। সকলোৰে প্ৰতি তেওঁৰ স্নেহ -প্ৰীতি সমান।" এইদৰে তেওঁ চলিহা দেৱ এজন স্থিতপ্ৰজ্ঞ লোক বুলিও শলাগিলে।

প্ৰায় দুমাহৰ পিছতে ইংৰাজৰ চোকা পহৰীয়াৰ চকুত ধূলি মাৰি ইংৰাজৰ আতঙ্ক শঙ্কৰ বৰুৱা কলিকতা ওলালহি। উদ্দেশ্য, ভাৰতৰ বিপ্লৱী সকলৰ লগত যোগাযোগ স্থাপন কৰা।

কলিকতা মহানগৰীৰ টালিগঞ্জৰ গল্‌ফ্ ক্লাব ৰ'ডৰ ৩১/২৪ নম্বৰ চলিহা দেৱৰ বাসস্থান। এই ভৱনতেই সেই ঐতিহাসিক মিলন ঘটিছিল। শঙ্কৰ বৰুৱা আৰু জয়প্ৰকাশ নাৰায়ণৰ। গুপুত মেল বহিছিল। বিপ্লৱৰ নতুন কাৰ্য্যসূচীৰ গভীৰ আলোচনা হৈছিল। অভূতপূৰ্ব সমাৱেশ। জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টৱৰ্দ্ধন, অৰুণা আছফ আলী। সকলোটি ঘোষিত পলাতক। আনফালে অসমৰ ঘোষিত পলাতক, ইংৰাজৰ আতঙ্ক শঙ্কৰ বৰুৱা, ডেকা বিপ্লৱী পলাতক লক্ষ্মী প্ৰসাদ গোস্বামী, ঘোষিত পলাতক ৰূপকোৱঁৰ জ্যোতি প্ৰসাদ আগৰৱালা। লগতে আমাৰ কলিকতাৰ পথ প্ৰদৰ্শক সুবোধ হাজৰিকা আৰু ত্যাগবীৰ হেম বৰুৱাৰ বাৰ্ত্তা বাহক আমি নিজে। এই বৈঠকৰ আলোচনাৰ কথা আজিৰ পাঠৰ বিষয় নহয়। কিন্তু এই বৈঠকৰ স্থান আৰু ঘৰৰ গৰাকী যাদৱ চলিহাদেৱৰ বদান্যতা আৰু আতিথ্যৰ কথা এবাৰ নুসুঁৱৰিলে অন্যায় হ'ব। সেই সময়ত চলিহাদেৱে নিজৰ কোঠাত বহি নিজৰ উদ্যোগৰ কাগজ-পত্ৰ নিৰ্ব্বিবাদে চাই আছিল। কোনো উদ্বেগ বা আবেগ নাই। আমি কিন্তু সচকিত হৈছিলো। এই বৈঠকত আমালোকৰ দুজনৰ বাহিৰে সকলোৰে মূৰৰ বিনিময়ত চৰকাৰৰ

লোভনীয় নগদ টকাৰ পুৰস্কাৰ ঘোষণা কৰা আছিল। এই বৈঠকত অলপ হীন-ডেঢ়ি হলেই সৰ্বনাশ। ইমান এটা গুৰুতৰ পৰিবেশতো অলৰ অচৰ হৈ নিজৰ সকলো কৰ্ত্তব্য সৎভাৱে পালন কৰিব পৰাটো কম কথা নহয়। সঁচা কথা, জ্যোতি প্ৰসাদ আগৰৱালা দেৱে ঠিকেই কৈছিল, "চলিহাদেৱ স্থিতপ্ৰজ্ঞ ব্যক্তি।

এই সভাৰ পিছত চলিহাদেৱে সকলোকে বিদায় সম্ভাষণ জনোৱাৰ কথাটো আমাৰ আজিও মনত পৰে। এনেদৰে বহু নিশা এই ভয়াল বিপ্লৱী সকলৰ বিভিন্ন মিলন সভা বহে। এওঁলোকৰ ভিতৰত অৰুণা আছফ আলীৰ এই ঘৰ নিজৰ বৈঠকখানাৰ দৰেই হৈ পৰিছিল। তদুপৰি পাৰ্ক চাৰ্কাচত বসতি কৰা ভবেশ চন্দ্ৰ বৰুৱা, মালতী বৰুৱা আৰু হলিৰাম ডেকাৰ ঘৰ অৰুণা আছফ আলীৰ বিশ্ৰামৰ নিবাস স্বৰূপ হৈ পৰিছিল।

শেষত এটা বৰ অঘটন ঘটিল। পলাতক জ্যোতিপ্ৰসাদ আগৰৱালা দেৱক ৰক্ষণাবেক্ষণ দিয়াৰ অপৰাধত ভোলা ভূএগ্ৰাৰ ঘৰত পুলিচে খানা তালাছ কৰি বহুতো পুথি-পাঁজি, কিতাপ-পত্ৰৰে তেওঁক গ্ৰেপ্তাৰ কৰে। এই বাতৰি যাদৱ চলিহাই নি তৎক্ষণাতে পলাতক সকলক সদৰি কৰে, যিয়েই চলিহাৰ সততা, দেশপ্ৰেম আৰু এই সমগ্ৰ পলাতক গোষ্ঠীৰ দায়িত্ব তেওঁ কেনেদৰে মূৰ পাতি লৈছিল তাকেই প্ৰমাণ কৰে। চলিহা দেৱে নিজে টালিগঞ্জৰ পৰা কলেজ স্কোয়াৰ কলুটোলাৰ ওচৰত থকা হাৰ্ডিঞ্জ হোষ্টেললৈ আহি সুবোধ হাজৰিকাক পুৱাৰ ভাগতে খবৰ দি যায়হি। তদুপৰি সকলোকে সতৰ্ক হৈ থাকিবলৈ সকীয়ায়। এনেদৰে যাদৱ চলিহা দেৱে '৪২-ৰ গণ আন্দোলনত ডাঙৰ বৰঙণি যোগাই গৈছে।

এই আন্দোলনৰ ভৰপক অৱস্থাতে অৰুণা আছফ আলী অসমলৈ আহিছিল। তেওঁ গুৱাহাটীত বিষ্ণুৰাম মেধিৰ ঘৰত ত্যাগবীৰ হেম বৰুৱা আৰু লোকবন্ধু ভুৱনেশ্বৰ বৰুৱাদেৱৰ লগত আন্দোলনৰ বিষয়ে আলোচনা কৰিছিল। সেই বৈঠকত ভুবনেশ্বৰ বৰুৱাই ইমান দীৰ্ঘকাল ধৰি পলাতক ৰূপে জীৱন নিৰ্বাহ কৰাত আশ্চৰ্য্য প্ৰকাশ কৰিলত অৰুণা আছফ আলীয়ে পূজাৰ সময়ৰ কথা ক'লে, লগতে কলিকতাত থকা যাদৱ চলিহা দেৱ আৰু তেওঁৰ পৰিবাৰ দেৱবালা চলিহা, ভবেশ বৰুৱা আৰু তেওঁৰ পৰিবাৰ মালতী বৰুৱা, হলিৰাম ডেকা আৰু তেওঁৰ পৰিবাৰ বিদ্যাৱতী ডেকাৰ মৰম, আতিথ্য আৰু সহায়ৰ কথা অকপটে শলাগিছিল। তদুপৰি তেওঁ কৈছিল — "চলিহাৰ ঘৰ ভাৰতৰ বিপ্লৱী সকলৰ এক উমৈহতীয়া ঘৰৰ দৰে হৈ পৰিছে। বৰুৱা আৰু ডেকাৰ ঘৰ আমাৰ নিজৰ কাৰণে শান্তি আৰু বিশ্ৰামৰ থল। সময়ে অসময়ে তাত গৈ জিৰণি লওঁ।"

সাংস্কৃতিক ক্ষেত্ৰতো যাদৱ চলিহা দেৱৰ বৰঙণি আজিও আমাৰ চাম লোকে শ্ৰদ্ধাৰে সোঁৱৰে। ১৯৪৬ চন। স্বাধীনতাৰ আগলি বতৰ। সেই সময়ত কলিকতাত থকা কমল নাৰায়ণ চৌধুৰী, নিৰোদ ৰায়, পুৰুষোত্তম দাস আদিয়ে 'ইষ্টাৰ্ণ মুভিজ' নামৰ এটি প্ৰতিষ্ঠান গঠন কৰি 'বদন বৰফুকন' কথাছবি নিৰ্মাণ কৰিবলৈ সাজু হৈছে। এই প্ৰচেষ্টাত কথাছবিখনৰ সংলাপ লিখিবলৈ আৰু এটি ভাও গ্ৰহণ কৰিবৰ কাৰণে আমাৰো ডাক পৰিল। সেয়ে কলিকতা ওলালোগৈ। গৈ দেখিলো, সকলো জোগাৰ হৈছে, কিন্তু অভিনেত্ৰী জোগাৰ হোৱা নাই। জটিল সমস্যা। এটা সময়ত এদিন তেওঁলোকৰ তিনিজনৰে সৈতে আমি চলিহা দেৱৰ ওচৰলৈ গ'লো। এই বিষয়ত কিবা সহায় কৰিব পাৰে নেকি?

কথা প্ৰসঙ্গত তেওঁ ক'লে — "কি কি চৰিত্ৰৰ কাৰণে লাগে? কিমান বয়সৰ?" আমাৰ ফালৰ পৰা কোৱা হ'ল — "তিনি গৰাকী অভিনেত্ৰী অন্ততঃ লাগে; ৰাজ মাও, পিজৌ গাভৰু আৰু ৰঙ্গিলীৰ ভাও দিবলৈ। বয়স, ৰাজ মাওৰ ধৰক ৪৫/৫০ বছৰ, পিজৌৰ ৩০ বছৰ আৰু ৰঙ্গিলীও তেনে বয়সৰ।" তেওঁ ক'লে — "আমাৰ এওঁৱেই" অৰ্থাৎ তেওঁৰ পৰিবাৰ দেৱবালা চলিহায়ে দেখোন

ৰাজমাও হৈ ভাও দিব পাৰে। আমি থতমত খালো। সকলোৱে এই প্ৰস্তাৱত সমৰ্থন জনালো। দেৱবালা চলিহা বাইদেৱেও নিজে সম্মতি জনালে। তদুপৰি তেওঁ ক'লে — "মোৰ ছোৱালী লখিমী, ৰুবী, ৰেখা আৰু আইজনী হঁতৰ বয়স নিচেই কম — ভাও দিব নোৱাৰিব। চৰিত্ৰৰ লগত বয়সৰ বহুত অমিল হ'ব।

আমাৰ ফালৰ পৰা ক'লে — "এওঁলোকে আৰু গীতত কণ্ঠ দান কৰিব পাৰিব"। সেইমতে তেওঁলোকে এই কথা ছবিৰ গীতত কণ্ঠ দান কৰিলে।

তদুপৰি চলিহা দেৱে ক'লে "নাটখন গধুৰ হ'ব। ছবি গ্ৰহণত ঘাইকৈ সেই যুগৰ পৰিৱেশ সৃষ্টি কৰিবলৈ বহু ধন খৰচ কৰিব লাগিব। কিন্তু ধন খৰচ কৰিলেও আমাৰ কথা ছবিৰ ব্যৱসায় গা কৰি উঠা নাই। সেয়ে কথা ছবিৰ ব্যৱসায় কৰি লাভ কৰাৰ কথা ভাবিব নোৱাৰি।"

আমি তিনি জনাৰ ভিতৰত এগৰাকী সম্ভ্ৰান্ত অভিনেত্ৰী পাই আনন্দেৰে উভতিলো। শ্ৰীযুক্তা দেৱবালা চলিহায়ে এই ৰাজমাওৰ চৰিত্ৰটি বৰ নিপুণভাৱে অভিনয় কৰি অভিলেখ স্থাপন কৰিলে।

এই জনা অসমৰ কৃতী সন্তানৰ জন্ম শত বাৰ্ষিকী কৰিবলৈ লোৱাটো অতি সমীচীন হৈছে। এই শত বাৰ্ষিকী উদযাপনৰ যোগেদি চলিহা দেৱৰ কৰ্মদক্ষতা, দেশপ্ৰেম আদিৰ সম্যক আলোচনাৰে উঠি অহা চাম অনুপ্ৰাণিত হ'ব বুলি ভাবি আমি পৰম আনন্দিত হৈছো।

যাদৱ চলিহা দেৱ যুগ যুগ জীয়াই থাকক।



# বনমালীলৈ যোৱাৰ পথটো বৰ নিজান আছিল

বিভূতি চলিহা

আমাৰ প্ৰথম ঘৰখন আছিল চক্ৰাইত। আমাৰ ঘৰটো আছিল কাঠৰ চাংবঙলা। প্ৰাথমিক শিক্ষা তাতেই হৈছিল। ঘৰৰ ওচৰতে আছিল সৌখন দিচাং নৈ। নৈখন পাৰ হ'বলৈ ওচৰতে পাৰঘাট। ঘাটৰ ঘৰটো ওচৰতে। আমাৰ ঘৰৰ কাষতে আছিল জগলু গোৱালৰ ঘৰ। অলপ ওচৰতে আছিল স্বৰ্গীয় ডিম্বেশ্বৰ খাৰঘৰীয়াৰ ঘৰ। দিচাং নৈ পাৰ হৈ (বোধ হয়) দুমাইল মান গলেই বনমালী চাহ বাগিচা। বনমালী চাহবাগিচাখন শিৱসাগৰৰ প্ৰসিদ্ধ চলিহা পৰিয়ালৰ কালীপ্ৰসাদ চলিহাদেৱৰ পুত্ৰ তাৰা প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ চলিহা, গুৰু প্ৰসাদ চলিহা আৰু অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ। বনমালী চাহ বাগিচাখনৰ উপৰি এখেতসকলৰ আন দুখন বাগিচা আছে। গোসাঁইবাৰী আৰু কৰঙ্গাণী চাহবাগিচা। গোসাঁইবাৰী নিতাইপুখুৰীৰ ওচৰত বনমালীৰ অংশ বিশেষ আছিল। কৰঙ্গাণীখন টিংখঙৰ ওচৰত। গোসাঁইবাৰীখন এতিয়া অৱশ্যে নাই। আমাৰ ঘৰখন যদিও চক্ৰাইত আছিল দেউতা প্ৰায়েই ঘৰত নাছিল। দেউতায়ো এখন চাহবাগিচা খুলিছিল। পিছে বহুত কাৰণত বাগিচা-খন নৰলগৈ। আনফালে দেউতাই কাঠৰ কাৰবাৰ কৰিছিল। যাদৱ প্ৰসাদ চলিহাৰ লগত ব্যৱসায়ৰ লেন-দেন আছিল। ১৯৩০ চনত দেউতাই শিৱসাগৰত এটি ছপাশাল খোলে। দেউতা যেতিয়াই চক্ৰাইলৈ আহে বনমালী চাহবাগিচালৈ নোযোৱাকৈ প্ৰায় নাথাকে।

বনমালী চাহবাগিচালৈ যোৱাৰ পথটো বৰ নিজান আছিল। মানুহৰ বসতি প্ৰায় এইছোৱা বাটত নাছিলেই। পথৰ দুয়ো কাষে ডাঙৰ ডাঙৰ বিভিন্ন ধৰণৰ গছ আছিল। পথৰ নিচেই ওচৰত বাঘ ঢকাৰে আৱৰি আছিল। এইছোৱা পথত বাঘৰ অবাধ ৰাজত্ব। দিন দুপৰতে বাঘে গৰু-ম'হ মাৰে। অকলশৰে যাবলৈকে ভয় লাগে।

দেউতাৰ স'তে আমি প্ৰায়েই বনমালী বাগিচালৈ গৈছিলো। ভোগালী আৰু ৰঙালী বিহুত আমাক চাহ খাবলৈ মতা মোৰ আজিও মনত পৰে। বিহুত চাহ খাবলৈ দেউতালৈ দিয়া চিঠি আমাৰ হাতত এতিয়াও আছে।

যাদৱ প্ৰসাদ চলিহাৰ এখন মটৰ গাড়ী আছিল। গাড়ীখন আজি-কালিৰ মটৰৰ মডেলৰ নহয়। গাড়ীখনত উঠাই ককাইদেউ যাদৱ চলিহাই আমাক ফুৰাই আমোদ দিছিল। বনমালী চাহবাগিচাখনৰ অৱস্থান আছিল বৰ সুন্দৰ। হাই-উৰুমি মুঠেই নাছিল। আশে-পাশে ধুনীয়া ধুনীয়া গছ। বিভিন্ন ধৰণৰ চৰাইৰ পয়োভৰ।

ককাইদেউ যাদৱ প্ৰসাদ চলিহাই দেউতালৈ দিয়া চিঠিবিলাকত আমালৈ মৰম-চেনেহ সদায়েই জনাইছিল। তেখেতে দিয়া প্ৰায়বিলাক চিঠি-পত্ৰ আমাৰ হাতত আছে। দেউতা আৰু যাদৱ প্ৰসাদ চলিহাৰ মাজৰ সম্বন্ধ আছিল বৰ নিবিড়। এই কথাবিলাক চিঠি-পত্ৰ বিলাকৰ পৰাই জনা যায়। যাদৱ ককাইদেউৰ বাহিৰেও ককাইদেউ গুৰু প্ৰসাদ চলিহা আৰু বিমলা প্ৰসাদ চলিহাৰ চিঠি আমাৰ হাতত আছে। দেউতা আৰু যাদৱ প্ৰসাদ চলিহাৰ মাজত ব্যৱসায়ৰ লেন-দেনত কোনো ধৰণৰ বিবাদ আদি

নাছিল। যাদৱ প্ৰসাদ চলিহাৰ পৰা দেউতাই ১৯২৬ চনত শিৱসাগৰৰ 'বৰবাম'ত (বৰ্ত্তমান মেলাচকৰ) এবিঘা মাটি কিনিছিল। এই মাটিতেই বৰ্ত্তমান আমাৰ স্থায়ী বাসস্থান। দেউতাই ১৯৬৪ চনত এই সংসাৰ এৰে। যাদৱ প্ৰসাদ চলিহা ককাইদেৱে ১৯৬১ চন মানতহে মাটিডোখৰৰ ৰেজিষ্ট্ৰেচন কৰাই দিয়ে। এইক্ষেত্ৰত তেখেতেই নিজে আমাৰ ঘৰলৈ আহি আমাক পৰামৰ্শ দিছিল। ককাইদেউ স্বভাৱত বৰ গম্ভীৰ আছিল। সকলো কথা জুখি-মাখিহে কৈছিল। দেখিলেই শ্ৰদ্ধা হয়। অকল তেখেতেই নহয়, এই পৰিয়ালৰ সকলোৱেই এনে স্বভাৱৰ আছিল। শিৱসাগৰৰ ঘৰত থাকোঁতেও তেখেতে আমাক বৰ মৰম কৰিছিল। এনে পুৰুষ আমাৰ সমাজত আজি-কালি পোৱা কঠিন। ১৯৬৪ চনৰ ১৫ জুনত তেখেতে ইহলীলা সম্বৰণ কৰে। এইখিনিতে মোৰ এটা দিনৰ কথা মনত পৰিছে। বোধহয় ১৯৫৫ চনত যাদৱ চলিহা ককাইদেউ অসম লোক সেৱা আয়োগৰ চেয়াৰমেন আছিল। আমিও এ.পি.এছ. চি দি উত্তীৰ্ণ হৈ সাক্ষাৎ গ্ৰহণৰ সুযোগ পাইছিলো। ককাইদেৱে মোক মাত্ৰ এটাহে প্ৰশ্ন সুধিছিল। "তুমি বাহিৰা কিতাপ পঢ়ানে? এতিয়া কি কিতাপ পঢ়িছা?" মই উত্তৰত কৈছিলো এখন ইংৰাজী উপন্যাস পঢ়ি আছো, নাম 'ইফ উইণ্টাৰ কামচ্'। তেখেতে মাত্ৰ কলে "হ'ব"।

এইখিনিতে এটি আমোদজনক কথা লিখিব খুজিছো। যাদৱ ককাইদেউ ৰেলেৰে ক'ৰবালৈ যাত্ৰা কৰিব লগা হ'লে সেইদিনা পুৱাৰে পৰা খদমদম লগায়। ৰেলৰ ষ্টেচনত জিৰণি কোঠাত বহি বাতৰি-কাকত পঢ়ি থাকোঁতেই ইফালে ৰেল এৰে। এনেকুৱা ঘটনাও ঘটাৰ কথা আমাৰ আইৰ পৰা জানিছিলো।

তেখেতৰ মৃত্যুৰ দিনৰ কথা মোৰ সুন্দৰকৈ মনত আছে। 'শ' কঢ়িওৱাত আমিও এজন আছিলো। আজি স্বৰ্গীয় ককাইদেউৰ জন্ম শতবাৰ্ষিকীৰ পৱিত্ৰ দিনত আমাৰ শ্ৰদ্ধাঞ্জলি জনাইছো।



# শান্তিৰ নিজৰা

## সুনীতি চলিহা

আভিজাত্যই মানুহৰ ব্যাক্তিত্ব কঢ়িয়াই নানে। এজন মানুহৰ অন্তৰৰ সকলোখিনি প্ৰাচুৰ্য্য যেতিয়া সমভাৱে প্ৰস্ফুটিত হয় আৰু অন্তৰৰ এই প্ৰাচুৰ্য্যই যেতিয়া মানুহৰ অন্তৰত পৰশ বিলায় তেতিয়াই সেইজন ব্যক্তিৰ মহত্বখিনি আন বহুজনৰ লগত পৰিচিত হয়।

যাদৱ প্ৰসাদ চলিহাদেৱৰ অন্তৰত লুকাই থকা মহৎ গুণখিনিৰ বাবেই তাহানিৰ সেই চিনাকি মানুহজন আজিও অনেকৰ বাবে বৰেণ্য হৈয়েই আছে আৰু ভৱিষ্যতেও তেখেতৰ গুণৰাজি আত্মীয় স্বজনে সুমৰিব।

ব্যক্তিগতভাৱে সৰু কালৰে পৰা চলিহা ডাঙৰীয়াক দেখা পাইছিলো যদিও মোৰ সৌভাগ্যৰ কথা, পিছলৈ 'বৰজনা' হিচাপে ঘৰতে তেখেতৰ সান্নিধ্য লাভ কৰিছিলো।
তেখেতৰ অন্তৰখোলা হাঁহি আৰু মৰম সনা কথাই সকলোকে মুগ্ধ কৰিছিল।

বহল মনৰ এই ব্যক্তিজনৰ ব্যৱহাৰত সদায় বিৰাজ কৰিছিল এক অনাবিল শান্তিৰ নিজৰা। কোনো ধৰণৰ অতিৰঞ্জিত সম্মানৰ দাবী নকৰা, সৰল অথচ গম্ভীৰ ব্যক্তিত্বৰে স্বৰ্গীয় ডাঙৰীয়াই ঘৰখনক এক গভীৰ শৃঙ্খলাবদ্ধ পৰিয়াল কৰি সকলোকে সমান দৃষ্টিৰে চাব পাৰিছিল।

সৰু ল'ৰা-ছোৱালীবোৰক মৰম কৰাৰ উপৰি অন্তৰত প্ৰেৰণা যোগাই উৎসাহিত কৰিছিল। ল'ৰা-ছোৱালীহঁতে কৰা হাতৰ কামবোৰ দেখি, উৎসাহ দি সকলোকে ভালপোৱা, মৰম বিলাইছিল।

অনেক সময়ত ছোৱালীহঁতে কৰা পিঠা-পনা আদি খাই হাঁহি ধেমালি কৰি ভাল হৈছে বুলি কৈ উৎসাহ দিছিল। এইদৰে মৰম বিলাই মৰম শ্ৰদ্ধা আৰু আদৰ সম্মানৰ অধিকাৰী হৈছিল। সেয়ে বহুত সময়ত ল'ৰা-ছোৱালীবোৰেও তেখেতক শিশুসুলভ স্বভাৱেৰে অনেক কামত সহায় কৰিছিল।

ডাঙৰীয়াই অন্তৰৰে সকলোলৈকে সম ভাবাপন্ন থকাত আনৰ দুখত কিছু কৰিবলৈ পালে বৰ ভাল পাইছিল। তেখেতে পিতৃ-মাত, ভাই-ভনী আৰু পৰিয়ালৰ সকলোকে মৰম বিলাই একান্নবৰ্ত্তী পৰিয়াল হৈ থাকিবলৈ বিচাৰিছিল।

অন্তৰত ভেদ ভাব একো নাছিল—মাত্ৰ কেনেকৈ শান্তিত থাকি পৰিয়াল আৰু দেশৰ হিত সাধন কৰিব পাৰে তাৰে চিন্তা আছিল।

এজন উদ্যোগী পুৰুষ —অবিৰাম কৰ্ম্ম কৰি, সকলো ৰকমৰ জ্ঞান আহৰণ কৰিব পাৰিছিল।

আঢ্যৱন্ত পৰিয়ালৰ মৰমৰ সন্তান হৈয়ো হাড় ভগা পৰিশ্ৰম কৰিব পাৰিছিল—নিজৰ তলত কাম কৰা মজদুৰৰ পৰা উচ্চ পদস্থ কৰ্ম্মীক সমান চকুৰে চাইছিল।

এনে এজন কৰ্ম্মী পুৰুষে কেনেকৈ অসম আইৰ প্ৰাকৃতিক সম্পদৰাজি উন্নত ধৰণৰ কামত খটুৱাই নিজ দেশৰ নাম উজ্জ্বল কৰিব পাৰি তাৰে চেষ্টা কৰিছিল। বাণিজ্যই দেশক আগুৱাব পাৰিব কাৰণে তেখেতে কেনেকৈ নতুন পদ্ধতিৰে ভৱিষ্যতে চাহৰ উন্নতি কৰিব পাৰি তাৰ কাৰণে যত্ন কৰিছিল। ভাই ককায়ে মিলি নিজৰ চাহ ব্যৱসায়ত উন্নত ধৰণেৰে চাহ উৎপাদন কৰাত যত্নশীল

আছিল যদিও কালৰ কুটিল গতিত সকলো পৈতৃক সম্পত্তি ভাগ হোৱাত মনৰ অভিলাষ পূৰ্ণ নহ'ল। তথাপি সকলো কথাতে ভায়েক-ককায়েকৰ বিপদৰ সময়ত আগুৰি ধৰি বুদ্ধি পৰামৰ্শ দি সহায় কৰিছিল।

ব্যক্তিগত ভাৱে আমাৰ পৰিয়ালৰ এই মহান ব্যক্তিজনক আমি কেতিয়াও পাহৰিব নোৱাৰো। তেখেতে দি যোৱা মৰম আৰু প্ৰেৰণা আজিও আমাৰ মাজত চিৰ স্মৰণীয় হৈ থাকিব।

শতবাৰ্ষিকী জন্মোৎসৱত তেখেতৰ পৱিত্ৰ আত্মাৰ প্ৰতি অন্তৰৰ ভক্তি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলো।



## যাদৱ ককাইদেউ

গিৰিবালা ভূঞা

যাদৱ ককাইদেউক আমি বাপ ককাইদেউ বুলি মাতিছিলোঁ। বাপ ককাইদেউক আমি অলপ সৰু থাকোঁতেই পাইছিলোঁ। মই মোৰ সৰু ভাই কানু আৰু দেউতা ভৰলুমুখত থাকোঁতে ককাইদেউ গাড়ী লৈ আহে। আমাক খুব মৰম কৰে। ককাইদেউ বৰ সৰল আৰু মৰমিয়াল আছিল। দেউতায়ো খুব ভাল পাইছিলে। ককাইদেউৰ মৰম পাহৰিব নোৱাৰো। শান্ত, সৰল মৰমিয়াল ককাইদেউলৈ এতিয়াও খুব মনত পৰি থাকে।



# যাদৱ প্ৰসাদ চলিহাদেৱৰ ৰাজগড়ত সামাজিক কৰ্ম্মৰ অৱদান

ইন্দ্ৰ কান্ত দুৱৰা

সৃষ্টিৰ পাতনিৰে পৰা বিশ্বনিয়ন্তাৰ বিধি বিধান মতে, সংসাৰলৈ অবিৰাম গতিৰে মানুহৰ যাতায়াত চলি আছে, আৰু অনন্ত কাললৈ এই দৰে চলি থাকিব। জীৱিত থকা কাল ছোৱাত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সৎ অসৎ নানা উপায়ে হামৰাও কাঢ়ি মানুহে জীৱন নিপাত কৰে। শেষত গৈ কীট - পতঙ্গৰ আহাৰ বা এমুঠি ছাইতহে পৰিণত হয় যদিও, সৎ লোকৰ কৰ্ম্ম, আদৰ্শ, উপদেশ বাণী সমূহেই ভৱিষ্যতৰ উঠি অহা চামলৈ হয় প্ৰেৰণাৰ উৎস।

সীমিত শক্তিৰে সমাজৰ কামৰ লগত জড়িত থাকোঁতে তেনে এগৰাকী আদৰ্শ পুৰুষ, কৰ্ম্মযোগী যাদৱ প্ৰসাদ চলিহাদেৱৰ সংস্পৰ্শত আহিবলৈ সুবিধা মিলিছিল ১৯৫৮ চনৰ ১৪ নভেম্বৰ তাৰিখৰ পৰা। ১৯৫৮ চনৰ ১৪ নভেম্বৰত ৰাজগড় অঞ্চলৰ লংবই পথাৰ পুথি ভঁৰালৰ সদস্যসকলৰ প্ৰচেষ্টাত জয়পুৰ উন্নয়ন খণ্ডৰ ভাৰ প্ৰাপ্ত বিষয়া শ্ৰীযুত কাৰ্তিক ভূষণ বৰুৱা আৰু গ্ৰাম সেৱক শ্ৰীযুত প্ৰমোদ চন্দ্ৰ গোস্বামীৰ দিহা পৰামৰ্শৰে লংবই খেল পথাৰত আগৰ বছৰতকৈ আহল বহলেৰে ১৪ নভেম্বৰ শিশু দিৱস পাতিবলৈ লোৱা হয়। শিশু দিৱস উদযাপন সমিতিৰ সভাপতি ৰোহিনী কুমাৰ বৰুৱা, যুটীয়া সম্পাদক হৰেন ফুকন আৰু মই নিজে। যাৱতীয় আয়োজনৰ পিচত শিশু সকলৰ খেল ধেমালি আৰু পাতল আহাৰৰ পিচত এখনি ৰাজহুৱা সভাৰ আয়োজন কৰা হয়। সেই সভাত সভাপতিত্ব কৰিবৰ বাবে আমন্ত্ৰণ জনোৱা হৈছিল কৰঙ্গাণী চাহ বাগিচাৰ স্বত্বাধিকাৰী যাদৱ প্ৰসাদ চলিহাদেৱক। বিশিষ্ট অতিথি ৰাজগড় চাহ বাগিচাৰ পৰিচালক শ্ৰীযুত গৌৰেশ কুমাৰ দত্ত, লংবই বাগিচাৰ মেনেজিং ডাইৰেক্টৰ বিশ্ব নাথ ফুকন, পঞ্চায়তৰ সভাপতি শ্ৰীযুত টঙ্কেশ্বৰ বড়া, উপসভাপতি ভদ্ৰেশ্বৰ গগৈ, বিধান সভাৰ সদস্য যোগকান্ত বৰুৱা, জয়পুৰ উন্নয়ন খণ্ডৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীযুত কাৰ্তিক ভূষণ বৰুৱা, স্থানীয় প্ৰাথমিক বিদ্যালয় সমূহৰ শিক্ষক সকল। মুকলি সভা সমাপন হোৱাৰ পিচত অতিথি সকলৰ বাবে লংবই পুথি ভঁৰাল গৃহত চাহ মেলৰ আয়োজন কৰা হয়। চাহ মেলৰ যাৱতীয় খৰচ ৰাজগড় বাগিচাৰ পৰিচালক গৌৰেশ কুমাৰ দত্তই বহন কৰিছিল। চলিহাদেৱে সেই সময়ৰ সমাজৰ স্থানীয় সমাজ কৰ্ম্মী সকলক একে লগে লগ পাই নথৈ সুখী হৈছিল। বিভিন্ন কথাৰ মাজতে লংবই পুথি ভঁৰালৰ যোগে শিক্ষা, সংস্কৃতিৰে একেবাৰেই পিচ পৰা নিৰক্ষৰ গাঁৱত বাস কৰা বিভিন্ন চাহ জনগোষ্ঠীৰ মানুহখিনিক সাক্ষৰ কৰাৰ লগত প্ৰতি শনিবাৰে সন্ধ্যা শিক্ষা সংস্কৃতি আৰু মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হবলৈ কীৰ্ত্তন ঘোষা পাঠ আৰু সবহুৱা নাম কীৰ্ত্তনৰ ব্যৱস্থা কৰা হৈছিল। "ময়ে" এই অনুষ্ঠানটোৰ গুৰি ধৰি থকা সম্ভেদ পাই চলিহাদেৱে সন্তোষ প্ৰকাশ কৰি মোক এইদৰে উৎসাহিত কৰিছিল, " ইন্দ্ৰ, তোমাৰ এই কাম অতি সৎ হৈছে। চাহ বনুৱা মানুহ খিনিক সংস্কাৰ কৰি আমাৰ ধৰ্ম্ম সংস্কৃতিলৈ আনিব নোৱাৰিলে ভৱিষ্যতত বহু বিপদ আছে। এই মানুহ খিনিৰ যাবলৈ আৰু ঠাই নাই। এওঁলোকৰ জন সংখ্যা দিনক দিনে বাঢ়িহে যাব। আমি সকলোৱে ভিন্ন ভাৱ এৰি শিক্ষা, সংস্কৃতি আৰু ধৰ্ম্মৰ ডোলেৰে প্ৰকৃত অসমীয়া কৰি লব লাগিব, তেহে অসমীয়া জাতি জীয়াই থাকিব। তোমাৰ কামত আমি সকলোৱে আনন্দ পাইছো, এনে অনুষ্ঠান ঠায়ে ঠায়ে গঢ়ি উঠাৰ কাৰণে সকলোৱে চেষ্টা কৰিব লাগে" ইত্যাদি।

তেখেতৰ এই উপদেশ বাণীকে শিৰোধাৰ্য্য কৰি ক্ৰমে ক্ৰমে ঠন ধৰি উঠিল ৰাজগড় নৱবৈষ্ণৱ সমাজ। আজি নৱবৈষ্ণৱ সমাজ সক্ষম হৈ উঠিছে ৰাজগড় অঞ্চলৰ গাঁৱত বাস কৰা প্ৰাক্তন চাহ বনুৱা জনগোষ্ঠীৰ এঘাৰখন গাঁৱত আৰু লংবই, কেন্দুগুৰি, ৰাজগড়, কৰঙ্গাণী, আজিজবাগ, সৰোজিনী, টিংখং চাহ বাগিচাক সামৰি লবলৈ। নৱ বৈষ্ণৱ সমাজক উৎসাহ উদ্দীপনাৰে আগবঢ়াই নিবলৈ অসমৰ প্ৰধান প্ৰধান অনুষ্ঠান প্ৰতিষ্ঠানৰ বিজ্ঞ লোক সকলে ডিগবই তেল নগৰীৰ পৰা আৰম্ভ কৰি কামৰূপ জিলাৰ সৰ্থেবাৰী অঞ্চলত অৱস্থিত ন সত্ৰ কৃষ্ণ গুৰু সেৱাশ্ৰমলৈকে সেই সকলৰ যাৱতীয় খা-খৰচাৰে আদৰি নি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ গুৰুৰ প্ৰচাৰিত নাম ধৰ্ম্মৰ আৰ্হিৰে গীত মাত নাম কীৰ্ত্তন পৰিবেশন কৰাই উৎসাহ উদ্দীপনা যোগোৱাৰ উপৰি অন্য সকলক প্ৰেৰণা যোগোৱাত সহায় কৰিছে। আকাশবাণীতো কেবাবাৰো এই নৱ বৈষ্ণৱ সমাজৰ লোকৰ সাক্ষাৎকাৰ, গীত মাত নাম কীৰ্ত্তন পৰিবেশন কৰি প্ৰচাৰ কৰাৰ লগতে উৎসাহিত কৰিছে।

ৰাজগড় নৱ বৈষ্ণৱ সমাজৰ উদ্যোগত ৰাজগড় অঞ্চলৰ বহুজন ছাত্ৰ-ছাত্ৰীয়ে উচ্চ ইংৰাজী স্কুল, মহাবিদ্যালয়ৰ শিক্ষা লবলৈ সক্ষম হৈছে। বেহা-বেপাৰ, খেতি-পথাৰ, আৰু কাৰিকৰী শিক্ষাৰে উন্নতি সাধনা কৰি, উন্নত ঘৰ-বাৰী আৰু সামাজিক প্ৰতিষ্ঠা অৰ্জ্জন কৰি সমাজৰ গণ্য-মান্য লোকলৈ অগ্ৰসৰ হবৰ যোগ্য হৈছে।

লংবই পথাৰ গাঁৱত এই নৱ বৈষ্ণৱ সমাজৰ মিলন মন্দিৰ নামে এটি কাৰ্য্যালয় আৰু পুথি ভৰাঁল আছে। মিলন মন্দিৰ, পুথি ভঁৰাল আৰু কাৰ্য্যালয়ৰ মূল ঘৰটি স্থায়ী ভাৱে নিৰ্ম্মাণ কৰিবলৈ অসম গণপৰিষদ চৰকাৰৰ দিনৰ মুখ্যমন্ত্ৰী শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ মহন্তদেৱৰ আচুতীয়া সাহায্য পুঁজিৰ যোগে স্থায়ী ভাৱে নিৰ্ম্মাণ কৰা হল যদিও বাকী থকা বাৰান্দা আৰু মণিকূট ঘৰটি স্বৰ্গীয় চলিহাদেৱৰ সুযোগ্য পুত্ৰ কৰঙ্গাণী চাহবাগিচাৰ অন্যতম স্বত্বাধিকাৰ শ্ৰীযুত ৰঞ্জিত চলিহাদেৱে নিৰ্ম্মাণ কৰি দি এটা অপূৰণীয় কাম সম্পূৰ্ণ কৰি সমাজক উদগনি দিছে।

১৯৫৮ চনৰ ১৪ নভেম্বৰৰ দিনটো ৰাজগড় অঞ্চলত বাস কৰা ৰাইজৰ এটা শুভক্ষণ আছিল বুলি কব পাৰো কাৰণ সেই দিনা এই অঞ্চলৰ গুণী, জ্ঞানী, বিদ্বান সমাজৰ শুভাকাঙ্খী আটাইকেউজন লোকৰ একে ঠাইতে সমাবেশ ঘটিছিল। ডাংপৰা উচ্চ ইংৰাজী স্কুলখন ভাগি যোৱাত ৰাজগড় অঞ্চলৰ নিশকতীয়া মানুহখিনিৰ ল'ৰা-ছোৱালী উচ্চ শিক্ষাৰ পৰা বঞ্চিত হব লগা হৈছিল। ৰাজগড়ত যে এখন উচ্চ ইংৰাজী স্কুলৰ অতি প্ৰয়োজন সেই কথা তেখেতসকলৰ মাজত বিশেষ ভাৱে আলোচিত হৈছিল যদিও কাৰ্য্যকৰী ব্যৱস্থালৈ যাব পৰা নাছিল। মই, গণেশ পাচনী , গণেশ জয়চোৱাল আৰু শ্ৰীসুৰেন বৰুৱাক লগত লৈ ৰাজগড়ৰ মেনেজাৰ গৌৰেশ কুমাৰ দত্তক তেওঁৰ বাসভৱনত লগ কৰি ৰাজগড়ত এখন উচ্চ ইংৰাজী স্কুলৰ অভাৱৰ বিষয়ে আলোচনা কৰি ইয়াৰ বিহিত ব্যৱস্থা লবলৈ অনুৰোধ জনাইছিলো। তেখেতে আমাৰ কথা গুৰুত্ব সহকাৰে গ্ৰহণ কৰি আমাক ক'লে, "আপোনালোক এটা মহৎ কামত আগবাঢ়ি আহিছে, বৰ সন্তোষ পাইছো। কাইলৈ চাৰে ন' বজাত স্থানীয় মন্ডল জনক লগত লৈ ৰাজগড় গেটত ৰ'ব। মন্ডলক কব ২নং নভকতিয়া চিতৰ মেপ খন আৰু জমা বন্দী বহীখন লৈ আহিব। তেখেতৰ পৰা বিদায় লৈ ৰাজগড় তিনিআলিৰ সমীপতে বাস কৰা মন্ডল, ডম্বৰুধৰ বৰ শইকীয়াক সকলো কথা জনাই পিছদিনা ন' বজাত ৰাজগড় গেটত ৰ'বলৈ কলো। পিছদিনা যথা সময়ত মন্ডল বৰশইকীয়া, গণেশ পাচনী আৰু মই ৰাজগড় গেটত অপেক্ষা কৰি আছো, ঠিক সময়ত মেনেজাৰ গৌৰেশ দত্তও উপস্থিত। বৰ্ত্তমান ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয় থকা ঠাইখন ৰাজগড় চাহ বাগিচাৰ লাইন আছিল। সেই মাটিখিনি স্কুলৰ উপযুক্ত হব বুলি মন্তব্য কৰি আমাক এখন ৰাজহুৱা সভা পাতিবলৈ আয়োজন কৰিবৰ কাৰণে দত্তই পৰামৰ্শ

দিয়ে। আৰু কয় যে পহিলা এই মাটিৰ কাষৰ এটুকুৰা পট্টা থকা মাটিত স্কুলখন আৰম্ভ কৰাৰ পাছত বাগিচাৰ কোম্পানীক জনাই মাটিখিনি স্কুলৰ কাৰণে লব পৰা হব।

তেখেতৰ পৰামৰ্শমতে জীৱেশ্বৰ দুৱৰাক সম্পাদক লৈ এখন আহ্বায়ক কমিটি গঠন কৰা হৈছিল। ডিচেম্বৰ মাহৰ প্ৰথম সপ্তাহতে আহ্বায়ক কমিটিয়ে ৰাজহুৱা সভাৰ আহ্বান দিলে। উক্ত ৰাজহুৱা সভাত সভাপতিত্ব কৰিবলৈ আমন্ত্ৰণ জনালে যাদৱ প্ৰসাদ চলিহাদেৱক। ৰাজহুৱা সভাত স্থানীয় বাগিচা কেউখনৰ কৰ্ম্মচাৰী, পৰিচালক, মজদুৰ আৰু গাঁৱৰ সকলো ৰাইজৰ উপস্থিতিত ৰাজগড়ত উচ্চ ইংৰাজী স্কুল প্ৰতিষ্ঠা কৰিবলৈ সিদ্ধান্ত লোৱা হল। গণেশ পাচনী সম্পাদক আৰু যাদৱ প্ৰসাদ চলিহাদেৱক সভাপতি লৈ এঘাৰ জন সভ্যৰে এখন পৰিচালনা কমিটি গঠন কৰা হল। ৰাজগড় বাগানৰ মাটিৰ কাষতে লাগি থকা, কলামণি তাঁতিৰ পৰা বদলি দিবলৈ স্কুল কমিটিয়ে এবিঘা মাটি লৈ সেই মাটিতে, বৰ্ত্তমান ৰাজগড় প্ৰাথমিক বিদ্যালয় থকা মাটি ডোখৰতে, ৰাজগড় উচ্চ ইংৰাজী স্কুল আৰম্ভ কৰিলে। বৰ্ত্তমান উচ্চ ইংৰাজী স্কুল প্ৰতিষ্ঠা হোৱা মাটিত বাগিচাৰ বনুৱাৰ লাইন আছিল। মেনেজাৰৰ প্ৰচেষ্টাত লাইন উঠাই আন ঠাইত লাইন দিয়া হ'ল। সেই মাটি; প্ৰায় বাৰ বিঘা, স্কুলৰ কাৰণে ৰাজগড় বাগিচাই স্কুললৈ দান দিলে। আজি সেই মাটিতে বৰ্ত্তমান ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়।

ৰাজগড় বাগিচাৰ পৰা লোৱা মাটিডোখৰ বাগিচাৰ বনুৱা আৰু গাঁৱৰ ৰাইজ গোট হৈ সমান কৰে যদিও তাত যাদৱ প্ৰসাদ চলিহাদেৱে নিজৰ বাগিচাৰ পৰা ট্ৰেক্টৰ আনি নিজে আগত থাকি অনেক কষ্টৰ মাজেদি স্কুলৰ খেল পথাৰ আৰু স্কুলৰ ভেটি আদি সমান কৰে। লগতে ৰাজগড়ৰ মেনেজাৰ গৌৰেশ দত্তৰ দান বৰঙণিও যথেষ্ট পোৱাত, ৰাজগড়ত এখন পূৰ্ণাঙ্গ উচ্চতৰ হাইস্কুল প্ৰতিষ্ঠা সম্ভৱপৰ হ'ল।

ৰাজগড় উচ্চ ইংৰাজী স্কুল প্ৰতিষ্ঠা হোৱাৰ সময়ত যিবোৰ নতুনকৈ উচ্চ ইংৰাজী স্কুল প্ৰতিষ্ঠা হৈছিল সেই বিলাক স্কুলতকৈ সোনকালে ৰাজগড় উচ্চ ইংৰাজী স্কুল চৰকাৰী হল। ইয়াৰ গুৰিতে আছিল যাদৱ প্ৰসাদ চলিহাদেৱ। ৰাজগড় স্কুলখনৰ গুৰি ধৰি আছিল যাদৱ প্ৰসাদ চলিহাদেৱে। তেখেতৰ বুদ্ধি পৰামৰ্শ, ব্যক্তিত্ব, দান বৰঙণিৰ গুণতে চৰকাৰৰ মঞ্জুৰী প্ৰাপ্ত স্কুল হৈ উঠিল। স্কুলখন প্ৰতিষ্ঠা হোৱাৰ দিনৰ পৰা চৰকাৰী সাহায্য প্ৰাপ্ত স্কুল হোৱাৰ পিচলৈকে প্ৰধান শিক্ষকৰ মাহিলি দৰমহা যাদৱ প্ৰসাদ চলিহাদেৱে বহন কৰি আছিল।

যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়াৰ দান, বৰঙণি, বুদ্ধি পৰামৰ্শ আৰু স্থানীয় বাগিচা কেইখনৰ পৰিচালক, কৰ্ম্মচাৰী, মজদুৰ, গাঁৱৰ ৰাইজৰ ত্যাগ, আৰু আশাশুধীয়া চেষ্টাৰ ফলত আজি ৰাজগড় অঞ্চল উচ্চ শিক্ষাৰ পোহৰ পাবলৈ সক্ষম হল। যি ডোখৰ ঠাইত প্ৰবেশিকা পাছ শিক্ষক এজন পাবলৈ নাছিল তেনে ঠাইত বৰ্ত্তমান বিশ্ব বিদ্যালয়ৰ শিক্ষা প্ৰাপ্ত অনেক ছাত্ৰ-ছাত্ৰীয়ে সেই অভাৱ পূৰণ কৰি দেশৰ ভিতৰত আগস্থান ল'বৰ যোগ্যতা অৰ্জ্জন কৰিছে। বৰ্ত্তমান ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিজ্ঞান ভৱনটো তেখেতৰ সুযোগ্য পুত্ৰদ্বয়ে, কৰঙ্গাণী চাহ বাগিচাৰ পৰা, আটক ধুনীয়াকৈ স্থায়ী ভাৱে নিৰ্ম্মাণ কৰি দিছে।

যাদৱ প্ৰসাদ চলিহাদেৱ ধৰ্ম্মৰ প্ৰতি আগ্ৰহী, আৰু উদাৰ আছিল। মহাপুৰুষীয়া ধৰ্ম্ম সংৰক্ষণ, প্ৰচাৰ, প্ৰসাৰ আৰু বাস্তৱত ৰূপায়িত কৰাৰ প্ৰতি তেখেতে চেষ্টাৰ ত্ৰুটি কৰা নাছিল। চলিহাদেৱৰ কথন-মথন, পিন্ধন-উৰণ, চাল-চলন আদিত সাত্বিকতা, আৰু ধৰ্ম্মীয় ভাৱ প্ৰকাশ পাইছিল। তেখেতৰ নিচিনা কৰ্ম্মদক্ষ দানশীল লোক আজিৰ সমাজত বিৰল।



# শ্ৰদ্ধেয় যাদৱ প্ৰসাদ চলিহাক মই যিদৰে জানো

নিৰুপমা বৰগোহাঞিঃ

মই কলিকতালৈ এম.এ. পঢ়িবলৈ যোৱা দিনৰ কথা। সময়টো আছিল ১৯৫৩ চন। জীৱনত প্ৰথমবাৰৰ বাবে কলিকতালৈ গৈছোঁ আৰু সেই বিশাল মহানগৰীৰ বুকুত যেন হেৰাই যাম — তেনে এটা দিশহাৰা অনুভূতি জাগিছিল। বিশেষকৈ আমি হলো এসময়ত অশোক মেহতাই আখ্যা দিয়া 'টয় টাউন' গুৱাহাটীৰ বুকুত প্ৰতিপালিতা হোৱা ছোৱালী, গতিকে কলিকতাৰ দৰে মহানগৰী এখনৰ বুকুত সাগৰৰ বুদ্বুদৰ দৰে প্ৰায় অস্তিত্বহীন — এই ভাবটো জগা অতিয়েই স্বাভাৱিক। কিন্তু সকলোতকৈ অসহায় আৰু আকুল যেন লাগিছিল একেবাৰে অপৰিচিত পৰিৱেশ এটাত প্ৰথম কেইদিনৰ দিনবোৰ কটোৱাৰ সময়ত, ফলত খুব গৃহকাতৰ হৈছিলোঁ আৰু মনৰ তেনে অৱস্থাত কাৰোবাৰ অকণমান হৃদয়ৰ স্পৰ্শই ডাঙৰ সান্ত্বনা হৈ উঠিব পাৰিছিল।

কিন্তু মোৰ ভাগ্য ভাল যে নানা ধৰণে মই সেই হৃদয়ৰ স্পৰ্শ পাইছিলোঁ আৰু তেনে এক মৰমৰ উমসনা স্পৰ্শ পাইছিলোঁ স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহাৰ পৰিয়ালটোৰ পৰাও। তেখেতসকল কলিকতাৰ টালিগঞ্জ অঞ্চলৰ গল্‌ফ্ ক্লাব ৰোডৰ চিৰস্থায়ী বাসিন্দা আছিল। মহানগৰীৰ তীব্ৰ প্ৰতিযোগিতামূলক উদ্যোগত চলিহাহঁতৰ পৰিয়ালটোৱে এক উজ্জ্বল স্বাক্ষৰ ৰাখিবলৈ সমৰ্থ হৈছিল। আজিও যিসকলে টালিগঞ্জৰ গৰিয়ালৈ যোৱা ৰাস্তাটোৰে অহা যোৱা কৰে তেওঁলোকৰ চকুত এখন পথ নিৰ্দেশিকাৰ চাইনবোৰ্ড চকুত পৰিব, এটা উপপথৰ নাম — চলিহা ৰোলিং মিল্‌ছ্। এই কথাটোৱে সূচাব যে যাদৱ প্ৰসাদ চলিহাই কলিকতা মহানগৰীৰ বুকুত নিজৰ বাবে কি গুৰুত্বপূৰ্ণ স্থান আদায় কৰিব পাৰিছিল।

সি যি কি নহওক, পুনৰ পূৰ্বৰ প্ৰসঙ্গলৈ অহা যাওক। মই কলিকতালৈ পঢ়িবলৈ যাওঁতে মোৰ গৃহকাতৰ মনটোত চলিহাহঁতৰ ঘৰৰ মৰমৰ স্পৰ্শ পোৱাৰ কথা উনুকিয়ালোঁ। তেওঁলোকৰ সেই মৰম আছিল অতি অভাৱনীয় — গতিকে বিস্ময় আৰু পুলক — যুগপৎ অনুভূতিত মই ডুবি গৈছিলোঁ। সেই স্মৃতি ৰোমন্থনত আজিও মোৰ মন আনন্দেৰে ভৰি যায়।

এতিয়া সেই স্মৃতিৰ পৰা কিছু কথা বৰ্তমানলৈ টানি অনাৰ চেষ্টা কৰা যাওক। কলিকতালৈ পঢ়িবলৈ গৈ আমি উত্তৰ কলিকতাৰ ৬৬, বিবেকানন্দ ৰোড পোষ্ট গ্ৰেজুৱেট ছোৱালী হোষ্টেলৰ বাসিন্দা হৈছিলোঁ। আমি মুঠ চাৰি গৰাকী অসমীয়া ছোৱালী আছিলোঁ। তাৰে ভিতৰত পদাৰ্থ বিজ্ঞানত এম. এছ. চি. পঢ়ি থকা অঞ্জলি ফুকনৰ সহপাঠিনী স্বৰ্গীয় চলিহাদেৱৰ কন্যা ৰেখা চলিহা (পিছলৈ বেৰিষ্টাৰ তৰুণ বসুক বিয়া কৰাই ৰেখা চলিহা বসু হৈছিল) মাজে মাজে আমাৰ হোষ্টেললৈ আহিছিল। তেতিয়া এদিন আমি চাৰিজনী অসমীয়া ছোৱালীক তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ কৰি নিছিল। পিছত গম পাইছিলোঁ যে কলিকতালৈ পঢ়িব যোৱা ছাত্ৰ-ছাত্ৰীক তেওঁলোকে তেনেকৈ মাতেই। কিন্তু মোক আন যিটো কথাই আটাইতকৈ অভিভূত কৰিছিল সেইটো হ'ল এয়ে যে উভতিবৰ পৰত তেওঁলোকে নিজৰ গাড়ীৰে হোষ্টেলত থোৱাই দিয়া। সি যে সদায়ে কিমান অৱধাৰিত আছিল আৰু ফলত কিমান হৃদয়স্পৰ্শী হৈছিল তাক পিছৰ ঘটনা এটাৰ দ্বাৰাই গম পোৱা

যাব। এইখিনিতে এইটোও মনত ৰাখিব লগীয়া কথা যে টালিগঞ্জৰ পৰা আমি থকা ঠাইখিনিলৈ এলাপেছা দূৰ নাছিল। আমি যেনেকৈ শদিয়াৰ পৰা ধুবুৰীলৈকে বুলি কওঁ তেনেকৈ কলিকতাতো কোৱা হয় টালা থেকে টালিগঞ্জ। আমি অৱশ্যে টালাত থকা নাছিলোঁ, আমিও টালাৰ পৰা তুলনাত অনতিদূৰৈৰ উত্তৰ কলিকতাৰ বিবেকানন্দ ৰোডতে আছিলোঁ।

সি যি কি নহওক, অঞ্জলি বাইদেউৰ ৰেখা বাইদেউহঁতৰ ঘৰৰ লগত আহযাহ আছিল বাবে তেৱেঁ আমাৰ পথ প্ৰদৰ্শিকা হৈ গৈছিল। ঘৰুৱা পৰিৱেশৰ লগত বিচ্ছিন্ন হোৱা মোৰ মনটো চলিহাহঁতৰ ঘৰৰ আদৰ যত্নত অত্যন্ত পুলকিত হৈ উঠিছিল। তাৰপিছত আমাৰ উভতিবৰ সময় হৈছিল আৰু আমাক অবাক কৰি যাদৱ চলিহা ডাঙৰীয়াৰ বৰ পুত্ৰ দীপু চলিহাই নিজে গাড়ী চলাই আমাক হোষ্টেলত থৈ আহিবলৈ ওলাইছিল, আমাৰ ভদ্ৰতাসূচক আপত্তিত তেওঁলোকৰ কোনেও কাণ দিয়া নাছিল।

তেনেকৈয়ে চলিহাহঁতৰ গাড়ীৰে আমি হোষ্টেললৈ উভতি গৈ আছিলোঁ। ৰাস্তাত ইটো সিটো কথাৰ মাজত মই সেই অসমীয়া বান্ধৱীহঁতক কৈছিলোঁ যে কলিকতাত থকা মোৰ বেছ কিছুদিনেই হ'ল, কিন্তু তেতিয়ালৈকে মই বিখ্যাত হাওড়া দলং খনেই দেখা নাই। মই সেই চাৰিজনী অসমীয়া ছোৱালীৰ ভিতৰত আটাইতকৈ শেষত কলিকতালৈ গৈছিলোঁ, গতিকে তেওঁলোকে দেখিলেও মই তেতিয়ালৈকে হাওড়া দলঙকে আদি কৰি বহুতো দ্ৰষ্টব্য স্থানেই দেখা নাছিলোঁ।

আমি পিছৰ ছীটত বহি নিজৰ মাজত কথা-বতৰা পাতি আছিলোঁ। ড্ৰাইভিং কৰি থকা দীপু চলিহাই হঠাতে মাত লগাই উঠিছিল, হাওড়া ব্ৰীজ দেখা নাই? তাৰ পিছত আমাৰ বাধা নামানি তেওঁ গাড়ীৰ গতিপথ সলনি কৰি আমাক হাওড়া দলং চাবলৈ লৈ গৈছিল।

তাৰপিছত জীৱনৰ বহু দিন মই কলিকতা মহানগৰীত বাস কৰিছোঁ — পঢ়া জীৱনতো আৰু বৰপুত্ৰৰ চাকৰিৰ কৰ্মস্থল হোৱাত তাৰ লগত থকা প্ৰায় পাঁচ বছৰ কটালো। সেই সময়বোৰত যেতিয়াই হাওড়া দলঙৰ ওপৰেদি অহা যোৱা কৰিছোঁ তেতিয়াই মনৰ ভিতৰত নিজকে কৈ উঠিছোঁ — এই হাওড়া দলংখন জীৱনত প্ৰথমবাৰৰ বাবে মোক দীপু চলিহাই দেখুৱাইছিল!

ইয়াৰ পিছত আৰু কেবাবাৰো (ছাত্ৰী জীৱনত) চলিহাহঁতৰ ঘৰলৈ গৈছোঁ — সেই একেই আন্তৰিক আতিথেয়তা — খুৱাই-বুৱাই চলিহাহঁতৰ বৰপুত্ৰ দীপু চলিহাই আমাক অতদূৰ পথ গাড়ী চলাই হোষ্টেলত থৈ আহিছে। এনেকি ৰেখা বাইদেউৰ বিয়াত নিমন্ত্ৰিত অতিথি হৈ যোৱাৰ দিনাও আমাক ভনীয়েকৰ বিয়াৰ অতি ব্যস্ততাৰ মাজতো তেওঁ হোষ্টেলত থৈ নাহি পৰা নাছিল। তাৰপিছত আমাৰ স্বয়ং দীপু চলিহাৰ বিয়া খোৱাৰ সৌভাগ্যও হৈছিল। (প্ৰসঙ্গক্ৰমে কৈ থওঁ, তেওঁৰ পত্নী জয়া গোস্বামী চলিহা এগৰাকী সুলেখিকা আৰু সাংবাদিক, টেলিগ্ৰাফ কাকতত তেওঁৰ বহুতো লিখনি প্ৰকাশ হৈছে) বিয়াৰ পিছৰ দৰা-কইনা উভয়ৰ উপস্থিতিৰ ভোজ-মেল। বিদায় ল'বৰ পৰত দৰা বেশী দীপু চলিহাই আমি ট্ৰাম-বাছেৰে হোষ্টেললৈ উভতিব ওলোৱা ছোৱালী কেইজনীৰ লগত হঠাতে তেওঁৰ খুলশালীয়েক এগৰাকীৰ লগত আমাক চিনাকি কৰি দিলে আৰু তাৰপিছত হাঁহি এটা মাৰি ক'লে — 'এতিয়া এওঁতো আৰু আপোনালোকৰ অপৰিচিত হৈ থকা নাই, গতিকে এতিয়া এৱেঁ গাড়ীৰে আপোনালোকক হোষ্টেলত থৈ আহিব!'

সেইদিনা আমাৰ সঁচাকৈয়ে হতবাক অৱস্থা হৈছিল। আতিথ্য, আন্তৰিকতা আৰু ভদ্ৰতাৰ তেনে নমুনা মোৰ পৰৱৰ্তী সুদীৰ্ঘ জীৱন কালতো আৰু কেতিয়াও দেখা নাছিলোঁ।

মই কেৱল দীপু চলিহাৰহে উল্লেখ কৰিলোঁ। কিন্তু লগতে এইখিনি কথাও যোগ নকৰি নোৱাৰোঁ যে চলিহাহঁতৰ সমগ্ৰ পৰিয়ালটোৱে অতি ভদ্ৰ আৰু অমায়িক। অথচ তেওঁলোক অসমৰ ভিতৰতে অভিজাত এক পৰিয়ালৰ সদস্য। প্ৰকৃত আভিজাত্যত যে শিষ্টাচাৰ আৰু বিনম্ৰতা থাকে, চলিহাহঁতৰ

কলিকতাৰ পৰিয়ালটোৱেই তাৰ এক প্ৰকৃষ্ট উদাহৰণ। আজি-কালিৰ নব্য ধনী সম্প্ৰদায়ৰ যি দৰ্পিত চাল-চলন সি যে আভিজাত্যৰ পৰা বহুত নিলগত, তাক সহজেই বুজিব পাৰি।

চলিহাহঁত সদায় কলিকতাত থকাৰ পিচতো বা তেওঁলোকৰ তিনিজন ল'ৰা-ছোৱালীয়েই বঙালী বিয়া কৰালেও তেওঁলোকে কিন্তু নিজস্ব অসমীয়াত্ব ত্যাগ কৰা নাই। ৰেখা বাইদেউ কলিকতাৰ অসমীয়া মহিলা অনুষ্ঠান 'ঘৰুৱা'ৰ এক অতি সক্ৰিয় সদস্য, সেই অনুষ্ঠানটোৰ 'ঘৰুৱা' নামৰ আলোচনীখনতো তেওঁ অসমীয়া ভাষাত নানা লেখা আগবঢ়াই আহিছে। স্বৰ্গীয় চলিহাদেৱৰ নুমলীয়া জীয়াৰী মীনাক্ষী বসু আমাৰ মাজত দেৱযানী চলিহা নামেৰেই সুপৰিচিত। তেওঁ মণিপুৰী নৃত্যৰ এগৰাকী আগশাৰীৰ শিল্পী হোৱাৰ উপৰি সৰু ল'ৰা-ছোৱালীৰ বাবে কলিকতাৰ পৰা 'ভাইটি-ভনিটি' নামেৰে এখন আলোচনীও উলিয়াইছিল। তদুপৰি স্বনামধন্য কুলদা কুমাৰ ভট্টাচাৰ্যৰ লগত লগ লাগি অসমৰ হাবি-বন জীৱ-জন্তুৰ বিষয়ে কেইখনমান তথ্য চিত্ৰও উলিয়াইছে। তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰিত হৈ গৈ মই আমাৰ অসমীয়া কাঁহী-বাটিতে ভাত খাইছিলোঁ। অসমীয়া ঐতিহ্য এনেকৈ বহন কৰি থকাটো সঁচায়ে বিস্ময়কৰ। স্বৰ্গীয় চলিহাদেৱৰ পত্নী দেৱবালা চলিহাও এগৰাকী স্বনামধন্যা অসমীয়া মহিলা। লাচিত বৰফুকন চলচ্চিত্ৰত তেখেতৰ ৰাজমাও ভূমিকাত অভিনয় অসমবাসীৰ নিশ্চয় মনত আছে। এই বৃদ্ধ বয়সতো তেখেতে গুৱাহাটীত শিশু স্কুল এখন পৰিচালনা কৰি আছে।

শেষত এটা কথা স্বীকাৰ কৰোঁ— মই নিজে কিন্তু কোনোদিন যাদৱ চলিহাদেৱক লগ পোৱা নাই, অথচ সেই অপৰিচয়ৰ মাজেৰেই তেখেতৰ জন্ম-শতবাৰ্ষিকীত মোৰ কৃতজ্ঞ হৃদয়ৰ শ্ৰদ্ধাঞ্জলি যাচিবলৈ ওলাইছোঁ। কিন্তু সঁচাকৈয়ে জানো চলিহাদেৱ মোৰ বাবে অপৰিচিত ব্যক্তি? তেখেত জানো নিজ সন্তান সকলৰ মাজতে সূৰ্য নিজ কিৰণৰ মাজেদি ব্যক্ত হোৱাৰ দৰে ব্যক্ত হোৱা নাই? সেয়ে মই ভাবিছোঁ যে যাদৱ প্ৰসাদ প্ৰসাদ চলিহাৰ আপোন তেজ মঙহৰ প্ৰতিভূ সকলকে মই যেতিয়া জানো, তেখেতকো নিশ্চয় জানো। আজি সেই বিশেষ পৰিচয়ৰ মাজেৰেই মই অসম মাতৃৰ এই গৰাকী কৃতী সন্তানক মোৰ শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। তেখেতৰ স্মৃতি আমাৰ মাজত চিৰ-যুগমীয়া হৈ ৰওক।

শেষত আৰু এটা কথাৰে মোৰ এই ক্ষুদ্ৰ লিখনিৰ ইতি কৰোঁ। কলিকতাত থকা দিনত মই চলিহা পৰিয়ালৰ পৰা যি অনাবিল মৰম-চেনেহ লাভ কৰিছিলোঁ, তাৰ স্থান পৰিশোধ কৰিব পৰা নাই বা কোনোদিন নোৱাৰিমো। কিন্তু আজি মোৰ এই অক্ষম স্মৃতি-চাৰণৰ দ্বাৰা সেই ঋণ সামান্যতম যেন পৰিশোধ হয় — সেই আশাৰেই এই লিখনিৰ মোখনি মাৰিলোঁ।



# কর্মযোগী

## সোমেশ্বৰ কাকতী

১৯৩০ আৰু ১৯৩১/৩২ চনৰ স্বাধীনতা আন্দোলনৰ প্ৰচাৰৰ নিমিত্তে শ্ৰীযাদৱ প্ৰসাদ চলিহাই, বলিয়াঘাটৰ শ্ৰী ইন্দ্ৰনাথ কাকতী আৰু চাৰিং কাকতী গাঁৱৰ শ্ৰীদুৰ্গা কাকতী সহ আমাৰ আমগুৰিৰ ঘৰত থাকি গধূলি বজাৰ মৌজাৰ আমগুৰি, জৰাবাৰী আদি কৰি বিভিন্ন অঞ্চলত অসহযোগ আন্দোলনৰ প্ৰচাৰ কাৰ্য চলাইছিলহি আৰু চলিহা আমাৰ মাতুল বংশৰ হোৱাৰ কাৰণে থকা-মেলাত কোনো অসুবিধা নাপাইছিল।

সভা-সমিতি বিলাকলৈ চলিহাৰ লগতে ময়ো যাওঁ। সভা-সমিতি বিলাকত প্ৰতিদিনে নিৰ্দ্দিষ্ট সময়ত উপস্থিত হোৱাটো চলিহাই কৰ্ত্তব্য হিচাপে লৈছিল। সময়ৰ মূল্য বুজি সকলো কাম নিয়মিত ভাৱে কৰিছিল। সকলো ক্ষেত্ৰত নিয়ম-নীতি মানি চলাটো চলিহাৰ ক্ষেত্ৰত দেখা পোৱা গৈছিল। আত্মনিৰ্ভৰশীলতা, এলাহ নথকা, উৎসাহী, সময়ৰ কাম সময়ত কৰা, কৰ্মযোগী, গভীৰ জ্ঞান সম্পন্ন. নিৰহঙ্কাৰ, উদাৰ, মুক্তহস্তে দান দিব পৰা গুণ, বিস্তৃত অধ্যয়ন, ঈশ্বৰ পৰায়ণ, আধ্যাত্মিক জ্ঞান সম্পন্ন, মানৱপ্ৰেম, সকলো ধৰ্ম্মৰ প্ৰতি উদাৰ ভাবৰ গুণৰাজি তেখেতৰ গাত প্ৰকাশ পাইছিল। অহিংসা-নীতি মানি চলা এজন গান্ধীবাদী আছিল।

এক শ্ৰেণীৰ ধনী -মানী, ক্ষমতাশীল ডাঙৰ মানুহে সাধাৰণ মানুহৰ লগত মিলা-মিছা কৰা আৰু কথা-বতৰা পতাটো তেওঁলোকৰ সম্মান হানিকৰ কথা বুলি ভাবে, কোনেও তেওঁলোকৰ ওচৰ চাপিব নোৱাৰে আৰু তেওঁলোকও কাৰো ওচৰলৈ যাব নোৱাৰা এটা স্বাভাৱিক অৱস্থা হৈ পৰে; কিন্তু শিক্ষা-দীক্ষাৰে গুণবান হৈয়ো চলিহাই ধন-সম্পত্তি পদমৰ্য্যাদা, প্ৰতাপৰ প্ৰতি আভিজাত্যৰ ভাব পোষণ কৰা নাছিল। তেখেতৰ ওচৰত ধনীয়েই হওক বা দুখীয়াই হওক সকলো সমান, ভেদাভেদ নাছিল। তেখেতৰ ওচৰলৈ সকলো যাব পাৰে আৰু হাঁহিমুখে সকলোকে মাত মতাটো তেখেতৰ জীৱনৰ স্বভাৱ সুলভ গুণ আছিল।

কৰ্ম্মযোগী ভুৱন চন্দ্ৰ গগৈদেৱে নিজে প্ৰতিষ্ঠা কৰা পলিটেকনিক স্কুলখন ১৯২৪ চনত চুণপোৰাৰ পৰা শিৱসাগৰ টাউনলৈ স্থানান্তৰ কৰাৰ সময়ত বিদ্যোৎসাহী চলিহাদেৱে গগৈদেৱক বিদ্যালয় খনৰ কাৰণে এক কালীন পাঁচশ টকা দি সহায় কৰাৰ উপৰি কলিকতাৰ টালিগঞ্জত থাকোঁতে চলিহাই প্ৰভুদয়াল হিমৎসিংকাৰ পৰা এহেজাৰ টকা দান সংগ্ৰহ কৰি গগৈদেৱৰ ভায়েক শ্ৰী ভৰত গগৈদেৱৰ হাতত দি বিদ্যালয় খনৰ উন্নতিকল্পে সহায় কৰিছিল।

শিৱসাগৰৰ কালী প্ৰসাদ চলিহা মেমৰিয়েল হল উক্ত পৰিয়ালৰ অনুদানত গঢ়ি উঠে।

চাহশিল্পৰ উন্নতিৰ প্ৰতিও চলিহাদেৱে বিশেষ মনোযোগ দিছিল। 'কৰঙ্গাণী' আৰু 'আজিজবাগ' চাহবাগানৰ পৰিৱেশেই ইয়াৰ জ্বলন্ত উদাহৰণ।

চলিহাই ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দি ১৯২১ চনত ছমাহ কাৰাবাস খাটে, ১৯৩০/১৯৩১/৩২ আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

আজি চলিহা দেৱৰ শতবাৰ্ষিকী উপলক্ষে পুৰণি স্মৃতি সুঁৱৰি তেখেতৰ পুণ্যাত্মাৰ প্ৰতি ভক্তিৰ অঞ্জলি যাচিছো।



# নিয়োগ বাছনিত নিৰপেক্ষ

## নৰেশ ৰাজখোৱা

শিৱসাগৰৰ চলিহা পৰিয়াল বৰ সম্ভ্ৰান্ত আৰু স্বনামধন্য। এই পৰিয়ালৰেই এজন সু-সন্তান যাদৱ প্ৰসাদ চলিহা। এখেতৰ পিতৃ বিখ্যাত উকিল কালীপ্ৰসাদ চলিহা। তেখেতে কেবাখনো চাহ বাগিচা খুলিছিল।

কালীপ্ৰসাদ চলিহাৰ বৰ পুত্ৰ আছিল স্বৰ্গীয় তাৰা প্ৰসাদ চলিহা। তেখেত বেৰিষ্টাৰ আছিল কিন্তু ওকালতি কৰা নাছিল। তেখেত অলপ দাৰ্শনিক ধৰণৰ আছিল। তেখেতৰ বৰ পুত্ৰ প্ৰয়াত দেৱ জিৎ চলিহা (ধন পোনা) আমাৰ লগৰ। তেওঁলোকে যাদৱ চলিহাক বৰ দদাইদেউ বুলি মতাৰ কাৰণে আমিও তেখেতক সেই সম্বোধনেই কৰিছিলো।

চলিহা পৰিয়ালটো বৰ ধাৰ্ম্মিক আছিল। তেখেতসকল দক্ষিণপাট সত্ৰৰ শিষ্য আছিল। তেখেতসকলে বনমালী আৰু গোসাঁই বাৰী দক্ষিণপাট সত্ৰাধিকাৰৰ নামতে নামকৰণ কৰে। যাদৱ প্ৰসাদ চলিহাৰ নামটোও স্বৰ্গীয় যাদৱ ৰায় সত্ৰাধিকাৰৰ নামতে দিয়ে, যাতে সত্ৰাধিকাৰৰ নামটো সততে স্মৰণ কৰিব পাৰি। ঘৰত যাদৱ প্ৰসাদক বাপ বুলি মাতিছিল।

ধৰ্ম্মৰ কামত চলিহা পৰিয়ালটো সদায়েই মুক্তহস্তে দান কৰা লোক। বামুণ-গোসাঁইক বৰ সম্মান কৰিছিল। ঘৰতো পূজা-পাতল সদায়েই চলিছিল। দুৰ্গাপূজা বাৎসৰিক ভাৱে কৰিছিল, কিন্তু ছাগলী বলি নিদি ছিল। কোমোৰাহে বলি দিছিল। টানে-আপদে মানুহৰ ঘৰলৈ গৈ খা-খবৰ লৈছিল আৰু যাক যেতিয়া সহায় লাগে কৰিছিল।

যাদৱ প্ৰসাদ চলিহাই পুৰণা মটৰ গাড়ী আৰু কল-কাৰখানা মেৰামতি কৰা কামত বৰ মনোযোগ দিছিল। তেখেতে কলিকতাৰ পৰা শিক্ষা সাং কৰি প্ৰথমতে এটা কাঠৰ কাৰখানা আৰম্ভ কৰে (Saw Mill), এই কাৰখানা তেওঁলোকৰ পৰিয়ালৰ বনমালী বাগানৰ ওচৰতে আছিল। তেখেতে বাগানৰ কামো পৰিচালনা কৰিছিল। কিছুদিনৰ মূৰত পৰিয়ালৰ সম্পত্তি ককাই-ভাই কিজনৰ ভিতৰত ভাগ বটোৱা হয়। সেই সময়ত বেছ লাভ কৰা বনমালী বাগানখন তেওঁৰ সৰু ভায়েক গুৰু প্ৰসাদ আৰু বিমলা প্ৰসাদৰ ভাগত পৰে। আনখন বাগান গোসাঁইবাৰী তেখেতৰ ককায়েক তাৰা প্ৰসাদৰ ভাগত পৰে। চলিহাই কৰঙ্গাণী বোলা গ্ৰান্টটো লয়। সেই ঠাইতে হাবি জংঘল আঁতাই কৰঙ্গাণী বাগান আৰম্ভ কৰে। তেখেতে তাত চাহ পুলি নিজ হাতেৰেই ৰুইছিল। ঘৰৰ পৰা ঘোঁৰাত উঠি চাহ বাগানৰ কাম-কাজ চাইছিল। কিছু দিনৰ পাছত যাদৱ চলিহাই আজিজবাগ নামৰ আন এখন বাগানো কিনে। তাত এতিয়াও বৰ উচ্চ মানৰ চাহ উৎপাদন হয়।

পুৰণা কল-কাৰখানা মেৰামতি কৰি পুনৰ কাৰ্য্যক্ষম কৰাৰ ধাউতিটো তেখেতৰ ইমান বেছি আছিল যে ১৯৪১ চনত টালিগঞ্জত এটা পুৰণা তীখাৰ কাৰখানা বিক্ৰি হোৱাৰ কথা শুনি তেখেতে তালৈ গৈ কাৰখানাটো কিনে আৰু তাক চালু কৰে। সেই সময়ত ময়ো কলিকতাত পঢ়িবলৈ গৈ তেখেতৰ ঘৰলৈ সঘনে অহা যোৱা কৰিছিলো। শিৱসাগৰৰ পুৰণা পৰিয়ালৰ লোক কাৰণে তেখেতে মোক বৰ মৰম কৰিছিল আৰু তেখেতৰ ঘৰত মোৰ অবাধ গতি আছিল। কাৰখানাটোলৈয়ো কেবাবাৰো গৈছিলো। কাৰখানাটোৰ নাম আছিল চলিহা ৰলিং মিলছ। তাৰ ওচৰৰ চিটি বাচ ৰখা ঠাই-ডোখৰক চলিহা ষ্টপেজ বুলিছিল। পাছত এই সৰু কাৰখানাটো এটা বৃহৎ উদ্যোগ হৈ পৰিছিল।

ইয়াত উৎপাদন হোৱা সামগ্ৰী বিদেশলৈকো ৰপ্তানী কৰা হৈছিল। ১৯৫২ চনত চলিহা আকৌ শিৱসাগৰলৈ ঘূৰি আহে। চলিহা ৰলিং মিলটো বৰ পুত্ৰ শ্ৰী ইন্দ্ৰজিৎ চলিহাই চলাবলৈ লয়। চলিহা ৰলিং মিল আজি নাই, কিন্তু বাচ ৰখা ঠাইখনৰ নাম আজিও চলিহা বাচ ষ্টপেজ হৈয়ে আছে।

স্বাধীনতা সংগ্ৰামতো চলিহাৰ পৰিয়ালটো ওতঃপ্ৰোত ভাৱে জড়িত আছিল। তেওঁলোক আটায়েই কংগ্ৰেছী আদৰ্শত অনুপ্ৰাণিত হোৱা লোক। তেখেতৰ ভায়েক বিমলা প্ৰসাদ চলিহাই (প্ৰাক্তন মুখ্যমন্ত্ৰী) এটা নতুন সূতাকটা যঁতৰ তৈয়াৰী কৰি পেটেন্ট কৰিছিল। ঘৰত মৌ পুহিছিল। যাদৱ প্ৰসাদ চলিহাও কংগ্ৰেছৰ সক্ৰিয় সদস্য আৰু শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতিও আছিল।

সেই সময়ত অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি বিষ্ণুৰাম মেধি গ্ৰেপ্তাৰ হোৱাৰ পাছত ১৯৩০ চনত তেখেত অসম কংগ্ৰেছৰো সভাপতি হয়। ১৯২১ চনত অসহযোগ আন্দোলনত ভাগ লোৱাৰ কাৰণে তেখেত গ্ৰেপ্তাৰ হৈ কাৰাগাৰ খাটিব লগীয়া হয়। ১৯৩৭ চনৰ সাধাৰণ নিৰ্বাচনত শিৱসাগৰ পূব সমষ্টিৰ পৰা তেখেত কংগ্ৰেছী সদস্য হিচাবে বিধান সভালৈ নিৰ্বাচিত হয়।

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়ত তেখেতৰ টালিগঞ্জৰ ঘৰটো বহুতো পলাতক অসমীয়া ৰাজনৈতিক নেতাই তেওঁলোকৰ পৰিকল্পনাৰ কাৰণে ব্যৱহাৰ কৰিছিল। মাজে মাজে ময়ো তাত ভাগ লৈছিলো। এজন বিশেষ ব্যক্তি আছিল জ্যোতি প্ৰসাদ আগৰৱালা। তেখেত সেই সময়ত কলিকতাত পলাতক অৱস্থাত আছিল। তেখেতে কিন্তু দিনৰ ভাগত বৰকৈ নোলাইছিল। গধূলিহে অকলশৰে আন্ধাৰত ওলাই গৈছিল। মাজে মাজে মাধৱ চন্দ্ৰ বেজবৰুৱাৰ ঘৰতো লগ হওঁহক।

দেশে স্বাধীনতা লাভ কৰাৰ পাচত তেখেতে ৰাজনৈতিক জীৱনৰ পৰা সম্পূৰ্ণ আঁতৰি যায়। তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ অনুৰোধত অসম লোক সেৱা আয়োগৰ ১৯৫২ চনৰ পৰা ১৯৫৬ চনলৈকে চেয়াৰমেন পদত যোগ দিয়ে। প্ৰথম বাৰৰ কাৰণে কেবা বছৰৰ পাছত কমিশ্বনৰ পৰীক্ষা সমূহ নিয়মিত ৰূপে তদাৰক হ'বলৈ আৰম্ভ কৰে। তাৰ ফল সমূহৰ পৰা দেখা গ'ল যে মেধাৰ ওপৰত ভিত্তি কৰিয়েই নিৰ্বাচন হ'বলৈ ধৰিলে। তাৰ আগতে বহুতো অনিয়ম হৈছিল আৰু তলত থকা প্ৰাৰ্থীৰ নামো ওপৰলৈ আনি চাকৰি দিয়া হৈছিল। সেইবোৰ অন্ত পৰিল। এটা নতুন পদ্ধতি আৰম্ভ কৰিলে।

অসমত ঔদ্যোগিক বিকাশৰ কাৰণে যেতিয়া এখন বিত্তীয় নিগম স্থাপনৰ সিদ্ধান্ত লোৱা হ'ল তাৰ কাৰণে যাদৱ প্ৰসাদ চলিহাকে সভাপতিৰূপে নিযুক্তি দিয়া হয় আৰু নিগমৰ নীতি আৰু উদ্দেশ্য কাৰ্য্যত পৰিণত কৰিবলৈ লোৱা হয়। বহু অসমীয়া উদ্যোগীয়ে ইয়াৰ পৰা কম সুদত ধন লৈ নিজৰ নিজৰ উদ্যোগ আৰম্ভ কৰিলে। বহুতে হয়তো কৃতকাৰ্য্য নহ'ল। ধনো অপব্যয় হ'ল। পিচে বহুতে উপকৃত হৈ ভাল ব্যৱসায়ী হৈ উঠিল। কিন্তু কোনেও অন্যায়কৈ বা মিছা ব্যৱসায়ৰ নাম লৈ ধন ল'ব নোৱাৰিছিল।

যাদৱ প্ৰসাদ চলিহাৰ পৰিবাৰ উচ্চ বংশৰ দুৱৰা পৰিয়ালৰ বৰ্তমান প্ৰায় ৯০ বছৰীয়া সুশিক্ষিতা, সুদক্ষা আৰু বুদ্ধিমতী দেৱবালা চলিহা সেই কালৰ হাকিম বিষ্ণু প্ৰসাদ দুৱৰাৰ বৰ জীয়েক। কলিকতাৰ আকাশ বাণী কেন্দ্ৰৰ পৰা ১৯৪২ চনত যেতিয়া আধা ঘণ্টাৰ এটা অসমীয়া অনাতাঁৰ অনুষ্ঠান প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰা হয় তাত তেখেতেই আগ ভাগ লৈছিল। অসমীয়া ল'ৰা-ছোৱালীক তেখেতৰ ঘৰতে আখৰা কৰাই অনাতাঁৰ জগতত অসমীয়াৰ প্ৰথম প্ৰচাৰ আৰম্ভ কৰা হয়। তাৰ উপৰি কলিকতাত থকা অসমীয়া ছাত্ৰ-ছাত্ৰীৰ পইচাৰ অসুবিধা হ'লে তেখেতে সহায় কৰিছিল। তেনেদৰেই কলিকতা চাবলৈ যোৱা অসমীয়া মানুহকো সহায় কৰিছিল।

তেখেতে যাদৱ প্ৰসাদ চলিহাৰ মৃত্যুৰ আগৰে পৰা বাগানৰ কাম-কাজো চোৱা-চিতা কৰিছিল। তেখেতৰ তত্ত্বাৱধানতে চলিহা ওৱেৰহাউচটি গুৱাহাটীত স্থাপন কৰা হৈছিল। আজি-কালি বয়সৰ হেঁচাত বহুতো কথা অৱশ্যে পাহৰা হৈছে। সাধাৰণতে এতিয়া কলিকতাতে থাকে।

যাদৱ প্ৰসাদ চলিহাই অসম মেডিকেল কলেজত ১৯৬৪ চনৰ ১৫ জুনত শেষ নিশ্বাস ত্যাগ কৰে আৰু এটি ধাৰ্ম্মিক পৰোপকাৰী জীৱনৰ পৰি সমাপ্তি ঘটে।



# শ্ৰদ্ধাঞ্জলি

## ক্ষীৰদা কুমাৰী বৰুৱা

সময়ৰ বালিত খোজ পেলাই থৈ যোৱা ব্যক্তি সদানন্দ পুৰুষ, যাদৱ প্ৰসাদ চলিহাদেৱৰ কৰ্ম্মময় জীৱন আৰু ৰাজনীতিৰ বিষয়ে তেখেতক ভালকৈ জনা, অভিজ্ঞতা থকা লোকে লেখিবলৈ লৈছে। মই মাথোঁ ঘৰুৱা ভাৱে তেখেতক লগ পোৱা দুই এটি সুখ-স্মৃতিৰহে উল্লেখ কৰিব খুজিছো। তেখেতৰ মন শিশুৰ দৰে সৰল আৰু মৰমিয়াল আছিল। তেখেতক আমি একেবাৰে ওচৰৰ পৰা লগ পাইছিলো। আমাৰ ভতিজা ল'ৰা প্ৰয়াত ৰঞ্জিত কুমাৰৰ বিয়াৰ সময়ত তেখেত পত্নীসহ আমাৰ ঘৰতে আছিল, আৰু বিয়াৰ সকলো অনুষ্ঠানতে তেখেত সকলক পাইছিলো। বিয়াৰ কেইদিনত আৰু শ্ৰী শ্ৰী দুৰ্গা পূজাৰ পিছত বিজয়া দশমীৰ দিনা আমাৰ পৰিয়ালৰ মাজত সন্ধিয়ালৈকে হোৱা বিচিত্ৰানুষ্ঠানত তেখেতক সভাপতি পাতিছিলো। এই আনন্দ তেখেতে ৰং মনেৰে উপভোগ কৰিছিল। তেখেতৰ সুযোগ্যা ভগ্নী স্বৰ্গীয়া ডঃ নিৰ্ম্মলা চলিহায়ো এই আনন্দত সদায় ভাগ লৈছিল। তেখেতৰ সুযোগ্যা সহধৰ্ম্মিণী শ্ৰীযুতা দেৱবালা চলিহায়ো খেলা ধূলা সকলোতে যোগ দি বাকী মহিলা সকলৰো সঙ্কোচ নাইকিয়া কৰিছিল। শ্ৰীমতী চলিহা এগৰাকী বিদুষী কৰ্ম্মী মহিলা। চাহ বাগিচাকে আদি কৰি, ব্যৱসায় চলাই চলিহাদেৱক ৰাজনীতি আৰু দেশৰ কামত লাগিবলৈ উদগনি দিছিল। তেখেত সকলে এবাৰ আমাৰ পৰিয়াল আৰু চলিহাৰ পৰিয়ালৰ সকলোকে শ্ৰী শ্ৰী দুৰ্গা পূজাৰ সময়ত কৰঙ্গাণী বাগিচালৈ নিমন্ত্ৰণ কৰিছিল। আমি আটায়ে লগ হৈ দুপৰীয়া অলপ বেলিকৈয়ে বাগিচা পালোগৈ হক। ইমানখিনি মানুহ গৈ ওলালো যদিও তেখেতসকলে অতি আগ্ৰহেৰে আমাৰ সোধ পোছ কৰিলে। খোৱাৰ পিছত আবেলিলৈ তাতো এখন বিচিত্ৰানুষ্ঠানৰ দৰে পাতিছিল। গান, কবিতা, আবৃত্তিৰে সন্ধিয়াটোও ভালকৈ কটাই ৰাতিও খাই বৈ আমি উভতি আহিলো। এইবিলাক সুমধুৰ কথা সুঁৱৰি এতিয়াও আনন্দ পাওঁ। চাৰি গৰাকী উপযুক্তা সুশিক্ষিতা জীয়াৰী আৰু দুজন উপযুক্ত পুত্ৰৰে তেখেত এজন লক্ষ্মীমন্ত পুৰুষ আছিল।

তেখেতৰ স্মৃতিৰ প্ৰতি আমাৰ সভক্তিৰ শ্ৰদ্ধাঞ্জলি জনালো।



# চলিহা ৰ'লিং মিলৰ গুৰিৰ কথা

## যোগেশ হাজৰিকা

উদ্যোগ সাম্ৰাজ্য বুলি যাক কোৱা হয়, যাদৱ প্ৰসাদ চলিহাই হয়তো তেনে ধৰণৰ একো থৈ যোৱা নাই, কিন্তু তেওঁ উদ্যোগৰ কথা খুব ভাল দৰে বুজি পাইছিল. পাৰিছিল সুপৰিকল্পিত ঔদ্যোগিক আঁচনি ৰচনা কৰিবলৈ, মানুহক উদ্যোগ বিষয়ে পৰামৰ্শ দিবলৈ। তাৰেই নিদৰ্শন হিচাবে অসম বিত্তীয় নিগমৰ প্ৰথম অধ্যক্ষ আছিল তেওঁ। যাদৱ প্ৰসাদ চলিহাই কোন উদ্যোগৰ ভৱিষ্যৎ কি আগ ধৰি দেখা পাইছিল। তাৰে পৰিণতি, অসমৰ বাহিৰত প্ৰথম অসমীয়া যান্ত্ৰিক উদ্যোগ চলিহা ৰ'লিং মিলৰ প্ৰতিষ্ঠা।

মই শ্ৰদ্ধেয় যাদৱ ককাইদেউৰ সংস্পৰ্শলৈ আহোঁ ১৯৪০ চনত, কলিকতাৰ ইউনিভাৰ্চিটি ইনষ্টিটিউট হলত অনুষ্ঠিত এ এছ এল ক্লাবৰ এখন সভাত। কোনোবা ডাঙৰ মানুহৰ জন্ম শতবাৰ্ষিকী উপলক্ষে আয়োজিত সেই সভাৰ সভাপতি আছিল তেওঁ। ইতিমধ্যে মই কলিকতাৰ অসমীয়া সমাজত মোৰ 'কছাৰী নৃত্য'ৰ বাবে জনপ্ৰিয় হৈ পৰিছিলো। ৰাইজৰ অনুৰোধত প্ৰায়বিলাক সভাত মই এই নাচটো নাচিব লগীয়া হৈছিল। সভাখনৰ লগত মই বিশেষভাৱে জড়িত থকাৰ বাবে ককাইদেউৰ চকুত পৰিছিলো। তেতিয়াৰে পৰা তেওঁ মোক মৰম কৰিছিল। মাজে মাজে তেওঁ মোক ঘৰলৈ মাতিছিল। তেতিয়া তেওঁ বালীগঞ্জৰ ৪৮ নম্বৰ হিন্দুস্থান পাৰ্কত বাস কৰিছিল। চাহ বাগিচাৰ মালিকৰ ঘৰৰ দৰেই প্ৰাসাদোপম আছিল ঘৰটো।

১৯৪১ চনৰ চেপ্তেম্বৰ মাহত এন ডি আগৰৱালা নামৰ উদ্যোগপতি এজনে টালিগঞ্জৰ ১৩, চণ্ডীতলা লেনত থকা ৰ'লিং মিল এটা নীলামত দিয়াৰ বিজ্ঞাপন দিছিল বাতৰি কাকতত। নীলামৰ তাৰিখ দিয়া হৈছিল পহিলা অক্টোবৰ, ১৯৪১। সময় ৰাতিপুৱা ৮ বজাত। নীলাম পৰিচালনা কৰিব ৬ নম্বৰ মিশ্বন ৰো-ত থকা মেকেঞ্জিলায়াল এণ্ড কোম্পানীয়ে (Mckenzie Lyall & Co) ।

বিজ্ঞাপনটো যাদৱ প্ৰসাদৰ চকুত পৰিল। তেওঁ তৎক্ষণাৎ বাৰ্ণপুৰৰ SCOB (ষ্টীল কৰ্পৰেশ্বন অব বেঙ্গল)-ত কাম কৰি থকা মহদানন্দ দাসৰ লগত যোগাযোগ কৰিলে। শ্ৰী দাস এজন ৰ'লিং বিশেষজ্ঞ, আৰু SCOB ৰ ৰ'লিং বিভাগৰ প্ৰধান আছিল। যাদৱ ককাইদেৱে নীলামত ডাক দিয়াৰ আগতে দাসদেৱৰ পৰামৰ্শ বিচাৰি বাৰ্ণপুৰ ওলাইছিলগৈ। দাসদেৱে ক'লে যে তেওঁ SCOB-ৰ ৰ'লিং বিভাগৰ সঞ্চালক, ৰ'লিং মিল বিশেষজ্ঞ হিচাবে আন্তৰ্জাতিকভাৱে বিখ্যাত, মিঃ ফ্ৰীমেনৰ লগত এই বিষয়ে আলোচনা কৰিব। ককাইদেৱে শ্ৰী দাসক, মিঃ ফ্ৰীমেনক লগত লৈ, কলিকতালৈ আহিবলৈ আমন্ত্ৰণ জনাই উভতি আহিল।

যাদৱ প্ৰসাদৰ অনুৰোধমতে শ্ৰী দাস মিঃ ফ্ৰীমেনক লৈ কলিকতালৈ আহিল। পিচে, পোনে পোনে চলিহাদেৱৰ ঘৰলৈ নগৈ শ্ৰী দাস প্ৰথমেই মোৰ মেছলৈ আহি মোক তেওঁলোকৰ লগত যাবলৈ লগ ধৰিলে। দিনৰ এঘাৰ মান বজাত আমি হিন্দুস্থান পাৰ্ক পালো। লৰালৰিকৈ চাহ খাই আমি আটাইবিলাক 'ফিৰপ'জ' ৰেস্তোৰাঁলৈ গ'লো, তাত বহি কথা পাতিবলৈ আৰু পাচত 'লাঞ্চ' খাবলৈ। সেই বৈঠকত দাসদেৱে কোনো চূড়ান্ত সিদ্ধান্ত লোৱাৰ আগতে মিলটো এবাৰ চোৱাৰ প্ৰস্তাৱ দিলে। 'লাঞ্চ ' খাই আঢ়ৈ মান বজাত আমি চণ্ডীতলা লেনলৈ গ'লো। তেওঁলোকে প্ৰায় এঘন্টা সময় জুৰি মিলটো চালে। তাৰ পাচত আটাইবিলাক যাদৱ প্ৰসাদৰ হিন্দুস্থান পাৰ্কৰ ঘৰলৈ উভতি আহিল।

তেতিয়াহে শ্ৰদ্ধেয়া বাইদেউ দেৱবালা চলিহাই আলোচনাত যোগ দিলে। দীঘল আলোচনাৰ শেহত শ্ৰী দাস আৰু শ্ৰী ফ্ৰীমেনে যাদৱ ককাইদেউক স্পষ্টভাৱে ক'লে তেওঁ যাতে কোনো পধ্যে ৩৬ হেজাৰ টকাৰ ওপৰলৈ নুঠে।

৩০ চেপ্তেম্বৰ তাৰিখে যাদৱ ককাইদেৱে মোক ফোন কৰি ক'লে মই যেন পিচদিনা অৰ্থাৎ নীলামৰ বাবে নিৰ্দিষ্ট দিন ১ অক্টোবৰৰ ৰাতিপুৱা সাত বজাত তেওঁৰ ঘৰলৈ যাওঁ। মই ঠিক সাত বজাত ওলালোগৈ। যথাৰীতি বাইদেৱে লগে লগে মোক চাহ-জলপান খাবলৈ দিলে। তাতে ককাইদেউৰ আপোন মানুহ প্ৰফুল্ল চন্দ্ৰ বৰুৱাদেৱক ( পাচলৈ কংগ্ৰেছৰ সাংসদ) লগ পালো। তাৰ পাচত আমি টেক্সীৰে টালিগঞ্জলৈ গ'লো।

মিঃ মেকেঞ্জিয়ে নীলাম আৰম্ভ কৰিলে। প্ৰথম ডাক উঠিল পাঁচ হেজাৰ টকা। তাত পাঁচ ছজনমান বৃটিছ মানুহ উপস্থিত আছিল। ডাক চৰিবলৈ ধৰিলে। ককাইদেৱো পিচ পৰি নাথাকিল। অৱশেষত আটাইবিলাক চাহাবক পিচ পেলাই তেওঁ ডাক দিলে, ছাপ্পন্ন হেজাৰ টকা। নীলাম তাতেই ৰ'ল।

চাহ-তাহ খোৱাৰ পাচত আহিল মিল হস্তান্তৰ পৰ্ব। মিঃ মেকেঞ্জিয়ে যাদৱ ককাইদেউক সুধিলে, "মিলটো কোনে গ্ৰহণ কৰিব?" ককাইদেৱে তৎক্ষণাৎ মোলৈ আঙুলিয়াই ক'লে, "এই ল'ৰাজনে গ্ৰহণ কৰিব।" এই দৰে সম্পূৰ্ণ আকস্মিকভাৱে, ফুটপাথত সংগ্ৰাম কৰি থকা, মোৰ কৰ্মজীৱনে অবিশ্বাস্য মোৰ ল'লে। প্ৰতিষ্ঠিত হ'ল চলিহা ৰ'লিং মিল আৰু মই থাকিলো তাৰ দায়িত্বত। এই দায়িত্বত 'মই ঝাৰ পোঁছ'ৰ পৰা আদি কৰি সৰু বৰ সকলো ধৰণৰ কাম কৰিছিলো।

মিলটো প্ৰথমৰ পৰাই ভালদৰে চলিছিল। মেচিনৰ কিবা অঁসোৱাহে দেখা দিলে যাদৱ ককাইদেৱে নিজেই ভাল কৰিছিল। মই তেতিয়া নাজানো যে তেওঁৰ কোনো এনজিনীয়াৰিং ডিগ্ৰী নাছিল। কাৰ্য্যক্ষেত্ৰত দেখিছিলো তেওঁ অতি উচ্চস্তৰৰ এনজিনীয়াৰৰ দৰে কাম কৰিছিল। তেওঁক এনজিনীয়াৰিং প্ৰতিভা বুলি ক'ব পাৰি। এনজিনীয়াৰিঙৰ দিশত তেওঁ যি কোনো সমস্যাৰ সমাধান কৰিবলৈ সক্ষম আছিল। ব্যৱসায়ো ভাল দৰে চলিছিল। সেয়া আছিল দ্বিতীয় মহাসমৰৰ দিন; বিক্ৰীৰ কোনো সমস্যাই নাছিল। কিন্তু কিছু দিনৰ পাচত ভাৰত চৰকাৰে লো আৰু তীখাৰ ওপৰত কনট্ৰ'ল আনিলে। তেতিয়া কেঁচা মাল পোৱাৰ সমস্যাই দেখা দিছিল। ফলত আমাৰ নিচিনা সৰু মিল বিলাকে বিশেষভাৱে কষ্ট ভুগিব লগীয়া হৈছিল। প্ৰায় একে সময়তে যাদৱ প্ৰসাদ চলিহাদেৱ দীঘলীয়াভাৱে অসমত থকা কালীন তেওঁ মোক সহায় কৰিবলৈ দায়িত্ব দি থৈ যোৱা তেওঁৰ তিনিজন মান বন্ধুৱে, তেওঁক বহু টকাৰ প্ৰতাৰণা কৰিছিল। তেওঁলোকৰ ওপৰত যাদৱ ককাইদেউৰ নিজৰো বোধ কৰো সন্দেহ আছিল, কিয়নো অসমলৈ যোৱাৰ সময়ত, হাওড়া ষ্টেশনত তেওঁ মোক তেওঁলোকৰ ওপৰত চকু ৰাখিবলৈ কৈ গৈছিল। এদিন মই আৱিষ্কাৰ কৰিলো তেওঁলোক আমাৰ বেঙ্কৰ আন এটা শাখাত গোপনে এটা একউন্ট খুলি লৈছে। মই তৎক্ষণাৎ ককাইদেউক খবৰ দিলো। ককাইদেউ লগে লগে আহি মনে মনে বেঙ্কত অনুসন্ধান কৰি নিশ্চিত হৈ বন্ধুসকলক বিদায় দিলে। তেওঁলোকে কোনো কথা নোকোৱাকৈ মনে মনে থাকি গুচি গ'ল। মই ৰ'ব নোৱাৰি সুধিলো, "আপুনি তেওঁলোকৰ পৰা হিচাপ-পাতি নিবিচাৰি এনেই যাবলৈ দিলে কিয়?" তেওঁ উত্তৰ দিছিল, "তুমি ভাবিছা নেকি মোক টকাখিনি তেওঁলোকে ঘূৰাই দিব বুলি?" উল্লেখ কৰা এই দুটা মান সমস্যাই প্ৰথমৰ পিনে মিলটো সুকলমে চলাত অলপ হেঙাৰ দিলেও সোনকালে সেই হেঙাৰ আঁতৰ হ'ল। তাৰ পাচত আমি আৰু পিচলৈ চাব লগীয়া হোৱা নাই। মিলটোৱে দোপত দোপে আগবাঢ়ি গৈছিল।

**এই গ্ৰন্থৰে ইংৰাজী খণ্ডত সন্নিবেশিত যোগেশ হাজৰিকাৰ মূল ইংৰাজী স্মৃতি চাৰণাৰ কিছু অংশৰ মুকলি অনুবাদ আগবঢ়োৱা হ'ল।**



# ল'ৰালি কালৰ স্মৃতি

## দেৱ প্ৰসাদ চলিহা

ক্ষণজন্মা পুৰুষ স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহাক (বাপ দাদা) মোৰ নিচেই সৰু কালৰ পৰাই মনত পৰে। তেখেতক ঢুকুৱাৰ কেইদিন মান আগতেও অসম মেডিকেল কলেজত থাকোঁতেই শেষবাৰলৈ দেখিছিলো। প্ৰথম মনত পৰাৰ কথা—তেতিয়া মোৰ বয়স ৫/৬ বছৰ মানহে হ'ব। টিমন আৰু বৰাছালি বাগিচাত থাকোঁতে (বিশেষকৈ টিমন বাগিচাত) তেখেত প্ৰায়েই আহিছিল। টিমনৰ কলঘৰত নতুন ইঞ্জিন এটা বহুৱাওঁতে কলিকতাৰ পৰা এজন ইংৰাজ চাহাব ইঞ্জিনিয়াৰ আহিছিল। দাদাও তেতিয়া উপস্থিত আছিল। সেই উপলক্ষে তোলা ফটোত ইঞ্জিনৰ ওপৰত বহি মযো আছিলো। টিমনলৈ আহোঁতে তেখেতে মটৰ চাইকেলত আহিছিল। ১৯২৬ চনত মাখনী বাইদেউৰ বিয়াৰ কথাও মোৰ ৰিণিকি ৰিণিকি মনত পৰে। দৰা প্ৰফুল্ল চন্দ্ৰ বৰুৱা আমাৰ টিমনৰ বঙলাতে আছিল। বিয়াত দৰাৰ লগত যোৱাও মোৰ মনত পৰে। আমি বৰাছালি বাগিচাত থাকোঁতে তেখেতে কেতিয়াবা তেখেতৰ Chevrolet গাড়ী খনেৰে অহা যোৱা কৰিছিল। পিন্ধন উৰণত তেখেত তেতিয়া সম্পূৰ্ণ স্বদেশী আছিল। শুধ বগা খদ্দৰৰ ধুতী পঞ্জাবী পিন্ধিছিল। তেখেতে মোক পিন্ধা-উৰা কেনেকৈ কৰিব লাগে আৰু কথা বতৰা কেনেকৈ ক'ব লাগে ধেমালিৰ চলেৰে কৈছিল—যিটো কথা সকলতে মই আন কাৰো পৰা শুনা মনত নপৰে। মাত্ৰ ১৯৩৪ চনত সূৰ্য্য কুমাৰ ভূঞা ডাঙৰীয়া শিৱসাগৰলৈ (পুৰাতত্ত্ব বিভাগে মেটেকাত খনন কাৰ্য্য কৰা কাৰ্য্য চাবলৈ) আহোঁতে মোক মোৰ নামটো লেখোঁতে 'প্ৰসাদ' শব্দটো 'প্ৰচাদ' বুলি কোৱাত তেখেতে "ভাষা শুদ্ধকৈ কব লাগে-' বিশেষকৈ নিজৰ ভাষা" বুলি কৈছিল। দাদাই এইটো নকৰিবা বুলি নকৈ এইটো কৰিলে কি হয় বুজাই কৈছিল। তেখেতে নিজে কোনো কাম কৰিব লগীয়া নহলেও সকলো কাম কৰিব জানিছিল। তেখেতৰ এইষাৰ কথা মোৰ সদায় মনত থাকিব।

ফলাহাৰ কৰি তেখেতে বৰ ভাল পাইছিল। তেখেতে খোৱাৰ দৃশ্য বিলাক মোৰ চকুৰ আগত এতিয়াও দেখি থকা যেন লাগে।

১৯৩৭ চনত তেখেত আৰু ভুবন চন্দ্ৰ গগৈদেৱ শিৱসাগৰ পূব ও পশ্চিম সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থী হিচাবে নিৰ্ব্বাচিত হৈছিল। ফলাফল ঘোষণা কৰাৰ পিছত তেখেত দুজনক হাতীৰ পিঠিত উঠাই এটা ডাঙৰ শোভাযাত্ৰা উলিওৱা হৈছিল।

মহাত্মা গান্ধী দ্বিতীয় বাৰ অসমলৈ আহোঁতে শিৱসাগৰত থকা কেইদিন তেখেতসকলৰ মেলাচকৰত থকা বঙলাত আছিল। তেতিয়া কালী প্ৰসাদ স্মৃতি মন্দিৰত মহাত্মা গান্ধীৰ উপস্থিতিত এটি ধৰ্ম্মীয় অনুষ্ঠান হৈছিল। তেতিয়া মহাত্মা গান্ধীক নিচেই ওচৰৰ পৰা চোৱাৰ সৌভাগ্য মোৰ হৈছিল।

দেউতাই বৰুৱাচালি বাগিচাৰ কাম এৰাৰ পাছত দিচাঙৰ পাৰৰ আমাৰ নিজা ঘৰলৈ অহাৰ আগতে বনমালী বাগিচাত কিছুদিন আছিলোঁ। তাত থাকোঁতে দাদাই এটা বৰ ডাঙৰ ভোজ পাতি বাগানৰ সকলো মজদুৰ আৰু আন মানুহক খুৱাইছিল। দাদা আৰু নবৌৱে বনমালী বাগিচাত বঙলাৰ কাষতে থকা লন খনত টেনিছ খেলিছিল। নবৌৱে কেতিয়াবা ওপৰ তলাৰ বাৰান্দাত বহি ক্লেৰিওনেট বজাইছিল। তেখেতে (নবৌৱে) চেতাৰো বজাইছিল। আমাৰ ঘৰত এখন গ্ৰুপ ফটো আছে য'ত তেখেতসকলৰ আটাই কেউ গৰাকী বাই ভনীয়ে চেতাৰ, এছৰাজ আৰু বেহেলা বজোৱা, ফটো খনত দেখিছিলো।

অ' কবলৈ পাহৰিছো, মহাত্মাজী শিৱসাগৰলৈ আহোঁতে তেখেত অ ভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। অভ্যৰ্থনা সমিতিৰ দুই চাৰিখন সভা আমাৰ ঘৰতে (বৰ্ত্তমান গিৰিজা প্ৰসাদ বৰুৱাৰ বাৰীত) হোৱাত দাদাৰ কথা বাৰ্ত্তা আৰু কামকাজ মন কৰাৰ সুযোগ লাভ কৰিছিলো।

আজি এই শতবাৰ্ষিকী উৎসৱত মোৰ মনত থকা সৰু সৰু কথা খিনিকে সহৃদয় পাঠক পাঠিকা সকলক জনাবলৈ পাই সৌভাগ্যবান বুলি ভাবিছো। স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহা দাদাৰ স্মৃতি যুগমীয়া হৈ ৰওক এয়ে মোৰ কামনা।



# কংগ্ৰেছৰ নীৰৱ সেৱক

ত্ৰৈলোক্য শইকীয়া

স্বৰ্গীয় যাদৱ চলিহা দেৱক প্ৰথম দেখা আৰু চিনাকি হোৱা দিনটো আছিল ১৯২১ চনৰ ২৬ আগষ্ট। সেইদিনা গান্ধীজীক দৰ্শন কৰাৰ বাবে প্ৰতিকূল বতৰ সত্বেও বতাহ-বৰষুণক নেওচি হাজাৰ হাজাৰ জনতা নামতি ষ্টেচনত সমবেত হৈছিল। সেই সময়ত যাতায়াতৰ ব্যৱস্থা সুচল নাছিল। শিৱসাগৰ নগৰৰ পৰা নামতি ষ্টেচনলৈ যোৱা খৰিকটীয়া আলিটো বহু ঠাইতে ছিগা-ভগা আছিল। যান-বাহন প্ৰায় নচলিছিলেই। সেয়েহে চলিহাৰ ডাঙৰ ককায়েক স্বৰ্গীয় তাৰা প্ৰসাদ চলিহা দেৱে গৰু গাড়ীত উঠিহে গান্ধীজীক চাবলৈ গৈছিল।

মই তেতিয়া নাজিৰা হাইস্কুলৰ ছাত্ৰ। স্কুলৰ ব'ৰ্ডিঙত থাকি পঢ়া-শুনা কৰিছিলো। ব'ৰ্ডিং মাষ্টৰৰ বিনা অনুমতিত ৰাতিয়ে গৈ আমি ৪১ জন ছাত্ৰই নামতি ষ্টেচন পাইছিলো গৈ। সমবেত ৰাইজ দেখি আমি তবধ মানিছিলো। গান্ধীজী অহা ৰেলখন নিৰ্ধাৰিত সময়তে পুৱা আঠ বজাত নামতি ষ্টেচন পাইছিলহি। গান্ধীজী শুই আছিল। তেখেত অহা ডবাটোৰ দুৱাৰ মুখৰ পৰা এজনে ক'লে, গান্ধীজীয়ে দৰ্শন নিদিয়ে, ৰাইজ গুচি যাওক, আমাক যাবলৈ দিয়ক। সেই খিনিতে বিৰাট হুলস্থূল লাগিল। সমবেত ৰাইজে জয়ধ্বনিৰ মাজেৰে ৰেল লাইনৰ ওপৰত থিয় হৈ ৰেল অৱৰোধ কৰিলে। গান্ধীজীয়ে সকলোকে হতভম্ব কৰি দুৱাৰ মুখত থকা জনক ভিতৰলৈ পঠাই ৰাইজক উদ্দ্যেশি নমস্কাৰ জনাই দুআষাৰ দুৱাৰ মুখৰ পৰা কৈ বিদায় ললে। গান্ধীজী যোৱাৰ পাছত ষ্টেচনৰ প্লেটফৰ্মতে এখন ৰাজহুৱা সভাৰ আয়োজন হয়। সেই সভাতেই স্বৰ্গীয় ইন্দ্ৰেশ্বৰ চুটিয়া, যাদৱ প্ৰসাদ চলিহা দেৱকে ধৰি কেইবাজনো লোকৰ লগত পৰিচয় হোৱাৰ সৌভাগ্য ঘটিছিল। সেয়ে আছিল যাদৱ চলিহা দেৱৰ লগত মোৰ প্ৰথম চিনাকি।

সেই সময়ত মোৰ ঘৰ আছিল দোপদৰ মৌজাৰ লোণ পুৰীয়া গাঁৱত। অতি পিছ পৰা অঞ্চল য'ত ষাঠি-সত্তৰ ঘৰ মানুহৰ মাজত শিক্ষিতৰ সংখ্যা মাত্ৰ চাৰিজন। এজন মোৰ ডাঙৰ ককাইদেউ স্বৰ্গীয় মোহন চন্দ্ৰ শইকীয়া (মণ্ডল), এজন স্বৰ্গীয় জীউৰাম সৌকাধৰা (প্ৰাইমেৰী স্কুলৰ শিক্ষক)। স্বৰ্গীয় থানেশ্বৰ খঙ্গীয়া বৰুৱা আৰু চেনীৰাম কলিতা (প্ৰাইমেৰী স্কুলৰ শিক্ষক)।এই চাৰি গৰাকী ব্যক্তিৰ যত্নতেই ১৯২১ চনৰ অক্টোবৰ মাহত লোণ পুৰীয়া প্ৰাইমেৰী কংগ্ৰেছ গঢ়ি উঠে। চেনীৰাম কলিতা আৰু থানেশ্বৰ খঙ্গীয়া বৰুৱাই ১৯৩২ চনত বিদেশী বৰ্জন আন্দোলনত ৬ মাহ কৈ কাৰাবৰণ কৰে। মোহন চন্দ্ৰ শইকীয়া আৰু জীউৰাম সৌকাধৰাই ১৯৪২ চনৰ গণ আন্দোলনত ৬ মাহকৈ যোৰহাট জেলত কাৰাবাস খাটিব লগা হয়। মইও ১৯২১ চনৰ ডিচেম্বৰৰ ১৮ তাৰিখে ছাত্ৰ জীৱনৰ যৱনিকা পেলাই বাহিৰে বাহিৰে গেলেকীৰ ৰাজহুৱা সভাত বক্তৃতা দি কাৰাগাৰালৈ যাব লগা হয়। কিন্তু সেইদিনাই গনিং চাহাবে সন্ধ্যা খালাছ দিয়ে। তেতিয়াৰ পৰাই মোৰ এক নতুন জীৱনৰ আৰম্ভ হয়। কংগ্ৰেছ অনুষ্ঠানত যোগ দি নেতৃস্থানীয় লোকৰ লগত চিনা-পৰিচয় হোৱাৰ সৌভাগ্য ঘটিছিল। ১৯১৭ চন মানৰ পৰাই মই "আনন্দবাজাৰ পত্ৰিকা", "দৈনিক বসুমতী" আদি খবৰ কাগজৰ যোগেদি গান্ধীজীৰ প্ৰতি আকৃষ্ট হৈ পৰিছিলো। যদিও ১৮৮৫ চনতেই ভাৰতৰ কংগ্ৰেছৰ জন্ম হৈছিল, ১৯১৯ চনতহে গান্ধীজীয়ে দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহত কৃতকাৰ্য্যতা লাভ কৰি ভাৰতলৈ ঘূৰি আহি কংগ্ৰেছৰ নেতৃত্ব গ্ৰহণ কৰেহি। নেতৃত্ব লৈয়েই ১৯১৯ চনৰ ৬ এপ্ৰিলত প্ৰথম বাৰৰ বাবে 'ভাৰত

বন্ধ' ঘোষণা কৰে। সেইদিনা আমিও শ্ৰেণীৰ পৰা বাহিৰত আছিলো। তাৰ এক সপ্তাহৰ পাছত ১৩ এপ্ৰিলত চৰকাৰে জালিয়ানবালা বাগত নিৰীহ জন সাধাৰণক গুলিয়াই হত্যা কৰে। ১৯২০ চনত কলিকতাত বহা বিশেষ কংগ্ৰেছ অধিবেশনত অসহযোগ আন্দোলনৰ সিদ্ধান্ত লয়। এই সিদ্ধান্ত অনুযায়ীয়েই জাতীয় জীৱনৰ এনে সন্ধিক্ষণতেই ছাত্ৰ-যুৱক সকলে স্কুল-কলেজৰ অধ্যয়ন ত্যাগ কৰি কংগ্ৰেছ আন্দোলনত জঁপিয়াই পৰে। বহু আইন জীৱীয়েও ওকালতি বাদ দি আন্দোলনত যোগ দিয়ে। ১৯২২ চনত কালুগাঁৱৰ স্বৰ্গীয় যোগকান্ত বৰুৱা, নগৰৰ ইন্দ্ৰ চলিহাৰ নেতৃত্বত দোপদৰ মৌজা, আঠখেল মৌজা আৰু সলগুৰি মৌজাৰ মধ্য স্থানত নামতি ষ্টেচনৰ সমীপতে মাৰোৱাৰীৰ ঘৰ এটা ভাৰা কৰি ভলন্টিয়াৰ কেম্প পাতে। এই কেম্পৰ পৰাই ভলন্টিয়াৰ সকলে মুষ্টি ভিক্ষাৰ জৰিয়তে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য চলায়। বিশেষকৈ স্বৰ্গীয় পদ্মধৰ চলিহা দেৱৰ ৰচিত দেশ প্ৰেম মূলক গান-বিলাকে ৰাইজক যথেষ্ট প্ৰেৰণা যোগাইছিল। সেই কেম্পলৈ মাজে সময়ে নগৰৰ পৰা যাদৱ চলিহা, লক্ষ্মীকান্ত বৰুৱা, ইন্দ্ৰেশ্বৰ চুটিয়া, পদ্মধৰ চলিহা আদিয়েও গৈ ভলন্টিয়াৰ সকলক উৎসাহ যোগাইছিল। আনকি চলিহাদেৱে টকা-পইচা দিও সহায় কৰিছিল। মাহমৰা, খা৲ৈঘোগোৰা, কাকতীবাৰী, বকতা, ভজো আৰু সাপেখাটি—এই অঞ্চল বিলাকৰ প্ৰচাৰৰ দায়িত্ব চলিহাদেৱৰ ওপৰত আছিল। সেয়েহে চলিহাই নামতি কেম্পৰ তেৰ জনীয়া ভলন্টিয়াৰৰ দল এটা নি বনমালী বাগানতে ৰাখি সেই অঞ্চলত প্ৰচাৰৰ অভিযান চলাইছিলগৈ। এই প্ৰচাৰ কাৰ্য্যত সহায় কৰিছিল চলিহাৰ লগৰ সহকৰ্ম্মী মাহমৰাৰ কনক চেতিয়াদেৱে। চলিহাদেৱে এই দায়িত্বতে কেৱল সীমাবদ্ধ নাথাকি চাৰিং, কোৱঁৰপুৰ, বানমুখ, দিচাংমুখ, শিৱসাগৰ নগৰকে আদি কৰি বিভিন্ন অঞ্চলত প্ৰচাৰ অভিযান চলাইছিল। প্ৰচাৰ অভিযানত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ বাবে কাৰাবৰণো কৰিব লগা হৈছিল। নামতিৰ ভলন্টিয়াৰ কেম্পটো বেছি দিন নিটিকিল। ১৯২৩ চনৰ অক্টোবৰ মাহত মিলিটেৰিয়ে ৰাতিয়ে কেম্পটো জ্বলাই দিলে। ভলন্টিয়াৰ সকলৰ কাপোৰ-কানি বাচন-বৰ্ত্তন একো নাবাচিল।

চৌৰি-চৌৰাৰ হিংসাত্মক ঘটনা ঘটাৰ পাছত গান্ধীজীয়ে কংগ্ৰেছ আন্দোলন বন্ধ কৰি দিয়াৰ পাছত কংগ্ৰেছ আন্দোলন নিঃসাৰ হৈ পৰে। ১৯২৪ চনৰ পৰা নগৰৰ সমীপৰ স্কুল-কলেজৰ ছাত্ৰ-সকলে পুনৰ নাম লগাই পঢ়িবলৈ লয়। উকিল বিলাকেও পুনৰ ওকালতি কৰিবলৈ লয়। ১৯২৪-২৫ চনত জাগৰণ স্তিমিত হৈ পৰে। গাঁৱৰ স্কুল-কলেজৰ ছাত্ৰ সকল পঢ়িবলৈ নগ'ল যদিও দিশ হাৰা হৈ পৰিল। নগৰ আৰু গাঁৱৰ কিছু আশাশুধীয়া কৰ্ম্মীৰ যোগেদিয়েই মাজে সময়ে জিলা কংগ্ৰেছৰ বৈঠক বহিছিল। সেই বৈঠকত চলিহাদেৱক প্ৰায়ে লগ পাইছিলো। সেই সময়ত কংগ্ৰেছৰ অফিচ বুলি একো নাছিল। সম্পাদক বা সভাপতিৰ ঘৰতেই বহি আলোচনা বিলোচনা চলিছিল। ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ মহাসভাৰ সময়ত সভ্য ভৰ্ত্তি কৰাব লৈ অলপ জাগৰণ উঠিছিল। শিৱসাগৰ কংগ্ৰেছৰ ফালৰ পৰাও ১৩ জনীয়া কৰ্ম্মী দল এটা পাণ্ডুলৈ পঠাইছিল। এই কৰ্ম্মী দলটো সভাৰ ন'দিনৰ আগতে পাণ্ডুলৈ গৈছিল। স্বৰ্গীয়া চন্দ্ৰ প্ৰভা শইকীয়াৰ নেতৃত্বত কামৰ ভাগ লোৱা হৈছিল। সভাৰ আগদিনা ভুৱন চন্দ্ৰ গগৈদেৱ, ইন্দ্ৰেশ্বৰ চুটিয়াদেৱ, যাদৱ প্ৰসাদ চলিহা দেৱ, তিনিওজনে কৰ্ম্মী সকলৰ কেম্পত গৈ থকা-মেলা, খোৱা-লোৱাৰ সুবিধা অসুবিধাৰ খবৰ লৈছিলগৈ। কংগ্ৰেছ মহাসভাৰ পিছত অসম কংগ্ৰেছৰ অৱস্থা বৰ শোচনীয় হৈ পৰিছিল। উপায়ান্তৰ হৈ ভুৱন চন্দ্ৰ গগৈ দেৱৰ লগত আলোচনা কৰি তেখেতৰ এখন চিঠি লৈ গুৱাহাটীত স্বৰ্গীয় অম্বিকাগিৰি ৰায় চৌধুৰীক লগ ধৰো। সেই সময়ত কংগ্ৰেছৰ বিকল্প হিচাবে অসম সংৰক্ষণী সভা নাম দি ৰায়চৌধুৰীয়ে এটা অনুষ্ঠানৰ ব্যৱস্থা কৰিছিল। তেখেতৰ লগত আলোচনা কৰি আহি আমিও সেই আঁচনিৰ মতে কাম কৰিবলৈ এখন ৰাজহুৱা সভাৰ আয়োজন কৰো। নগৰৰ ভুৱন চন্দ্ৰ গগৈদেৱ, পদ্মধৰ চলিহাদেৱ,

লক্ষ্মীকান্ত বৰুৱাদেৱক নিমন্ত্ৰণ জনোৱা হয়। বামুণ পুখুৰীৰ পাঠশালা স্কুল প্ৰাঙ্গণত করুণাকান্ত গগৈদেৱৰ পিতৃ কমল চন্দ্ৰ গগৈদেৱৰ সভাপতিত্বত সভাৰ কাম আৰম্ভ কৰা হয়। সভাত নেতৃস্থানীয় লোকৰ বুদ্ধি পৰামৰ্শৰে এখন আঁচনি তৈয়াৰ কৰি কমল চন্দ্ৰ গগৈক সভাপতি আৰু মোক সম্পাদক, মোহন চন্দ্ৰ শইকীয়া, জীউৰাম সৌকাধৰাক উপদেষ্টা পাতি দোপদৰ হিতসাধিনী নামেৰে ১৭ জনীয়া সভ্যৰে এখন কমিটি গঠন কৰি দিয়ে। সেই আঁচনি অনুযায়ী স্থান বিশেষে একোখন ৰাজহুৱা সভা, প্ৰাইমেৰী স্কুল প্ৰতিষ্ঠা কৰা, অসমীয়া মানুহৰ দোকান দিয়া, ভাওনা থিয়েটাৰৰ যোগে ৰাইজক সংগঠিত কৰা, আলি পদুলী বন্ধা কামেই প্ৰধান আছিল। সেইমতে কাম কৰি যথেষ্ট সুফল পোৱা গৈছিল। ৰাজহুৱা সভা বিলাকত নেতৃস্থানীয় লোক সকলেও যথেষ্ট সহাৰি দিছিল। ৰাজহুৱা সভা বিলাকত মাজে সময়ে চলিহাদেৱেও সহযোগ কৰিছিল।ৰাতিৰ ভাওনা বিলাকত পদ্মধৰ চলিহাদেৱৰ বক্তব্য উল্লেখ যোগ্য। সভা-সমিতি বিলাকত যাদৱ চন্দ্ৰ চলিহাদেৱে সাধাৰণতে চমু ভাষণ দিছিল। সেই ভাষণ বিলাকৰ জৰিয়তে তেখেত যে এজন নিঃস্বাৰ্থ কংগ্ৰেছ সেৱক আছিল সেই কথা প্ৰকাশ পাইছিল। ইয়াতকৈও এটা ডাঙৰ প্ৰমাণ দিছিল ১৯২৯ চনৰ অসম কাউন্সিলৰ নিৰ্বাচনৰ সময়ত। চলিহাদেৱৰ ডাঙৰ ককায়েক তাৰা প্ৰসাদ চলিহাদেৱক ১৯২৪/২৬ চনত তৰুণৰাম ফুকন দেৱৰ নেতৃত্বত গঢ়ি উঠা স্বৰাজ পাৰ্টীৰ প্ৰাৰ্থী হৈ শিৱসাগৰ জিলাৰ পৰা কাউন্সিলৰ প্ৰতিনিধি কৰোৱাইছিল। সেই দুইবাৰতে শিৱসাগৰ কংগ্ৰেছে প্ৰতিনিধি দিয়া নাছিল। ১৯২৯ চনত স্বৰাজ পাৰ্টীয়ে পুনৰ তাৰা প্ৰসাদ চলিহা দেৱক প্ৰাৰ্থী মনোনীত কৰে। শিৱসাগৰ কংগ্ৰেছেও লক্ষ্মীকান্ত বৰুৱাদেৱক প্ৰাৰ্থী মনোনীত কৰে। বহুলোকে ভাবিছিল যাদৱ প্ৰসাদ চলিহাদেৱ নিৰ্বাচনৰ পৰা আঁতৰি থাকিব, কিন্তু নাথাকিল। নিৰ্বাচনত সক্ৰিয় অংশ গ্ৰহণ কৰি একেখন ৰাজহুৱা সভাতে দুয়ো ককাই-ভায়ে নিজৰ নিজৰ বক্তব্য ৰাখিছিল। মাৰ্জিত ভাষাত উদ্দেশ্য, গুণাগুণ, কৰ্ম্মপদ্ধতি সমন্ধেহে ব্যাখ্যা দাঙি ধৰিছিল। কিন্তু ৰাইজৰ মাজতহে এক আলোড়ণৰ সৃষ্টি হৈছিল। সেইটো হৈছে দুয়ো ককাই-ভাই একেখন ঘৰতে থাকি, একে লগে খাই-বৈ, লাভ-লোকচানৰ সমভাগী হৈও নিৰ্বাচনত পৰস্পৰৰ বিৰোধিতা কৰিছিল। আজিৰ দিনত এনে সৎ চৰিত্ৰবান লোক কেইজন ওলাব? এই সভা-সমিতি বিলাকৰ পৰাই আমি যথেষ্ট জ্ঞান অৰ্জ্জন কৰিবলৈ সুবিধা পাইছিলো। নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী লক্ষ্মীকান্ত বৰুৱা- দেৱেই জয়ী হৈছিল, কিন্তু এবছৰ নৌ হওঁতেই কংগ্ৰেছৰ নিৰ্দ্দেশ মতে কাউন্সিলৰ পদ ইস্তফা দিব লগা হয়।

১৯৩০ চনৰ ২৬ জানুৱাৰীৰ ভাৰত ত্যাগ ( পূৰ্ণ স্বাধীনতা) আন্দোলনত শিৱসাগৰত বিশেষ প্ৰভাৱ নপৰিল। ১৯৩২ চনৰ বিদেশী বৰ্জ্জন আন্দোলনত মাৰ্চ মাহত আমি জেললৈ যোৱাৰ পাছদিনাই শিৱসাগৰ নগৰৰ স্বৰ্গীয় দুৰ্গাধৰ বৰুৱা, সোণাৰাম দত্ত, পুষ্পধৰ চলিহা সহ যাদৱ চলিহাদেৱৰ সৰু ভায়েক প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাদেৱকো জেলৰ ভিতৰত লগ পাওঁ। দুৰ্গাধৰ বৰুৱাই চিনাকি কৰাইছিল। ১৯৩২ চনৰ বিদেশী বৰ্জ্জন আন্দোলনত শিৱসাগৰত ভাল জাগৰণ উঠিছিল। প্ৰায় আঢ়েশ মান লোকে কাৰাবৰণ কৰিছিল। বিদেশী বৰ্জ্জন আন্দোলনত ঘৰুৱা কামত আবদ্ধ হৈ থাকিব লগাত চলিহাদেৱে সক্ৰিয় অংশ গ্ৰহণ কৰিব পৰা নাছিল। আমি জেলৰ পৰা আহি দিশহাৰা হৈ পৰিলো। কংগ্ৰেছৰ জাগৰণ নাইকিয়া হ'ল। কৰ্ম্মী সকলৰ মাজতো মনোমালিন্য ঘটিছিল। চলিহাদেৱ বাগানৰ পৰা আহি ঘৰত থকাৰ খবৰ পাই আমি দুজন মানে তেখেতক লগ ধৰিবলৈ গৈছিলো। আলোচনাৰ প্ৰসঙ্গতে বিমলা চলিহাদেৱে ক'লে যে এনে বিলাক কথা থাকেই। আকৌ মিল হৈ যাব, চিন্তা কৰিব লগা একো নাই। আমাৰ কাম আমি কৰি যাম। কি হয় দেখা যাওক।

১৯৩৪ চনত গান্ধীজী শিৱসাগৰলৈ আহোঁতে তেখেত সকলৰ ঘৰতে ৰাতি থাকিছিল। সন্ধ্যা

উপাসনা সভাত যোগদান কৰাৰ সৌভাগ্য আমাৰো ঘটিছিল। ১৯৩৫ চনৰ ভাৰতীয় আইন অনুযায়ী চৰকাৰে বিধান সভাৰ নিৰ্বাচনৰ যি নিৰ্দ্দেশ জাৰি কৰিছিল সেই নিৰ্দ্দেশ অনুযায়ীয়েই অসম কংগ্ৰেছে বিধান সভালৈ প্ৰাৰ্থী দিয়াৰ সিদ্ধান্ত কৰে। শিৱসাগৰত বিধান সভাৰ সমষ্টি দুটা ভাগত বিভক্ত কৰা হৈছিল। এটা পূব সমষ্টি আৰু এটা পশ্চিম সমষ্টি। ১৯৩৭ চনত বিধান সভাৰ দিন ধাৰ্য্য কৰাত শিৱসাগৰ কংগ্ৰেছৰ পৰা পশ্চিম সমষ্টিত ভুৱন চন্দ্ৰ গগৈদেৱক প্ৰাৰ্থী দিয়ে। পূব সমষ্টিত যাদৱ প্ৰসাদ চলিহাদেৱক প্ৰাৰ্থী মনোনীত কৰা হয়। সেই সময়ত পূব সমষ্টিত শিক্ষিতৰ সংখ্যা বৰ কম আছিল। নিৰ্বাচন সম্বন্ধে ৰাইজে বিশেষ একো বুজা নাছিল। ভোটাৰৰ সংখ্যাও বৰ কম আছিল। ভোটাধিকাৰ পাবলৈ হলে এম, ই, পাছ কৰিব লাগিব নতুবা ১২ (বাৰ) টকা খাজনা দিব লাগিব। সেই সময়ত বাৰ টকীয়া খাজনা দিয়া লোক বৰ কম আছিল। মানুহ বিলাকে ম্যাদী পট্টা নলৈছিলেই। প্ৰায়বিলাক লোকৰ একচনা পট্টাহে আছিল। একচনা পট্টা ললে লাভ আছিল। যদি ৩০ বিঘা মাটিৰ এখন একচনা পট্টা হয়, খাজনা দিব লগা হৈছিল মাত্ৰ একটকা একঅনাহে। গতিকে ৰাইজেও সেই সুবিধাকে গ্ৰহণ কৰিছিল। সেই সময়ত ভোটাধিকাৰৰ বয়সৰ কোনো সীমা নাছিল, এম, ই, পাচ কৰা একোটা চৈধ্য পোন্ধৰ বছৰীয়া ল'ৰাইও ভোট দিবলৈ পাইছিল। আমাৰ ওচৰৰে এজন লোকৰ ২১ জন ল'ৰা আৰু এজনী ছোৱালী আছিল। তেওঁৰ ২০ জন ল'ৰাই এম, ই, এম, ভি পাছ কৰি ভোট দিয়াৰ অধিকাৰ পাইছিল আৰু ভোট দানো কৰিছিল। নিৰ্বাচনত জয়ী হোৱাৰ পাছত দোপদৰ মৌজাৰ মধ্য স্থান বামুণ পুখুৰী লোণপুৰীয়া প্ৰাইমেৰী স্কুল প্ৰাঙ্গণতে এখন ৰাজহুৱা সভা আহ্বান কৰা হৈছিল। সেই সভালৈ চলিহাদেৱকো নিমন্ত্ৰণ কৰা হৈছিল। সেই সভালৈ চলিহাদেৱৰ লগতে আনন্দ চন্দ্ৰ বেজবৰুৱা, পুণ্যধৰ বৰুৱা, পুনাৰাম গগৈদেৱও গৈছিল। নিৰ্বাচনৰ সময়ত প্ৰাৰ্থী জনৰ উপৰি কৰ্ম্মী সকলেও যথেষ্ট খাটিব লগা হৈছিল। সেই সময়ত আলি -পদুলী বুলিবলৈ নাছিলেই। পথাৰৰ মাজত হাবিৰ মাজে মাজে বসতি আছিল। এজন ভোটাৰক বুজাওঁতেই অনেক সময় লাগিছিল। শিৱসাগৰৰ দুয়োজন কংগ্ৰেছ প্ৰাৰ্থীৰেই জয় হৈছিল যদিও কংগ্ৰেছে সংখ্যা-গৰিষ্ঠতা লাভ কৰিব নোৱৰাৰ বাবে মুছলিম লীগৰ নেতা ছাদুল্লা চাহাবে মন্ত্ৰী সভা গঠন কৰে।

১৯৩৯ চনত ভাৰত কংগ্ৰেছৰ সভাপতি আছিল স্বৰ্গীয় সুভাষ চন্দ্ৰ বসু। তেখেত অসমলৈ আহি সহযোগী কংগ্ৰেছ মন্ত্ৰীসভা গঠন কৰাৰ পোষকতা কৰে। যেনে কথা তেনে কাম। তেখেতৰ যত্নতেই ছাদুল্লা মন্ত্ৰীসভাৰ পতন ঘটাই স্বৰ্গীয় গোপীনাথ বৰদলৈৰ নেতৃত্বত সহযোগী মন্ত্ৰীসভা গঠন কৰোৱায়। এই মন্ত্ৰীসভা গঠনৰ পিছতেই বাগানৰ মাটিৰ খাজনা বৃদ্ধি, খেতিৰ মাটিৰ টকাত আঠঅনাকৈ খাজনা ৰেহাই দিয়ে। সেই বছৰতেই গোটেই ভাৰতৰ ভিতৰতেই অসম কংগ্ৰেছৰ সভ্য বেছি হৈছিল।

১৯৪০ চনৰ সত্যাগ্ৰহ আন্দোলনত, ১৯৪১ চনৰ ১৭ জানুৱাৰীত সত্যাগ্ৰহ কৰাৰ অপৰাধত মোক পুলিচে ধৰি নি কাছাৰীত আবদ্ধ কৰি ৰাখে। তেতিয়া পূৰ্ণানন্দ চেতিয়া সহ চলিহাদেৱে গৈ কাছাৰীত মোক দেখা কৰি চাহ মিঠাই আনি খুৱায় আৰু আবেলি ৪ বজাত যেতিয়া মোক এৰি দিয়ে তেখেতৰ গাড়ীৰে আনি কংগ্ৰেছ অফিচত থয়হি। পিছদিনা ১৮ জানুৱাৰীত শ্ৰীযুত বিমলা নাথে আমগুৰিত কৰা সত্যাগ্ৰহত শ্ৰীযুত ৰবীন কাকতী সহ সহযোগ কৰিবলৈ যাওঁ।

১৯৪২ চনৰ গণ আন্দোলনত পলাতক কংগ্ৰেছ কৰ্ম্মী সকলৰ বৰুৱা চালি বাগান আৰু বনমালী বাগান আশ্ৰয়ৰ স্থল আছিল। চলিহাদেৱে পলাতক কৰ্ম্মী সকলক টকা -পইচা দিও সহায় কৰিছিল। ১৯৪৩ চনৰ চেপ্তেম্বৰ মাহত লাকুৱা কোঁৱৰ গাঁৱত শ্ৰীযুত উমাৰাম ৰাজকোঁৱৰৰ ঘৰত এখন জৰুৰী জিলা কংগ্ৰেছ কৰ্ম্মী সভা পতাৰ ব্যৱস্থা কৰা হৈছিল। সেই সময়ত শ্ৰীযুত ৰাজকোঁৱৰদেৱ জেলত

আছিল, গতিকে কোঁৱৰৰ ঘৰলৈ কোনো পুলিচ মিলিটেৰি যোৱাৰ সম্ভাৱনা নাছিল। ৰাতি মিটিং চলি থকাৰ সময়তে পহৰাদাৰ এজনে খবৰ দিলে যে মানুহ তিনিজন আহিছে, এই চিঠি খন দি পঠাইছে আৰু তেখেত সকলে মিটিঙত সহযোগ কৰিব পাৰিব নেকি সুধি পঠাইছে। চিঠিখন চাই দেখিলো, আনন্দ চন্দ্ৰ বেজবৰুৱা, যাদৱ প্ৰসাদ চলিহা আৰু হেমকান্ত বৰ পূজাৰী আহিছে। লগে লগে পহৰাদাৰ-জনক তেখেত সকলক আগবঢ়াই আনিবলৈ পঠাই দিয়া হ'ল। খন্তেক পিছতেই বোকা-পানীৰে লুতুৰি-পুতুৰি হৈ হাতত জোতা লৈ উপস্থিত। ভাত-পানী খাই পুৱালৈকে মিটিং চলিল। কিন্তু তেখেত সকল পোহৰ হোৱাৰ আগে আগে গ'লগৈ। পিছত গম পালো তেখেত সকলৰ অহা যোৱাৰ ব্যৱস্থা লাকুৱা বাগানৰ মেনেজাৰে কৰি দিছিল। আমিও এটি দুটিকৈ সেই স্থান ত্যাগ কৰিলো। শ্ৰীযুত জগত গগৈ, চুচন গগৈ আৰু মই হাবিৰ মাজে মাজে চন্তক মিৰি গাঁৱৰ দিখৌ ঘাট পাৰ হৈ সুন্দৰ পুখুৰীৰ কালিৰাম গগৈৰ ঘৰত দুপৰীয়া ভাত কেইটা খাই ৰাতিটো তাতে থাকি স্ব-স্থানে প্ৰস্থান কৰিলো। ঘৰ পাই খবৰ পালো যে পুলিচে ঘৰ ঘেৰাও কৰি ভিতৰত সোমাই বয়-বস্তু লণ্ড-ভণ্ড কৰিলে। উপায়হীন হৈ আকৌ বনমালী বাগানলৈ যাত্ৰা কৰিলো। তাত গৈ দেখো যে স্বৰ্গীয় লক্ষেশ্বৰ গগৈ বিদ্যমান। গগৈক লাকুৱা আৰু চক্ৰাইৰ মাজত ৰেল বগৰোৱা অপৰাধী কৰি ধৰিবলৈ বিচাৰি ফুৰিছে। পলাতক অৱস্থাতে গগৈৰ সাতজনীয়া ম'হৰ পালটো চৰকাৰে নীলাম কৰি দিলে। ইমান দুৰ্যোগৰ মাজতো নিজৰ জীৱন বিপন্ন কৰি ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈকে কংগ্ৰেছৰ ডাক অনা নিয়া কৰিছিল। তেখেতৰ সাৰথি আছিল এডাল লাঠী আৰু এখন মিট্। ৰাস্তাও লৈছিল অটব্য অৰণ্যৰ মাজেৰে লাহদৈ গড়েদি। মই বনমালী বাগানত বৰ ডাঙৰ বেমাৰত পৰো। অগত্যা সহ্য কৰিব নোৱৰাত ঘৰলৈ আহোঁ। ৰাতিয়ে মিলিটেৰিয়ে ঘৰ ঘেৰাও কৰে, অৱস্থা কাহিল দেখি চাৰি হেজাৰ টকা জৰিমনা আৰু এক বছৰ নজৰ বন্দী কৰে। সেই দিনাই ডাঙৰ ককাইদেউ মোহন চন্দ্ৰ শইকীয়া আৰু জীউৰাম সৌকাধৰাক ধৰি লৈ যায়। দুয়ো ছয় মাহকৈ যোৰহাট জেলত বন্দী হৈ থাকে। আৰু এজন পলাতক কৰ্ম্মী বিশ্বেশ্বৰ চুটিয়াক যাদৱ প্ৰসাদ চলিহাদেৱে বনমালী বাগানত ৰাখি বাগানৰ সমীপৰ গাঁৱত কেইবাখনো প্ৰাইমেৰী স্কুল প্ৰতিষ্ঠা কৰোৱালে। চুটিয়া ১৯৪৬ চনৰ বিধান সভাৰ নিৰ্বাচনৰ পাছতহে ঘৰলৈ আহে। বনমালী বাগানত যে পলাতক কংগ্ৰেছ কৰ্ম্মীৰ কেম্প এটা আছে এই কথাটো দুজন মানুহৰ বাহিৰে আন কেৱে জনা নাছিল। সেই দুজন লোকৰ এজন হ'ল বিষ্ণুপ্ৰসাদ চলিহা খুড়াদেউ, আনজন প্ৰফুল্ল চন্দ্ৰ বৰুৱা দাদা আনকি, চলিহাদেৱৰ পৰিবাৰেও বোধহয় পলাতক ভলণ্টিয়াৰ বুলি জনা নাছিল। ঠিকা-ঠুকলি কৰা মানুহ বুলিহে জানিছিল। বনুৱা লাইনৰ মাজত চাৰি কুঠলীয়া ঘৰ এটাত কৰ্ম্মী বিলাকৰ থকাৰ ব্যৱস্থা কৰি দিছিল। ১৯৫২-৫৩ চনৰ পৰাই তেখেতৰ সহকৰ্ম্মী কনক চন্দ্ৰ চেতিয়াৰ আৰ্থিক আৰু শাৰীৰিক অৱস্থা বৰ শোচনীয় হৈ পৰে। চিকিৎসা, ল'ৰা-ছোৱালীৰ পঢ়া খৰছো চলিহা দেৱে বহন কৰিছিল। ১৯৫৪ চনত ভগ্ন স্বাস্থ্যৰে চেতিয়াদেৱ গড়গাঁৱলৈ আহোঁতেই তেখেতে এই বিলাক কথা কৈছিল। প্ৰকৃততেই স্বৰ্গীয় চলিহাদেৱ বিপদৰ বন্ধু আছিল। বহু দুখীয়া নিচলা মানুহক যথা সাধ্য সহায় আগবঢ়াইছিল। অনুষ্ঠান প্ৰতিষ্ঠান আদিকো টকা-পইচা দিছিল। বহুলোকে কয় ধনীলোক সকলে দুখীয়া লোকৰ কথা নাভাবে, কিন্তু চলিহাদেৱৰ কৰ্ম্মৰাজিয়ে সেইটো অসত্য বুলি প্ৰমাণ কৰিলে।



# এক আপোনজনৰ সোঁৱৰণত

গুৰুপদ চৌধুৰী

১৯৪৫ চনৰ কথা। শ্ৰীপঞ্চমী তিথিলৈ একপক্ষ কাল বাকী। হঠাতে ঠিক কৰা হ'ল যে আমাৰ হোষ্টেলত সৰস্বতী পূজা পতা হ'ব। হোষ্টেলত আমি আটাইবোৰেই অসমীয়া ল'ৰা। গতিকে সৰস্বতী পূজাৰ চিঠিখনো অসমীয়াতে ছপোৱাটো সিদ্ধান্ত লোৱা হ'ল। চিঠি ছপোৱাৰ ভাৰ পৰিল মোৰ ওপৰতেই।

তেতিয়া কলিকতাত দুটাই অসমীয়া প্ৰেছ আছিল — এটা হ'ল ৩ নং গোবিন্দ বোস লেনত ডঃ দীননাথ শৰ্মাৰ 'আৱাহন প্ৰেছ' আৰু আনটো হ'ল টালিগঞ্জত মাধৱ বেজবৰুৱাৰ 'বাঁহী প্ৰেছ'। কলিকতাত মাধৱ বেজবৰুৱা আৰু হৰেন কলিতাই প্ৰতিজন অসমীয়া ছাত্ৰৰ থকা-মিলাৰ সা-সুবিধা, পঢ়া-শুনাৰ খা-খবৰ কৰি ফুৰাটো তেওঁলোকৰ একৰকম কৰ্মসূচীৰ মাজত আছিলেই। আনকি কোনোবাৰ বেমাৰ-আজাৰ হ'লে সেৱা-শুশ্ৰূষা কৰাতো তেওঁলোকে উঠি-পৰি লাগিছিল। আমি হোষ্টেলত সোমোৱাৰ পিছতেই দুবাৰো আহি দুয়োজনে খা-খবৰ কৰি গৈছিল। প্ৰথমবাৰ বেজবৰুৱাই আহোঁতে স্কাউটৰ পোছাক পিন্ধি আহিছিল। বেজবৰুৱা আৰু কলিতা প্ৰতিজন অসমীয়া ছাত্ৰৰে আপোন যেন হৈ পৰিছিল।

এদিন আবেলি চিঠিখন ছপাবলৈ বুলি টালিগঞ্জলৈ গলোঁ। বাঁহী প্ৰেছ পাই দেখোঁ, বেজবৰুৱাই ঠেঙা পিন্ধি অসমৰ বিশ্ববিদ্যালয় সংক্ৰান্ত কিবা কাগজ ছপাই আছে। মই যোৱা দেখি মেচিন বন্ধ কৰি অফিচতে বহিব দিলে, লগতে আমাৰ আটাইৰে খা-খবৰো ল'লে। চিঠি ছপোৱা সম্পৰ্কে কথা-বতৰা হ'ল। আমাৰ হোষ্টেলত সৰস্বতী পূজা পতা বুলি শুনি আনন্দ প্ৰকাশ কৰিলে। মোক বহিবলৈ কৈ আধৰুৱা কামখিনি শেষ কৰিবলৈ গ'ল।

এজন বৰপেটীয়া মানুহ (নামটো পাহৰিলোঁ) বাঁহী প্ৰেছত কাম শিকি আছে। তেওঁ আহি মোক মাত লগালে। অসমীয়া কম্পোজিটৰ কলিকতাৰ বাঁহী প্ৰেছত থকাত একপ্ৰকাৰ আচৰিত যেনেই লাগিল। পৰিচয় হোৱাত দেউতাক ভালকৈয়ে চিনি পোৱা বুলি ক'লে। শুনি ভাল লাগিল।

"অ' বেজবৰুৱা আছে নে?" বুলি ওখ-পাখ ভদ্ৰলোক এজনে মাত লগালে। তেতিয়া বেলি পৰি আহিছে। বৰপেটীয়া কম্পোজিটৰজনে বাহিৰৰ দুবৰি ডৰাতে চকী এখন আনি দিলে। তেখেত তাতেই বহিল। ময়ো মোৰ চকীখন বাহিৰলৈ লৈ আহিলোঁ।

"আপোনাক যে চিনি নাপালোঁ।" তেখেতে আগ ধৰিয়েই মাত লগালে।

"আপুনি মোক 'আপুনি' বুলিব নালাগে, 'তুমি' বুলিব। মই ইয়াৰে চিটি কলেজত পঢ়োঁ ফাৰ্ষ্ট ইয়েৰত। ঘৰ বজালীত। মোৰ নাম..................।"

তেখেতে ঘপক্‌কৈ কৈ উঠিল, "বজেলীয়া ডেকা, দেৱচৌধুৰী বংশৰ।" লগে লগে বজালীৰ ইতিহাস গাই গ'ল। আনকি বজালীৰ বহুত পুৰণি নতুন কৃতী ছাত্ৰৰ নাম সলসলাই কৈ গ'ল — সোণাপতি দেৱ শৰ্মা, কামেশ্বৰ দাস, কৰুণা দত্ত, কেশৱ নাৰায়ণ দত্ত, গিৰিন বৰপূজাৰী, সুৰেন শৰ্মা, হৰেন শৰ্মা, ধৰ্ম ডেকা, ডঃ ৰজনীপ্ৰভা আদি বহুতো। বজালীৰ ধান-মাহ, সৰিয়হ, তামোল-পাণ, নাৰিকল নদন-বদন, মাছ-গাখীৰ উভৈনদী। বজালীৰ 'ৰাইজ মেল', ৪২ৰ স্বাধীনতা আন্দোলনত

সক্ৰিয় অংশ গ্ৰহণ, আনকি অসমত মহিলা জাগৰণৰ পুৰোধা চন্দ্ৰপ্ৰভা শইকীয়ানীৰ কথাও সুঁৱৰিলে। থুলমূলকৈ বজালীৰ চিত্ৰ এটি দাঙি ধৰিলে। অথচ মৰ়েই নিজৰ ঠাইৰ কথা ইমানখিনি নাজানো। কেই মিনিটমানৰ আলাপ-আলোচনাতেই মোক আপোন কৰি ল'লে।

ইতিমধ্যে বেজবৰুৱাই কামখিনি সামৰি আহি আমাৰ কথাত ভাগ ল'লে। বেজবৰুৱাই দেউতাৰ তাৰিফ কৰি বহুত কথা ক'লে। তেওঁ বজালীলৈ আহি আমাৰ ঘৰতে হেনো আলহী হৈছিল।

চকা পাটত বহিলেই। মোৰ কামখিনি বেজবৰুৱাক বুজাই দি বিদায় ল'ব খোজোঁতেই তেখেতে তেখেতৰ ঘৰলৈও অহাৰ কথা ক'লে। বেজবৰুৱাই উপযাচিয়ে মোক লৈ যোৱাৰ আশ্বাস দিলে। সিদিনা শনিবাৰ আছিল। সোমবাৰে আবেলি আহি চিঠিকেইখন লৈ যোৱাৰ কথা ক'লে। নমস্কাৰ জনাই বিদায় মাগিলোঁ। বাটত আহোঁতেহে মনত পৰিল, তেখেতৰতো পৰিচয় লোৱা নহ'ল। নিজকেই অপৰাধী যেন অনুভৱ হ'ল। মনতে লজ্জা বোধ কৰিলোঁ।

পিছত বেজবৰুৱাৰপৰা জানিব পাৰিলোঁ, তেখেত হ'ল বৰ সৰবৰহী লোক যাদৱপ্ৰসাদ চলিহা। চাহ খেতিয়ক, লগতে কলিকতাত 'ষ্টীল ৰোলিং মিল' এটাও আছে। ইণ্ডাষ্ট্ৰীয়েলিষ্ট।

টালিগঞ্জৰ ১ নং চণ্ডীতলা লেনত 'চলিহা ৰোলিং মিল'। এতিয়া ৰোলিং মিল নাই যদিও, 'চলিহা ৰোলিং মিল' বাছ ষ্টপেজৰ নামটো আজিও আছে।

যথা সময়ত বিশেষ বিশেষ অসমীয়া মানুহৰ তালৈ নিমন্ত্ৰণী চিঠি পঠোৱা হ'ল।

পূজাৰ দিনা আবেলি নিমন্ত্ৰিত প্ৰায়বোৰ অসমীয়া মানুহেই আহিছিল। হলিৰাম ডেকাৰ ঘৰৰপৰাই পূজাৰ যা-যোগাৰ পঠাই দিছিল। তেখেতে পুৱাৰপৰাই পূজাৰ খা-খবৰ কৰি আছিল। চলিহা ডাঙৰীয়া ধুতি-পাঞ্জাবী পিন্ধি গাত চাদৰ লৈ বৰ অসমীয়া হৈ আহিছিল। লগত আহিছিল আৱাহনৰ সম্পাদক দীননাথ শৰ্মাও। আহিয়েই তেখেতৰ ঘৰলৈ নোযোৱাত মৰমতে খংমুৱাকৈ কৈছিল। দীন শৰ্মা আমাৰ ঘৰৰ ওচৰৰে, আত্মীয়। তেওঁ হাঁহিব ধৰিলে। আমাৰ ইয়াৰপৰা ওলায়ে কবি যতীন দুৱৰাৰ খবৰ ল'বলৈ গ'ল।

এদিন দেওবাৰে দুপৰীয়া হঠাৎ বোলছবি নিৰ্দেশক কমল চৌধুৰী আৰু পুৰুষোত্তম দাস আহি আমাৰ হোষ্টেলত ওলাল। তেতিয়া চৌধুৰী আৰু দাস অল ইণ্ডিয়া ৰেডিঅ'ত (আজি-কালি 'আকাশবাণী') কাম কৰে। সেই সময়ত অল ইণ্ডিয়া ৰেডিঅ'ত দুপৰীয়া অসমীয়াত আধা ঘণ্টাৰ প্ৰোগ্ৰাম এটি হৈছিল। ১ নং হেয়াৰ ষ্ট্ৰীটত অফিচ। উবেদুল লতিফ বৰুৱা, দুলাল ভূঞা, কমল চৌধুৰী আৰু পুৰুষোত্তম দাস অসমীয়া বিভাগৰ বিষয়া। চৌধুৰী আমাৰ ঘৰৰ ওচৰৰে মাখিবাহা গাঁৱৰ যদিও, ডাঙৰ-দীঘল হৈছিল বৰপেটাৰ মোমায়েকৰ ঘৰত, পিছত গৌৰীপুৰত। গৌৰীপুৰৰ ৰাজপৰিয়াল তেওঁলোকৰ আত্মীয়। ইয়াৰ আগতে ১৫ নং বালিগঞ্জ চাৰ্কুলাৰ ৰোডৰ প্ৰমথেশ বৰুৱাৰ ঘৰলৈ মোক কেবাদিনো লৈ গৈছিল। ৰাজপৰিয়ালৰ লগত দেউতাৰো ঘনিষ্ঠতা আছিল। পুৰুষোত্তম দাস বৰপেটাৰ। সংগীতৰ ওজা, বিশেষকৈ বৰগীতৰ। দাসকো আগৰপৰাই চিনি পাওঁ। তেওঁ মোক 'বাপা' বুলি মাতে। তেওঁলোক দুয়ো হেনো হলিৰাম ডেকাৰ ঘৰলৈ আহিছিল। ডেকা থাকে ১৬২এ নং বিবেকানন্দ ৰোডত আৰু আমাৰ হোষ্টেল ২০২এ নং বিবেকানন্দ ৰোডত। কেইটামান ঘৰৰ ইফাল সিফাল। আমাৰ হোষ্টেলৰ সম্মুখতে মাণিকতলা বজাৰখন। বজাৰৰ উত্তৰ ফালে দুই তলাত থাকে কবি যতীন দুৱৰা। দুৱৰাৰ ঘৰৰ দুৱাৰৰ ওপৰত লিখা আছিল 'দীপালী'। তেওঁলোক দুৱৰাৰ তালৈও গৈছিল।

কমল চৌধুৰীয়ে সকলোৰে লগতে তৎক্ষণাতে মিলিব পাৰে। তেওঁ বন্ধুৰ শ্ৰেণীৰ কেবাজনো

সংগী পালে। বেছ আড্ডা জমিল। চাহ-চিগাৰেটৰ শ্ৰাদ্ধ কৰিলে। মাজতে চৌধুৰীয়ে মোক মাত লগালে, "আবেলি কিবা প্ৰোগ্ৰাম আছে নেকি? ব'লক, এঠাইৰপৰা ফুৰি আহিম।"

"তেনে একা নাই।"

"বাৰু, আবেলি তিনিমান বজাত আমাৰ তালৈ আহিব।"

"তেওঁলোক দুয়ো কলেজ ষ্ট্ৰীটৰ ক্ৰচিংটোতে 'কলেজ ষ্টোৰ'ৰ ওপৰত দুইতলাত থাকে। তেওঁলোকৰো ঘৰটোৰ দুৱাৰৰ ওপৰত লিখা আছিল 'নতুন জীৱন'। প্ৰায়ে গধূলি গানৰ আচৰ বহিছিল। কাষতে হোটেল চেচিলত থাকে ধনঞ্জয় ভট্টাচাৰ্য। তেৱোঁ আহি মজলিচ মচগুল কৰি ৰাখিছিল।

আমি তিনিও পুৰুষে টালিগঞ্জৰ ট্ৰামত উঠিলোঁ। ক'লৈ যাম, কাৰ তালৈ যাম তেতিয়াও মই একো নাজানো। বাঁহী প্ৰেছৰ সম্মুখতে নামি অকণমান আগবাঢ়ি গৈছোঁ। মই সোধোঁ মানে কয়, — 'আহকচোন, আহক'।

গৈ দেখোঁ পৰিচিত হৈও অপৰিচিত চলিহাদেৱৰ ঘৰ। শ্ৰীমতী চলিহা অৰ্থাৎ দেৱবালা চলিহাই দুৱাৰ খুলি দি আথে-বেথে বহিব দিলে। ইয়াৰ আগতে আহোঁ আহোঁ বুলিও এওঁলোকৰ ঘৰলৈ অহা হোৱা নাছিল। আজিয়ে প্ৰথম।

চলিহা পৰিয়ালটোক আপোনভাৱে লগ পাওঁ এ এছ এল ক্লাবৰ যি কোনো অনুষ্ঠানতে, বিশেষকৈ মাঘবিহুত।

আমাৰ সাধাৰণতে মাঘবিহু পতা হয় কলিকতাৰ অলপ বাহিৰত কাৰোবাৰ বাগানবাৰীত, নহ'লে বোটানিকেল গাৰ্ডেনত। খোৱা-লোৱাৰ বিৰাট আয়োজন। প্ৰায়বোৰ অসমীয়াই আনকি অসমৰ লগত সম্পৰ্ক থকা সকলৰো বহুতেই যোগদান কৰিছিল।

বিহুৰ দুদিনমান আগৰপৰাই শ্ৰীচলিহা আৰু শ্ৰীমতী চলিহাৰ গাত তৎ নাই, যেন কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃ। বিহুৰ দিনা চাহ-জলপান খুওৱাৰ পৰা ৰন্ধনশালাৰ তদাৰকীলৈকে লাগি থাকে। লগত লাগি থাকে হলিৰাম ডেকাৰ পৰিবাৰ আৰু আন আন আয়তীসকল। বিহুত তুৰপীয়াকৈ খেলা-ধূলাৰো আয়োজন কৰা হৈছিল। খেলৰ তদাৰকীত আছিল মোহনবাগানৰ বিখ্যাত খেলুৱৈ 'গোবৰ' দাস (শৰৎ দাস)। তাতো শ্ৰীচলিহাই আগ ভাগ লৈছিল। খেলৰ মাজতে ৰগৰ কৰি বিহুৰ আমোদ যোগাইছিল। আনকি ডেকাসকলৰ লগতে খেলতো যোগ দিছিল।

এবাৰ বিহুত মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি আহিল। তেওঁ এয়াৰপোৰ্টৰপৰা পোনে পোনেই বোটানিকেল গাৰ্ডেনৰ বিহুতলী পালেহি। প্ৰথম এজাকুৰিয়ে পাত পাৰিছেহে। ঘাঁহনিত বহি খাব লাগে। এতিয়া সমস্যা হ'ল মুখ্যমন্ত্ৰীক ক'ত দিয়া হ'ব! এই লৈ গুণা-গঁথা চলিল চৰকাৰী বিষয়াসকলৰ মাজত। শ্ৰীমতী বিদ্যাৱতী ডেকা আৰু শ্ৰীমতী দেৱবালা চলিহাই যুক্তি কৰি ঠিক কৰিলে যে বিহুতলীত ভিন- পৰ নাই, আমি একে। তেওঁকো বয়সিয়ালসকলৰ শাৰীতে পাত পাৰি ভাত দিলে। মেধিয়ে অৱশ্যে আগতেই চলিহাৰ কাষতে ঘাঁহনিত বহি কথা পাতি আছিল।

অলপ পিছতেই কমল চৌধুৰীৰ কথামতে এটি কোঠাৰ ভিতৰলৈ আমাক লৈ গ'ল। এজন সৰুমুচৰীয়া খীণকায় মানুহে মাটিতে পাটী পাৰি বহি কিবা লিখি আছে। চিনাকি কৰি দিয়াৰ আগতেই ছবিত দেখা চশমা পিন্ধা মানুহজনক চিনি পালোঁৱে — জ্যোতিপ্ৰসাদ আগৰৱালা। চাঁৎকৰে জয়মতীৰ কথা মনত পৰিল। জ্যোতিপ্ৰসাদৰ অজ্ঞাতবাসতেই হওক বা এনেয়ে হওক যাদৱ চলিহাৰ ঘৰতেই তেওঁৰ আস্তানা আছিল। আনকি এই ঘৰখনতেই বহুতো নামী অনামী স্বাধীনতা সংগ্ৰামীৰ অজ্ঞাত বাসস্থানো আছিল।

এবাৰ এজন অসমীয়া ল'ৰাৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। অন্নসংস্থান বুলিবলৈ একোৱে নাই। যুদ্ধৰ আমোলত ঠিকাদাৰী সংস্থাত কাম কৰিছিল। যুদ্ধ শেষ হ'ল, চাকৰিও গ'ল। উপায় নাপাই শ্ৰীচলিহাৰ ওচৰ চাপিলে। তেখেতে আগ-গুৰি একো নুসুধি পোনেই কৈ দিলে, "কালিলৈ ৰাতিপুৱা ন বজাতে আহি ৰোলিং মিলত জইন কৰিবা।"

পিছদিনা গৈ দেখে তেখেত নিজেই তাত উপস্থিত আছে। ল'ৰাজনক কাম বুজাই দি অহাৰ সময়ত দহটকা বুপ হাতত দি ক'লে, সদ্যহতে এই টকাকিটা ৰাখি থোৱা। পিছত লাগিলে মোক ক'বা।

ল'ৰাজন আচৰিত হ'ল, যেন নতুন জীৱনহে পালে। সেই ল'ৰাজন পিছত ডাঙৰ ব্যৱসায়ী হ'ল। দেশ-বিদেশ ঘূৰিলে, কিন্তু তেওঁৰ আন্তৰিক কৃতজ্ঞতা সেই চলিহা পৰিয়াললৈ আজিও অটুট আছে।

কমল চৌধুৰী আৰু পুৰুষোত্তম দাসৰ লগত নানা আলোচনা হ'ল। মই একমাত্ৰ শ্ৰোতা। আগৰৱালাই দাসক দঢ়াই দঢ়াই ক'লে, "বৰগীতৰ সুৰ যেন সলনি হ'বলৈ নিদিয়া, সেইটোহে চাবা। স্বৰলিপিবোৰ কৰি ৰখাটোৱে ভাল হ'ব। স্বকীয়তা যাতে নষ্ট নহয়।"

সাঁজ গঢ়ি যোৱাৰ পিছত আমি আহিলোঁ।

ইয়াৰ পিছত বহুত দিন চলিহা পৰিয়ালৰ ঘৰলৈ গৈছিলোঁ এ এছ এল ক্লাবৰ নানা অনুষ্ঠানৰ সংক্ৰান্তত। চলিহাদেৱ মোৰ অতি আপোন হৈ পৰিছিল। তেখেতে শেষলৈ মোক 'মইনা চৌধুৰী' বুলিয়ে মতা হ'ল।

মাজতে কেবা বছৰো তেখেতৰ লগত সাক্ষাৎ হোৱা নাই. তেখেত বৰ ব্যস্ত। শিৱসাগৰ-শ্বিলং -কলিকতাকৈ ঘূৰি থাকে। এবাৰ হঠাতে ময়ো গুৱাহাটীলৈ আহিছোঁ। এদিন্ ৰাতিপুৱা উজান বজাৰৰ মোৰ বন্ধু এজনক লগ ধৰিবলৈ বুলি পাণ বজাৰৰ পৰা পোনেই কাছাৰীৰ সম্মুখেৰে খোজ লৈছোঁ। চাৰ্কিট হাউছৰ বৰ চোতালখনতে ভদ্ৰলোক এজনে 'পায়চাৰী' কৰি আছে। "মইনা হয় নে?" বুলি কোনোবাই মতা যেন পালোঁ। ঘূৰি চাই দেখোঁ চলিহাদেৱ। সোমাই যোৱাৰ লগে লগে সাৱট মাৰি ধৰিলে যেন হেৰোৱা পুত্ৰক থিতাতে ফিৰাই পাইছে। দুদিন হ'ল তেখেত ইয়াতে আছে। তেখেত এতিয়া পাব্লিক ছাৰ্ভিচ কমিচনৰ চেয়াৰমেন।

"তোমাৰ কোনোবা কেণ্ডিডেট আছে নেকি?" মোক প্ৰশ্ন কৰিলে।

"কিহৰ কেণ্ডিডেট?" পিছত কথাৰ আঁত ধৰিব পাৰি লাহেকৈ হাঁহি হাঁহি কলোঁ, "আপোনালোকৰতো এটি নিয়ম আছে ডিৰেক্ট অৰ ইণ্ডিৰেক্ট কেনভাচ মানা।"

তেওঁ মৰমতে মোৰ গালত টুকুৰিয়াই দি ৰুমৰ ভিতৰলৈ টানি লৈ গ'ল। ঘৰুৱা খা-খবৰ লোৱাৰ লগতে চাহ-মিঠাই খুৱাইহে সিদিনালৈ বিদায় দিলে।

ইয়াৰ পিছত আৰু তেখেতৰ লগত সাক্ষাৎ হোৱাৰ সুযোগ নঘটিল। সেই পিতৃতুল্য ব্যক্তি জনলৈ মনত পৰিলে 'মইনা চৌধুৰী' বোলা মৰম সনা মাতটো কাণত বাজি উঠে। এইআত্মশ্লাঘাহীন ব্যক্তি গৰাকীক সোঁৱৰণ কৰিব পাৰি নিজকে ধন্য মানিছোঁ।



# যাদৱ প্ৰসাদ চলিহাক যেনেদৰে জানিছিলো

লতিকা কাকতি

স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহা—মাজুমামা—মোৰ মাজু মোমা শহুৰ। মোৰ স্বামী স্বৰ্গীয় শৰৎ চন্দ্ৰ কাকতি তেখেতৰ অতি মৰমৰ ভাগিন আছিল। ভাগিনিয়েকে আগৰ কথাবোৰ প্ৰায়ে মোক কয়। মোৰ স্বামীৰ হেনো দহ বছৰমান বয়সত কলাজ্বৰ হৈছিল। তেতিয়া মাজুমামাই তেওঁক................ওচৰৰ কৰঙ্গাণী বাগানলৈ লৈ গ'ল আৰু তাৰ পৰা সদায় ডিব্ৰুগড়লৈ নি 'ব্ৰহ্মচাৰী ইনজেকচন' বুলি সেই সময়ৰ এবিধ কলাজ্বৰৰ বেজি দিয়ায়গৈ। তাৰ উপৰি জ্বৰৰ পিচত সচৰাচৰ মন বেয়া লাগি থকা বাবে ভাল লগাবলৈ কলিকতাৰ পৰা অৰ্গেন এটা অনাই দি গান শিকাবলৈ ধৰে। এই গানৰ অভ্যাসটো মোৰ স্বামীয়ে জীৱনৰ শেষলৈকে ৰাখিছিল। আকৌ এটা 'বুক অৱ নলেজ'ৰ ভলিউম (Volume) কিনি ভাগিনিয়েকক দি তাৰ ৰচনাবোৰ চৰ্চা কৰি বুজাই দিছিল। অসুখীয়া মানুহৰ মন সদায় ভালে ৰাখিব লাগে বাবেই তেখেতে এনে কৰিছিল।

যাদৱ প্ৰসাদ চলিহাদেৱক মোমা শহুৰ হিচাবে মই বহু বছৰেই পাইছিলো। মোৰ মোমা শহুৰ মাজুমামা এজন হাঁহিমুখীয়া, অতি মৰমিয়াল, আনৰ দুখ বা বিপদত আহি হাঁহিমুখে নিজকে বিলাই দিয়া লোক আছিল। সৎ পৰামৰ্শ দি সকলোকে সহায় কৰা যেন তেখেতৰ গতানুগতিক এটা কৰ্ম্মই নাছিল, ই যেন তেখেতৰ ধৰ্ম্মহে আছিল। মই জনা বহুতৰে ক্ষেত্ৰত মাজুমামাই তেওঁলোকক বিপদত সহায় কৰা আৰু হাঁহিমুখেৰে সকলোকে আনন্দ দিয়া দেখিছিলো।

যেতিয়া মাজুমামা শ্বিলঙত পাব্লিক চাৰভিছ কমিশ্বনৰ চেয়াৰমেন আছিল তেতিয়াৰ কথা। আনুমানিক ১৯৫৪-৫৫ চন মানৰ কথা। আমিও তেতিয়া শ্বিলঙত। মাজু মামাৰ এটা অতি আচৰিত ধৰণৰ চখ আছিল। এই ধৰণৰ চখৰ কথা মোৰ জীৱন কালত দ্বিতীয়জন মানুহৰ ক্ষেত্ৰত দেখা নাই। কাৰোবাৰ মটৰ গেৰেজত ভঙা-ছিঙা গাড়ী পেলাই থোৱা দেখিলে গিৰিহঁতক কৈ গাড়ীখন তেওঁৰ নিজৰ ঘৰলৈ আনি লৈ গোটেইখন খুলি মেলি নিজৰ খৰচতে তাৰ বস্তু কিনি নিজ হাতে গাড়ীখন ভাল কৰি নিজে চলাই নি এমোকোৰা হাঁহি মুখেৰে গিৰিহঁতক গাড়ীখন দি আহেগৈ। এনেকৈ কেইবাখনো মেৰামতিৰ অনুপযোগী গাড়ী তেখেতে নিজে মেৰামতি কৰা দেখিছিলো। ইয়াৰ বাবে যে তেখেতে ক'ৰবাত প্ৰশিক্ষণ লৈ আহিছিল এনে নহয়। নিজেই তেখেতে ইয়াৰ বিকাশ ঘটাইছিল। আন এদিনৰ কথা। এদিন ক'ৰবাত এখন ভঙা মটৰ চাইকেল নিজে ভাল কৰি লৈ তেখেতৰ ৰিলবঙৰ ঘৰৰ পৰা আমাৰ লাচামিয়াৰৰ ঘৰলৈ নিজে চলাই লৈ আহিছে। আমি আচৰিত হোৱা দেখি খুব হাঁহিছে আৰু কৈছে, "মইনা চব অভ্যাসেই ৰাখিব লাগে। মাজুমামাই মোৰ স্বামীক 'মইনা' বুলিহে মাতিছিল।

১৯৫৫ চনত, শ্বিলঙত, মোৰ স্বামীৰ বৰ টান নৰিয়া হৈছিল। ডঃ হিউজে বচাৰ আশা নাই বুলি কৈছিল। তেতিয়া মই বৰ অস্থিৰ হৈ পৰাত মাজুমামাই মোক এখন মহাভাৰত কিনি আনি দিছিল আৰু মোক কৈছিল, "মাইকণ, তুমি এইখন পঢ়াচোন। এতিয়া অস্থিৰ হৈ লাভ নাই।" আৰু মই দেখিছিলো মাজুমামাই অনবৰত মোক উৎসাহ দি আছিল। সেই মহাভাৰতখন আজিও মোৰ লগত আছে।

১৯৬৪ চন। শ্বিলং। মোৰ স্বামী তেতিয়া Addl.Chief Secretary । তেখেতে মোক অফিচৰ পৰা চাৰিটামান বজাত ফোন কৰি ক'লে বেগেতে সাজু হৈ থাকিব লাগে। মাজুমামাৰ বৰ টান ডিব্ৰুগড়ৰ বৰবাৰীত। আমি ততালিকে বৰবাৰীলৈ যাব লাগে। আমি চাৰে পাঁচমান বজাত শ্বিলং এৰি বৰবাৰীলৈ বুলি ৰাওনা হলো। বহু ৰাতি হোৱাত আমি সেইৰাতি কাজিৰঙাৰ বঙলাটোতে থাকি পিছদিনা ধল পুৱাতে ডিব্ৰুগড় অভিমুখে ৰাওনা হলো। আমি শিৱসাগৰ পাৰ হৈ ৰজাবাৰীৰ ওচৰ পাইছোগৈহে মাত্ৰ, বৰ বেয়া অৱস্থাৰ সম্মুখীন হলোগৈ। বৰবাৰীৰ পৰা আমাৰ ইষ্ট-কুটুম্ব আৰু শুভাকাঙ্খী সকলৰ গোটেইবোৰ গাড়ী শিৱসাগৰলৈ বুলি একেলগে আহি আছে। আমাক তেখেত-সকলে দেখি গাড়ী ঘূৰাবলৈ হাতেৰে ইঙ্গিত দিলে। আমাৰ গাড়ীত মাত্ৰ তেখেত আৰু মই। তেখেতে গাড়ী চলাইছিল। মোৰ স্বামীয়ে গাড়ী ৰাখি দুই হাতে মুখ ঢাকি বহু সময় বহি থাকিল। মাজুমামা আৰু নাই।

স্বৰ্গীয় মাজুমামাৰ দৰে মানুহৰ কেতিয়াও মৃত্যু হ'ব নোৱাৰে। কিন্তু সেইটোৱেই যে নিষ্ঠুৰ সত্য।তেখেত আমাৰ লগতে সদায়েই আছে আৰু থাকিবও। তেখেতে দিয়া সেই মহাভাৰতখন আজিও খুলিলে সদায় তেখেতক দেখা যেন লাগে।আছে মাজুমামা, আমাৰ মাজতেই আছে, চিৰদিন থাকিব।



# দেশ-কৰ্মী যাদৱ প্ৰসাদ

## কালিদাস দেৱ শৰ্মা

শিৱসাগৰৰ বিখ্যাত চলিহা বংশৰ ফণীধৰ চলিহা, পদ্মধৰ চলিহা, তাৰা প্ৰসাদ চলিহা, বিমলা প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ চলিহা, বৰঠাকুৰৰ বংশৰ দুৰ্গা প্ৰসাদ বৰঠাকুৰ, গুৰু প্ৰসাদ বৰঠাকুৰ সেই যুগৰ একোজন সভা শুৱনি কৰ্মযোগী পুৰুষে একোখন ঠাইৰ গৌৰৱ বঢ়াইছিল। যোৰহাটত সেই দৰে কুলধৰ চলিহা, দেৱেশ্বৰ চলিহা, দেশবন্ধি কৃষ্ণনাথ শৰ্মা, ৰোহিণী কান্ত হাতী বৰুৱা, দেৱেশ্বৰ শৰ্মা আদিৰ অৱদান, দেশ সেৱা অনুকৰণীয়। তেনে একোটা পৰিয়ালৰ লগত আমাৰ সম্পৰ্ক আত্মীয় কুটুম্বৰ দৰে আছিল। ৰাজনীতি, সমাজ নীতি, সংস্কাৰমূলক কামবোৰত এই সকল আছিল আমাৰ গুৰি ধৰোঁতা, পথ প্ৰদৰ্শক। অতুল ঐশ্বৰ্য্য, বিদ্যা, ধন-জনৰ গৰাকীজনে, ক্ষমতাৰ গাদীত বহিও জনসাধাৰণতকৈ ওপৰ বুলি ভবা নাছিল। জনসাধাৰণৰেই এজন বুলি কাম-কাজ চলাইছিল। এই বিখ্যাত চলিহা বংশৰ লগত আমাৰ সকলোৰে কৃষ্ণমামা-দেশবন্ধি কৃষ্ণনাথ শৰ্মাৰ জৰিয়তে পৰিচয়। বিমলা প্ৰসাদ চলিহা আমাৰ ঘৰত আহি থাকে। খাদী সংগঠক হৈ কাম কৰিছিল আৰু আমাৰ পৰিয়ালৰ এজন হৈ আছিল। যাদৱ প্ৰসাদ চলিহা কৰ্মপটু। স্বাধীন চিতীয়া সমাজসেৱী, চাহ খেতিয়ক, আইন সভাৰ সদস্য। একেজন মানুহ চাহ খেতিয়ক, ৰাজনীতিবিদ, সমাজসেৱক আৰু সকলোৰে পৰিচিত নম্ৰ নাগৰিক। দেউতাৰ লগত ফুৰোঁতে যাদৱ প্ৰসাদ চলিহাক শিৱসাগৰ, শ্বিলং, গুৱাহাটী আৰু যোৰহাটত অনেকবাৰ লগ পাইছিলো। দেশবন্ধি কৃষ্ণনাথ শৰ্মাক ৰাজনীতিবিদ, সমাজসেৱী সকলে কৃষ্ণমামা বুলিয়েই মাতিছিল। আমি বিমলা প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ চলিহাক দাদা বুলি মাতিছিলো। পদ্মধৰ চলিহাক খুড়া, পৰাগ চলিহাক দাদা, কুলধৰ চলিহা, দেৱেশ্বৰ চলিহাক খুড়া। এইবোৰ এক যুগৰ মিলন বাৰ্তা। সেইবোৰৰ বিৱৰণ আমাৰ দিন পঞ্জীত সবুৰ পৰা ৰাখিব পৰা নহ'ল। মহাত্মা গান্ধী, জওহৰলাল নেহেৰু, ৰাজেন্দ্ৰপ্ৰসাদ, চক্ৰবৰ্তী ৰাজাগোপালাচাৰী, সুভাষ বসু, বিজয়লক্ষ্মী পণ্ডিত, সৰোজিনী নাইডু, বিনোবা ভাবে, সীমান্ত গান্ধী আব্দুল গফুৰ খাঁ, অসমৰ তৰুণৰাম ফুকন, নবীন বৰদলৈ, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, কৃষ্ণকান্ত সন্দিকৈ, শশীধৰ মলীয়া বৰুৱা, ভগৱাম দত্ত, মহেশ্বৰ বৰকটকী, পদ্মেশ্বৰ গোস্বামী, বিষ্ণু ৰাভা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, হেম বৰুৱা, জ্যোতি প্ৰসাদ আগৰৱালা, দধি মহন্ত আদি অনেক স্তৰৰ অনেক লোকে আমাক জীৱনত প্ৰেৰণা যোগাই গ'ল। যাদৱ প্ৰসাদ চলিহা গহীন গম্ভীৰ যেনেকুৱা, মৰা মানুহক হঁহুৱাব পৰা ক্ষমতাও আছিল তেনেকুৱা। দেউতাহঁতৰ লগত কথা পাতি এনেকুৱা গুৰুতৰ কথাৰ মাজতো কেতিয়াবা আমাক হাঁহি ফুচুৰি কথাৰে পাহৰাব। মহাত্মা গান্ধীৰ কথা মনলৈ আহে। দেশৰ ভীষণ সংগ্ৰামৰ দিনতো তেখেতৰ লগত থকা আশ্ৰমবাসীলৈ নাপাহৰে। কাৰ অসুখ, কি খাবলৈ দিছে, ঔষধ-পাতি খাইছেনে? ডাক্তৰ আহিছে নে? ভীষণ কামৰ মাজতো কেতিয়াবা আমাৰ কুটীৰবোৰ পৰিদৰ্শন কৰেহি। চাফ-চিকুণে ৰাখিছেনে নাই ইত্যাদি। চাহ খেতিয়ক হিচাবে যাদৱ প্ৰসাদ চলিহা স্বাধীন-চিতীয়া, চাহ শিল্পৰ উন্নতি অৱনতিৰ পূৰ্ণ জ্ঞান থকা লোক, সংসদী হিচাবে স্পষ্ট বাদী, সমাজ সেৱী হিচাবে নিৰ্ভীক। পৰিয়ালৰ কল্পতৰু, পৰিয়ালৰ বন্ধু, সম্পদে-বিপদে পাবলগীয়া পৰামৰ্শদাতা। ৰাজক্ষমতাত অধিষ্ঠিত হৈও আমাক দেখিলে চিনি নোপোৱা লোক নাছিল। যিমানেই মুধচ ফুটা লোকৰ মাজত থাকক, আমাক দেখিলে পৰিয়ালৰ এজন লোক বুলি আদৰি নিব। সৰল সহজ

অকপটীয়া, নিৰহঙ্কাৰ যাদৱ প্ৰসাদ চলিহাৰ মৃত্যুৰ বহু বছৰ পিচতো আজিও পূৰ্বৰ স্মৃতিবোৰ মনত পৰে।

দেশকৰ্মী যাদৱ প্ৰসাদ চলিহাৰ জন্ম শতবাৰ্ষিকীত আমাৰ শ্ৰদ্ধাঞ্জলি জনালো তলত লিখা অনুষ্ঠান সমূহৰ হৈ।

১। কৃষ্ণনগৰ সমাজ উন্নয়ন শিক্ষা কেন্দ্ৰ।

২। দেশবন্তি কৃষ্ণনাথ শৰ্মা মেমৰিয়েল ট্ৰাষ্ট বোৰ্ড।

৩। কৃষ্ণনগৰ বিশ্ব নিকেতন কনষ্ট্ৰাকটিভ বোৰ্ড।

৪। গান্ধী সমাজ।

৫। কৃষ্ণনগৰ ৱৰ্কাচ মালটি পাৰপাচ কো-অপাৰেটিভ বাণিজ্য প্ৰতিষ্ঠান।

৬। সৰ্বোদয় যুৱক সঙ্ঘ।

৭। অখিল ভাৰত হৰিজন উন্নয়ন বোৰ্ড।

৮। ইন্টাৰ নেশ্বনেল পীচ কমিটি।

৯। ইন্টাৰনেশ্বনেল ব্ৰাদাৰহুড লীগ।

১০। ফ'ৰাম অন ইন্টিগ্ৰিটি, চলিডাৰিটি, ৱৰ্লড এনভাইৰনমেন্ট ইন্টাৰনেশ্বনেল চিকিউৰিটি, ইন্টাৰনেশ্বনেল পীচ, ইন্টাৰনেশ্বনেল চচিয়েল জাষ্টিচ, ৰিফৰ্ম অব এডুকেশ্বন, ৰিফৰ্ম অব ল'জ এণ্ড এক্টচ্, এবলিশ্বন অব ৰেভিনিউ চেল একট্ অভাৰ টেকচেশ্বন, ৰিচাৰ্চ অন চ'চিয়েল ৱেলফেয়াৰ, এডুকেশ্বন, ৱৰ্লড এনভাইৰনমেন্ট কনষ্ট্ৰাকটিভ ৱৰ্কচ, ৱৰ্লড ৰিলিজন, চিটিজেনশ্বিপ, ডিচিপ্লিন এণ্ড কেৰেক্টাৰ ইত্যাদি।

১১। ৱৰ্লড ফেডাৰেশ্বন অব ফ্ৰীডম ফাইটাৰচ অন পীচ এণ্ড কনষ্ট্ৰাকটিভ ৱৰ্কচ।

১২। ইন্টাৰনেশ্বনেল পীচ কমিটি।



# এজন তেজস্বী কৰ্মঠ আৰু আদৰ্শ ব্যক্তি

## ৰামহৰি ভট্টাচাৰ্য্য

ইংৰাজী ১৯৫৩ চনৰ জুনমাহত মই কৰঙ্গাণী অফিচত ২য় কেৰাণী পদত নিযুক্তি লৈ অদ্যাপৰিমিত অফিচ পৰিচালকৰ কাম কৰি আছো। ১৯৫৩ চনত শ্ৰীযুত চলিহা ডাঙৰীয়া আৰু তেখেতৰ কৰ্মঠ পত্নী শ্ৰীযুতা দেৱবালা চলিহা বাগিচাত থকাকৈ আহিছিল। শ্ৰীযুত চলিহা ডাঙৰীয়াক মই ১৯৪৭ চনৰ পৰাই মাজে মাজে লগ পাইছিলো। কিন্তু ১৯৫৩ চনত তেখেতক ভালকৈ লগ পাওঁ। তেখেতে প্ৰায়ে বাগিচাত থাকিছিল। সেই সময়ত মই ৰাতি ন'চাৰে ন'বজামানলৈকে তেখেতক সঙ্গ দিব লগা হৈছিল। তেখেতে সঁচা কোৱা আৰু সত্যত থকা মানুহক বৰ ভাল পাইছিল। সঙ্গ দিয়া সময়খিনিত মোক তেখেতৰ চাহ খেতিৰ ব্যৱসায় সম্পৰ্কে আৰু তেখেতৰ অতীতৰ সকলো ধৰণৰ কথা মোক কৈছিল। সেই অতীতত তেখেতৰ গৰু গাড়ী এখন আৰু ম'হৰ গাড়ী এখন আছিল আৰু তাতে চাহ বাকচ আৰু মানুহো ভজো ষ্টেচনলৈ পঠাব লগা হৈছিল। ৰাস্তা পদুলি অত্যন্ত বেয়া আছিল আৰু মটৰ গাড়ী আদি তেনেকৈ নাছিল। চাৰিওফালে দুৰ্ঘোৰ অৰণ্য আছিল আৰু তাত বাঘ-হাতী আদি বনৰীয়া জন্তুৰ উপদ্ৰব চলিছিল। তেখেতৰ গৰু আৰু ম'হৰ গাড়ী দুই খনৰে এটা গৰু আৰু ম'হ এটা বাঘৰ চিকাৰ হৈছিল। ফলত এটা গৰু আৰু এটা ম'হ দি এখন গাড়ী চলোৱাইছিল আৰু স্বয়ং তেখেতেও সেই গাড়ীত ভজো ষ্টেচনলৈ বুলি গৈছিল। তাকে দেখি দুই এজন লোকে হাঁহিছিল (যেনেকৈ ভজোৰ দুৰ্গাদাস, গোবৰ্ধন দত্ত ইত্যাদি লোক) আৰু প্ৰত্যুত্তৰত তেখেতে কৈছিল যে মোৰ যি আছে মই তাৰেই চলিম। আন নালাগে বৰবাম বাগিচাৰ পৰিচালক বৃটিছ চাহাবে (পগলা চাহাব বুলি তেতিয়া খ্যাত আছিল) সেই সময়ত ১৯৪৭-৪৮ চনত যেতিয়া বৰবাম বাগিচাৰ মাজেদি ডিপ্লিং ৰিজাৰ্ভ পাৰ হৈ ডিপ্লিং বাগিচাৰ মাজেদি ভজো ষ্টেচনলৈ যাব লগা হৈছিল, তেতিয়া এই চাহাবে এদিন এই বাট বন্ধ কৰি দিছিল আৰু চলিহা ডাঙৰীয়াই কোৱা স্বত্তেও গেটৰ তলা নুখুলিছিল। খণ্ডত অগ্নিশৰ্ম্মা হৈ তেখেতেও এদিন এই চাহাব নাহৰকটীয়া প্লেন্টাৰ্চ ক্লাবৰ পৰা উভতিবৰ সময়ত মজুদৰৰ দ্বাৰা ৰাস্তাত নলা কটাই ৰাখিছিল। সেই খালত পগলা চাহাবে জীপেৰে সৈতে পৰি সহায় বিচৰাত, তেখেতেই নিজে আৰু মজদুৰৰ সহায়ত গাড়ীসহ তেখেতক উদ্ধাৰ কৰি তেখেতৰ এটা গৰু আৰু ম'হে টনা গাড়ীত উঠাই বাগিচাৰ হাস্পতালত অনাই চিকিৎসা কৰাইছিল। ইয়াৰপৰা এটা কথা স্পষ্ট হয় যে খং উঠিলেও তেখেতৰ হৃদয় বৰ কোমল আছিল। সেই সময়ত কৰঙ্গাণীত এখন লোহাৰ চকাৰ ট্ৰেক্টৰ আছিল। সেইখন লগাই তেখেতে নিজে টিমনৰ মাজেদি হাবি জংঘল কাটি, ভাঙি ৰাস্তা উলিয়াইছিল আৰু সেই ৰাস্তাৰেই ষ্টেচনলৈ মানুহ আৰু চাহ বাকচ আদিও অনা নিয়া কৰাইছিল। আৰু আজিলৈকে সেই ৰাস্তাই প্ৰচলিত হৈ আছে আৰু ক্ৰমে P.W.D য়ে লৈ মেৰামতি কৰি আছে। এই ৰাস্তাৰেই লংবৈ, কেন্দুগুৰি, ৰাজগড়, নীলমণি, সৰোজিনী আদি বাগিচাৰ যাতায়াত, চাহ, কয়লা, সাৰ, চিমেন্ট আদি অনা নিয়া চলিছিল। ৰাস্তাত নলা খান্দি বৰ বামৰ চাহাবক শিকনি দিয়া ঠাইডোখৰ আজিলৈকে পকা দলং বুলি জনাজাত।

১৯৫৩ চনলৈকে বাগিচাৰ টনাটনি চলিছিল। ঠিক তাৰ অলপ দিনৰ আগতে চলিহা দেৱৰ পত্নী

শ্ৰীযুতা দেৱবালা চলিহাই বাগিচা পৰিচালনাৰ দায়িত্ব নিজে লয় আৰু আমাক লৈ ভাল ব্যৱহাৰৰ দ্বাৰা ৰাতিদিন এক কৰি, কষ্ট কৰি ১৯৫৪ চনত ১২০০ মোনৰ পৰা ২৭০০ মোন চাহ উৎপাদন কৰাই-ছিল আৰু বজাৰতো ভাল দাম পাইছিল। ফলত বেংকৰ ধাৰ, মহাজনৰ ধাৰ আদি কৰি সকলো পৰিশোধ কৰিছিল আৰু বাগিচাও ক্ৰমে টনকিয়াল হৈ উঠিছিল। ক্ৰমান্বয়ে বাগিচাৰ উৎপাদন বাঢ়ি গৈছিল আৰু বাগিচাৰ ব্যৱস্থা সমূহ উন্নত হৈ আহিছিল। বাগিচাই প্ৰথম লাভ কৰোঁতে (১৯৫৪ চনৰ লাভৰ পৰা) নাহৰকটীয়া চাৰ্কোলত প্ৰথম বাৰৰ বাবে কৰ্ম্মচাৰী মজদুৰ সকলোকে বোনাচ দিছিল আৰু প্ৰায় তিনি মাহৰ মজুৰি দিছিল আৰু তাৰ পৰাই কোঅপাৰেটিভ চ'চায়টিৰ শ্বেয়াৰ মানি ৰখা হৈছিল, আৰু Korangani Azizbagh Employees Co-operative Society নামেৰে এখন Consumer store আৰম্ভ কৰাইছিল স্বয়ং চলিহা ডাঙৰীয়াই। ই উজনিঅসমত দ্বিতীয় স্থান পাইছিল। মালিক মজদুৰ একেলগে অংশীদাৰ হোৱা চাহ বাগিচাত এয়ে প্ৰথম আদৰ্শ দেখা গৈছিল। যদিও তেখেতে ১৫ জুন ১৯৬৪ চনত স্বৰ্গী হয়, তথাপি তেখেতৰ আদৰ্শ আৰু পৰামৰ্শ মতে দ্বিতীয় অনুষ্ঠান Korangani & Azizbagh T.Es.Co-operative Thrift Socielу. Ltd. আৰম্ভ কৰা হৈছিল ১০/৪/১৯৬৪ চনত। ইয়াৰ শ্বেয়াৰ মজদুৰ আৰু মালিকৰ যুটীয়াভাৱে আছিল আৰু আজিও ভালকৈয়ে চলিছে। প্ৰয়োজন বোধে মজদুৰ কৰ্ম্মচাৰীয়ে ঋণ লৈ অসুবিধা আঁতৰ কৰিছে। ইং ১৯৫৪ চনৰ কথা, তিনিচুকীয়া ইউ, বি, আইত একাউন্ট খুলিছিল। তাৰ পৰা টকা আনিবলৈ যাওঁতে চলিহাদেৱে মোক ট্ৰেইলাৰৰ চকাৰ মূল্য চাবলৈ কৈছিল আৰু তেতিয়া গুদাম বাবু শ্ৰী চক্ৰৱৰ্তীক চকাৰ জোখ লিখি মোক দিবলৈ কৈছিল। কিন্তু মই তেখেতক ভালকৈ জানিছিলো আৰু সেয়ে মই কেৱল ট্ৰেইলাৰৰ চকাৰ মূল্য নাচাই ছপোৱা বুক লিষ্ট এখন মূল্যসৈতে আনিছিলো, য'ত সকলো বিধৰ টায়াৰ টিউবৰ মূল্য উল্লেখ কৰা আছিল। মই আহি পোৱা মাত্ৰকে তেখেতে পোনতে মোক সুধিলে যে মই ভাত খালোনে নাই। তেখেতৰ অন্তৰ এনেকুৱা আছিল। পোনতে কামৰ কথা নুসুধি মানৱীয়তাৰে মোৰ কষ্ট আদিৰ বিষয়েহে খবৰ ললে। যি কি নহওক, পিছত যেতিয়া মোক সুধিলে যে ট্ৰেক্টৰ টায়াৰৰ মূল্য চাইছিলো নে নাই, তেতিয়া মইও ৰসিকতাৰে তেখেতক কৈছিলোঁ যে তেখেতে মোক ট্ৰেইলাৰৰ চকাৰ মূল্যহে চাবলৈ কৈছিল, ট্ৰেক্টৰৰ কোৱা নাছিল। গতিকে মই সেয়াহে চালো। তেখেতে তেতিয়া খঙতে মোক কৈছিল যে তোমালোকৰ পৰা কোনো কাম নহ'ব। বাৰু মই তোমাক যেনিবা ট্ৰেইলাৰৰ দাম চাবলৈকেই কৈছিলো তুমি ট্ৰেক্টৰৰ দামটো চাই আহিব নেপায় নেকি? তেতিয়া মই লাহেকৈ তেখেতক ছপোৱা প্ৰাইচ লিষ্টখন আগবঢ়াই দিয়াত তেখেতে, মিচিকিয়াই মোক কৈছিল, তুমি যেতিয়া আনিছাই, মিছাকৈ কিয় মোক জোকাই লৈ তৰ্ক কৰিছিলা? তেতিয়া তেখেতক মই কৈছিলো যে আপুনি মোক যিটো চাবলৈ কৈছিল বা আপুনি যি বিচাৰিব মই সেয়াহে প্ৰথম দিব লাগে। ওপৰঞ্চি যদিও কিবা কৰিছো তেন্তে সেয়া পিছত হ'ব। তেখেতে তেতিয়া সন্তুষ্টিৰে হাঁহি মাৰিছিল। আৰু এবাৰ factory ৰ বাবে বেল্টিং আনিবলৈ মোক দিছিল (১৯৫৪ চনত)। তিনিচুকীয়াৰ পৰা কেমেল হেয়াৰ বেল্টিং বুলি ২৫' ৪"-২ অনা ফুট। কিনা কমিচনো মোক অলপ টকা দিছিল। মই সেই টকা সহ সকলো তেখেতক ওভতাই দিয়াত তেখেতে মোক কৈছিল যে অঁকৰা ল'ৰা, কমিচন তোমাৰহে, আমাক কিয় দিয়া? মই তেতিয়া তেখেতক কৈছিলো যে মই কিনিছোঁ আপোনালোকৰ বস্তু আপোনালোকৰেই টকাৰে, আপোনালোকৰ বাবে। গতিকে এই কমিচনৰ টকাও আপোনালোকৰেই। তেতিয়াৰ বাগিচাৰ ট্ৰেক্টৰ মেকানিক আৰু ফিটাৰ শ্ৰী খাউন্দক তেখেতৰ পুৰণা বঙলালৈ মতাই বেল্টিং কেনে হ'ব সোধাত খাউন্দে কৈছিল, এইটো কেমেল বেল্টিং নহয়, ৰবৰৰ বেল্টিং বুলি ক'লত, চলিহা ডাঙৰীয়াই খঙতে তেওঁক ধমকি দি তাৰ পৰাই পঠাই

দিছিল। তেখেতৰ খং বৰ তীব্ৰ আছিল, টিঙিচকৈ উঠিছিল। কেৱল মইহে তেখেতক শান্ত কৰিব পাৰিছিলো।

চলিহা ডাঙৰীয়া কঠোৰ পৰিশ্ৰমী আছিল। তেখেতে নিজে ট্ৰেক্টৰেৰে কৰঙ্গাণীৰ পৰা আজিজবাগ বাগানৰ ৰাস্তা বছৰি দুবাৰকৈ বনাইছিল। খেতিৰ বাবে তেখেতে পিছলৈ আৰু দুখন ট্ৰেক্টৰ (ফ'ৰ্ডচন মেজৰ) অনাইছিল আৰু লগতে সা-সঁজুলি আৰু পকাৰ পানী পাম্পো লগাইছিল। ধান মৰা মেচিন আদি আনিও কামত লগাইছিল ট্ৰেক্টৰেৰে আজিজবাগত শ্ব মিল চলাইছিল। হাতী ভাড়া কৰি হাবিৰ ভিতৰৰ পৰা কাঠৰ কুন্দা আদি টনাইছিল। সময়ত নিজেই সেই হাবিৰ মাজলৈ কাম চাবলৈ বুলি খোজ কাঢ়ি গুচি গৈছিল। শ্ব মিলটো মানুহেৰে সৈতে ধনশিৰিৰ পৰা কিনি লৈছিল আৰু বহুতো কাঠ কাটি ফলাই নিজৰ দুয়োখন বাগিচাৰ কৰ্ম্মচাৰী, মজদুৰৰ ঘৰ নতুনকৈ বনাই দিয়াইছিল। কলঘৰ, চাংঘৰ বঙলা, দলং ইত্যাদি মেৰামতি কৰাৰ লগতে নতুনকৈ বনোৱা হৈছিল। আনকি, কাঠ বিক্ৰী কৰাও হৈছিল আৰু বনমালী বাগিচাৰো চাংঘৰ আদি বহুতো কাম আজিজবাগ আৰু কৰঙ্গাণী বাগিচাৰ কাঠেৰে কৰা হৈছিল।

তেখেতে ১৯৫৫-৫৬ চনলৈকে কিছুমান বিভাগত তিনি মাহৰ পৰা ছমাহৰ ভিতৰত কৰ্ম্মচাৰী সকলক সলনি কৰাইছিল। নতুন নতুন মানুহৰ নিযুক্তি দিয়াইছিল আৰু পুৰণা মেচিনেৰী, গাড়ী আৰু পুৰণা ঘৰ সজাৰ সৰঞ্জাম কিনিছিল। এই বিষয় লৈ মই কৌতূহলবশতঃ তেখেতক এবাৰ প্ৰশ্ন সুধিছিলো যে আপুনি new man আৰু old Machinery কিয় prefer কৰে। তেখেতে তেতিয়া উত্তৰত অতি সাৰুৱা কথা এষাৰ কৈছিল। তেখেতে কৈছিল যে আমাৰ ইয়াৰ মানুহবিলাক বহু পিছ পৰা, সেইবাবে পুৰণা মেচিন কিনি নতুন মানুহ খিনিক শিকিবলৈ দিয়া হয়। কাৰণ তেওঁলোকে খুলি-মেলি বনালেহে কাম শিকিব পাৰিব আৰু ভৱিষ্যতে কাম কৰি চলিব পাৰিব। নতুনকৈ যদি মেচিন লোৱা হয়, তেন্তে মানুহখিনিয়ে কাম শিকাৰ সুবিধা নেপাব আৰু অজ্ঞ হৈ থাকিব। এইদৰে তেখেতে বহুতো মানুহক কাৰিকৰী শিক্ষাৰে শিক্ষিত কৰি তুলিছিল। উদাহৰণ স্বৰূপে ইয়াৰ এজন গুদাম বাবু শ্ৰীদেৱী প্ৰসাদ চক্ৰবৰ্তী ১৯৫৪ চনত দেওশাল বাগিচাত চেকেণ্ড ফিটাৰ পদত ইন্টাৰভিউ দি চাকৰি পাই প্ৰথম বিভাগ কাৰিকৰীলৈ উন্নীত হৈ শেষ বয়সলৈকে সুদক্ষতাৰে কাম কৰিছিল। তেখেতে ইয়াত তেতিয়া ৫০/- মাহিলি বেতনত কষ্টেৰে চলিছিল আৰু তেতিয়া আই, টি, এ ২য় বিভাগত কাৰিকৰী গ্ৰেডত ২০০/- টকাৰ ওপৰত দৰ্মহাত চাকৰি পাই তিনিচুকীয়াত ল'ৰা-ছোৱালীক পঢ়া শুনা কৰোৱাইছিল আৰু ঘৰ-দুৱাৰ সাজি সুখত থকা বুলি জানিবলৈ পাইছিলো।

চলিহা ডাঙৰীয়াই বাগিচাৰ পৰাই লিখালিখি আৰম্ভ কৰি ৰাজগড়ত ডাকঘৰ, টেলিফোন এক্সচেঞ্জ আনে। তেখেতৰ ড্ৰাফ্‌ট্ ময়েই টাইপ কৰিবলৈ আৰু পঠিয়াবলৈ পাইছিলো। ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়খনৰ উন্নতিৰ বাবে প্ৰধান শিক্ষকজনৰ দায়িত্বও তেখেতেই লৈছিল আৰু শ্ৰী তিলক বৰুৱাক শিক্ষাবিভাগৰ মতে দৰ্মহা দিছিল। কথা আছিল, যেতিয়ালৈকে গভৰ্ণমেন্ট এইডেড নহয়, তেতিয়ালৈকে দিয়া হ'ব। কিন্তু তাৰো বহুত পিছলৈকে অৰ্থাৎ B.ED. Study complete হোৱালৈকে বিদ্যালয়টো ভালকৈ গঢ় দিবৰ বাবে, স্কুল ঘৰ সাজিবলৈ চিমেণ্ট দিছিল। ট্ৰেক্টৰ দি স্কুল কম্পাউণ্ডৰ মাটি সমান কৰাইছিল খেতি আদি কৰোৱাইছিল। শাক-পাচলিৰ খেতি আদি কৰোৱাইছিল। সম্পূৰ্ণ স্কুল কম্পাউণ্ড বেৰ দিয়াই শিৱসাগৰৰ পৰা ডাঙৰ লোৰ গেট এযোৰ তেখেতেই অনাই দিয়াইছিল। আজিও সেইদৰেই চলি আছে। তেখেতৰ পিছত তেখেতৰ সুযোগ্য পুত্ৰই চলিহা ফাউণ্ডেচনৰ নামত সেই ৰাজগড় বিদ্যালয়ৰ বিজ্ঞান শাখাৰ বাবে সম্পূৰ্ণ ঘৰটো লেবৰেটৰী, আচবাব-পত্ৰ, পানী যোগানৰ ব্যৱস্থা আৰু বিজুলী ব্যৱস্থাৰে সৈতে কৰাই দিয়ালে।

মুঠতে ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সৰ্বোন্নতিৰ বাবে তেখেতসকলে নিজাকৈ গাত লৈছিল। তেখেতে ৰাজগড় অঞ্চলৰ উন্নতি আৰু জনসাধাৰণৰ মঙ্গলাৰ্থে হাস্পতাল বনাবৰ বাবে চৰকাৰক ১৬ বিঘা মাটি আলি কাষত দান কৰি দিছিল, যাৰ মূল্য আজি ১০,০০০,০০/-(দহ লাখ) টকাৰো ওপৰত হ'ব। আৰু ১৯৯৫ চনত সেই মাটিতে চৰকাৰে বিনামূলীয়াকৈ চিকিৎসাৰ্থে ৩০ খন বিছনাযুক্ত হাস্পতাল উদ্বোধন কৰাই এতিয়া চলাই আছে। শ্ৰীযুত চলিহা ডাঙৰীয়াই গাঁৱৰ মানুহৰ অহা যোৱাৰ সুবিধাৰ্থে কৰঙ্গাণী বাগিচাৰ বাহিৰেদি বাঘমৰা গাঁৱৰ পৰা ৰাজগড়লৈ যাব পৰাকৈ ৰাস্তা বনাই দিয়ালে, য'ত প্ৰায় ১,৫০,০০০/- টকা মান খৰচ পৰিছিল। মুঠতে এই অঞ্চলত অৰ্থাৎ ৰাজগড়ৰ ডাক-তাঁৰ ব্যৱস্থাৰ পৰা টেলিফোন যোগাযোগ, আলিপদুলি, বহুতো শিক্ষানুষ্ঠান তেখেতৰ চেষ্টাত আৰু সাহায্যত গঢ় লৈ উঠিছে আৰু চলি আছে ৰাজগড়ৰ পৰা দিল্লী বাৰীলৈকে।

১৯৫৫ চনত ধুমুহাত আমাৰ এই অঞ্চলত বিস্তৰ ঘৰ, গছ-গছনি ভাগিছিল। তেতিয়া শ্ৰীযুত চলিহা ডাঙৰীয়াই মোলৈ লিখিছিল to represent ny problem to Mrs D.B. Chaliha, on her arrival at garden from Calcutta, for temporary help. ইং ১৯৬০ চনত মোৰ পিতৃৰ আজিজবাগ বাগানত মোৰ কোৱাৰ্টাৰতেই দেহৰ অৱসান হয়। মৃতকৰ ওচৰত চলিহা ডাঙৰীয়া তেতিয়াৰ চুপাৰিনটেনডেন্ট শ্ৰী সত্যবালা চলিহাৰ সৈতে উপস্থিত আছিল। শেষত আমাৰ গাঁৱৰ ঘৰলৈ অৰ্থাৎ ৰাজগড়ৰ ঘৰলৈ যাবৰ বাবে গাড়ীখন দি তেখেত সকল দুয়োজন খোজ কাঢ়ি বোকাই পানীয়ে লুতুৰি-পুতুৰি হৈ কৰঙ্গাণী বাগানলৈ আহিছিল। কোনো মালিকৰ পৰা এনে কোমল ব্যৱহাৰ আশা কৰা নাযায়। তেখেতৰ মানৱীয়তাৰ তুলনা কাৰো লগতেই আজিও কৰিব পৰা নাযায়।

এবাৰ হিন্দুস্থান ১৪ গাড়ীখন লৈ তেখেতৰ লগত মই আৰু মাধৱ ড্ৰাইভাৰ ৰাতি বাগিচাৰ পৰা শিৱসাগৰলৈ যাবলৈ ওলাইছিলো। তেখেতৰো অৱশ্যে শ্বিলঙলৈ যাবলগীয়া আছিল, কিন্তু বামুণবাৰী পাই গাড়ীয়ে তেল নটনা হ'ল। মই মৰাণৰ পৰা এখন বেলেগ গাড়ী আনিছিলো, কিন্তু প্ৰয়োজন নহ'ল। কাৰণ আমাৰ খনেই ইতিমধ্যে ভাল হৈছিল আৰু মৰাণলৈ গৈ তাতেই আকৌ বেয়া হৈছিল। সেই নিশা ৰামনৱমীৰ বাবে সকলো হোটেল চাফা কৰিছিল, গতিকে আমাৰ একো খোৱা নহ'ল। চলিহা ডাঙৰীয়াৰ লগত নিয়া বিস্কুট অলপ থকাত, তাকেই তিনিও ভগাই খাইছিলো। তাকে খাই তেখেতৰে সৈতে নিশা কটালো আৰু প্ৰায় শেষ নিশা ৩-৩০ মান বজাত শিৱসাগৰ পালোগৈ-তেখেত সকলৰ পুৰণি বঙলা। তেখেতে মোক তেখেতৰ নিজৰ বিছনা খনত শুবলৈ দি, নিজে আগফালে থকা আৰ্ম বেঞ্চ এখনত কাপোৰ গাৰু একো নোহোৱাকৈ টোপনি গৈছিল। ৰাতিপুৱা টুটু চলিহাদেৱৰ পৰিবাৰৰ পৰা এই কথা গম পাই আৰু দেখি মোৰ অন্তৰখন বিষাই গৈছিল। তেখেতৰ প্ৰতি মন শ্ৰদ্ধাৰে পৰিপূৰ্ণ হৈ পৰিছিল। তাৰ পিছত গা-পা ধুই খোৱা টেবুলত একেলগে খাই থাকোঁতে মই তেখেতক সুধিছিলো যে তেখেতে নিজৰ বিছনাখন মোক দি তেনেকৈ কিয় বেঞ্চত শুইছিল। তেতিয়া তেখেতে এক মিঠা হাঁহিৰে কৈছিল যে নিশা শেষেই হৈছিল আৰু তুমি (অৰ্থাৎ মই) বেংকৰ পৰা টকা লিখি নিব লাগিব। মোৰো (অৰ্থাৎ তেখেতৰ) শ্বিলঙলৈ যোৱা নহ'ল, গতিকে মোৰ বিশেষ কাম নাই। সেয়েহে তোমাক শুবলৈ দিছিলো। সেই দিনাৰ পৰা তেখেত মোৰ ওচৰত দেৱতুল্য পৰম পূজ্য হৈ পৰিছিল। আজিও মই তেখেতৰ ফটোখনক সদায় পুৱা ধূপ-ধুনা জ্বলাই শ্ৰদ্ধা নিবেদন কৰো। প্ৰতিদিনা মই অফিচলৈ গৈ কোনো কাম আৰম্ভ কৰাৰ আগতে তেখেতক আৰাধনা কৰি লওঁ। তেখেতৰ উপকাৰ তথা এই অঞ্চললৈ কৰি যোৱা দান আদিৰ কথা যিমানেই কোৱা যায় কম হয়। তেখেতৰ দৰে সহৃদয় ন্যায় পৰায়ণ তথা ইমান মৰমিয়াল গুণৱান ব্যক্তিৰ কথাৰ দ্বাৰা গৰিমা গোৱা নাযায়। তাক কেৱল শ্ৰদ্ধাৰে সুঁৱৰি অনুভৱহে কৰিব পৰা যায়।



# মাজু ডাঙৰীয়া

## অময়া চলিহা

আজিৰ পৰা ৬৬ বছৰ আগৰ দিন এটাৰ কথা মোৰ মনত আজিও সজীৱ হৈ আছে। আজি যি জনা মহান ব্যক্তি যাদৱ প্ৰসাদ চলিহাৰ শতবাৰ্ষিকী পালন কৰিবলৈ লৈছো সেইজনা ব্যক্তিৰ লগত মোৰ প্ৰথম দেখা পোৱাৰ সৌভাগ্যৰ দিনটো। সেইদিনটো আছিল নভেম্বৰ মাহৰ দিন এটা। হেমন্তৰ দিনবোৰ গৈ, শীতৰ দিনবোৰ আহিছে। আকাশখন নিৰ্মল, ৰাতি পুৱা গছপাতবোৰত নিয়ৰ পৰি থাকে। পুৱাৰ দেৰিকৈ ওলোৱা বেলিটো ওলোৱাৰ লগে লগে নিয়ৰৰ টোপালবোৰ পৰিবলৈ ধৰে। তেতিয়া আমি আছিলো মঙ্গলদৈ সৰু চহৰ খনত। মোৰ পিতৃ স্বৰ্গীয় কুমুদ ৰাম বৰা। ওকালতি কৰাৰ লগতে স্বাধীনতা সংগ্ৰামৰ এজন যুঁজাৰু। দেউতাই আমাক জনালে যে তেখেতৰ বন্ধু এজন তেখেতৰ মাতৃৰ সৈতে গুৱাহাটীলৈ যোৱাৰ পথত আমাৰ ঘৰত সোমাই যাব। সেইদিনা তেখেতসকলৰ কাৰণে ৰন্ধাবঢ়া কৰি থোৱা হল। যথাসময়ত আহি পালেহি। জানিবলৈ পালো, শিৱসাগৰৰ চলিহা বংশৰ, তেতিয়া প্ৰয়াত কালী প্ৰসাদ চলিহাৰ মাজু পুতেক যাদৱ প্ৰসাদ চলিহা আৰু তেখেতৰ মাতৃ নিকুঞ্জলতা চলিহা। তেখেতসকলে বিশেষ একো নাখালে। ডাঙৰীয়াই চাহ একাপ খাই দেউতাৰ লগত কথা পাতিলে। তেখেতৰ মাতৃয়ে বাটে পথে বিশেষ একো নেখায়। আমি মজিয়াঘৰত পীৰা পাৰি বানবাটিত দিয়া গাখীৰ পানী এটোপা গ্ৰহণ কৰিলে। তেখেত বৰ নীতি নিয়মত থাকে। তেখেত সকলৰ সৰল সহজ ব্যৱহাৰত মই সেইদিনা নিজেই মুগ্ধ হৈ পৰিছিলো। কিছুদিনৰ মূৰত গম পালো যে, তেখেতে সেইদিনা মাকক লৈ মোক ভায়েকৰ কাৰণে চাবলৈ আহিছিল। তেখেতসকল উভতি গৈ ভায়েক বিমলা প্ৰসাদ চলিহাৰ সৈতে মোৰ বিয়া ঠিক কৰি জনায় আৰু ১৯৪১ চনৰ ফাগুন মাহত আমাৰ বিবাহ হৈ যায়।

সেইখন ঘৰৰ বোৱাৰী হৈ শিৱসাগৰলৈ আহিলো। সেই দিনত স্বামীৰ ককাইদেউ সকলক উজনি অসমত ডাঙৰীয়া বুলিহে সম্বোধন কৰিছিল। যাদৱ প্ৰসাদ চলিহাক মই মাজু ডাঙৰীয়া বুলি কৈছিলো। তেখেতৰ ডাঙৰ ছোৱালী শ্ৰীমতী লখিমী মোৰ সমসাময়িক আছিল। সেই বাবেই নেকি, তেখেতৰ মোলৈ মৰম নিজৰ জীয়েকৰ নিচিনা আছিল। এনে এজনা ব্যক্তিত্বপূৰ্ণ মানুহে অকৃত্ৰিম স্নেহেৰে সকলো সজ উপদেশ দিছিল। তেখেতে সৰু সৰু ল'ৰা-ছোৱালীক খুব ভাল পাইছিল। খুহুতীয়া কথা আৰু সাধুকথা আদি নানান সজ কথা কৈ নিচেই আপোন কৰি লৈছিল।

তেখেতৰ এটা স্বভাৱ আছিল নতুন বস্তুৰ প্ৰতি আকৰ্ষিত নহৈছিল। সদায় দেখিছিলো পুৰণি গাড়ী, মেচিন আদি কিনি ভাল কৰাই লৈ আনন্দ পাইছিল। চল্লিছৰ দশকত শিৱসাগৰত লাইট নাছিল। কেৰাচিন লেম নহলে মমবাতি জ্বলাব লাগিছিল। দ্বিতীয় মহাযুদ্ধৰ লগে লগে কেৰাচিন তেলৰ অভাৱ। ১৯৪২ চনত দ্বিতীয় মহাযুদ্ধৰ হেঁচা ভাৰতলৈ বিয়পিলে। স্বাধীনতা সংগ্ৰামত নামি ঘৰৰ মতামানুহ জেললৈ গল। শাহুআইৰ লগত মই শিৱসাগৰত আছো। মাজুডাঙৰীয়াই এদিন ক'ৰবাৰ পৰা পুৰণা মেচিন এটা আনি ভাল কৰি শিৱসাগৰৰ ঘৰ পোহৰাই দিলে। আমি অকলে থকাৰ কাৰণে প্ৰায়ে বাগিচাৰ পৰা আহি আমাৰ খবৰাখবৰ কৰে। কেতিয়াবা বহু ৰাতি আহি শিৱসাগৰ পায়হি। সদায় মুখত এটা শিশুসুলভ হাঁহি। আহিয়েই কয় মই খাই বই আহিছো তোমালোকে একো নকৰিবা। আমি বুজো তেখেতে ৰাতি বিয়লি আমনি কৰিব নোখোজে। লৰালৰিকৈ যি থাকে যতনাই দিওঁ।

এদিন এখন বেয়া গাড়ীলৈ আহি ভালেমান ৰাতি শিৱসাগৰ পালেহি। শাহু আয়ে জানিছিল, নোখোৱা নোবোৱাকৈ আহিছে। তেখেতৰ এই স্বভাৱটো মাকে ভালকৈয়ে জানে। কাকো দিগদাৰ দিব নোখোজে। আমাক কিবা এটা কৰিবলৈ কোৱাত আমি দুটা খৰিৰ চৌকা জ্বলাই ভাত দাইল আলু পিটিকা কৰিলোঁ। লগত আচাৰ, খৰিচা ইত্যাদিৰে খাবলৈ দিলোঁ। তেখেতৰ শিশুসুলভ হাঁহিটোৰে কৈছিল. মোৰ বৰ ভোক লাগিছিল। তেখেতৰ আচাৰ, খৰিচা, খাৰলি আদি বস্তু বৰ প্ৰিয় আছিল। আজিও সেইদিনা ৰান্ধি খুউৱা কথাটো মোৰ মনলৈ আহে। এতিয়া আৰু তেনেকুৱা এজন মহান ব্যক্তিত্ব সম্পন্ন লোকক দেখা নাপাওঁ। বছৰবোৰ বাগৰি যোৱাৰ লগে লগে কিমান পৰিৱৰ্ত্তন! ৰাতি ৰান্ধি খুউৱাৰ আনন্দ নাপাওঁ। সেই আনন্দ দিব পৰা মানুহো নাইকিয়া হল।

কঠোৰ পৰিশ্ৰম,মিতব্যয়িতা, নিয়মানুবৰ্ত্তিতাৰ মাজেদি গৈ ব্যৱসায়ত নিজকে প্ৰতিষ্ঠিত কৰি লৈছিল। চল্লিছৰ দশকৰ প্ৰথম ভাগত কলিকতালৈ গৈ লোহাৰ কাৰখানা খুলি বহুতো উদীয়মান ডেকাক উৎসাহিত কৰিছিল। স্বাধীন ভাৰতৰ অসমৰ পাব্লিক চাৰ্ভিছ কমিশ্বনৰ প্ৰথম চেয়াৰমেন। আসাম ফাইনানছিয়েল কৰপোৰেচনৰো প্ৰথম চেয়াৰমেন আছিল। এই কৰপোৰেচনে অসমত বিভিন্ন উদ্যোগ প্ৰতিষ্ঠা কৰাত বিত্তীয় সাহায্য আগবঢ়ায়। তেখেতৰ কলিকতাৰ বাসভৱনত অসমৰ পৰা মানুহ গৈ থাকি আহে। তেখেতে সৰু সৰু ল'ৰা-ছোৱালী গ'লে নিজেই কলিকতা চহৰৰ বিভিন্ন ঠাইলৈ লৈ যায়। নিজেও সেইবোৰ চাই আনন্দ পায়। সিহঁতৰ লগতে শিশুৰ দৰে মিলি যায়। এইটো আছিল অসাধাৰণ গুণ।

নিজে আছিল নিৰহঙ্কাৰী, সদালাপী, আৰু সুমধুৰ স্বভাৱৰ। কোনোবা যদি তেখেতৰ সংস্পৰ্শত আহিছে, তেখেতৰ ব্যক্তিত্ব পাহৰিব নোৱাৰে। এবাৰ লগ পালেই মনৰ মাজত সোমাই পৰে। কোনো কথাতেই প্ৰচাৰ নিবিচৰা, ত্যাগী মহান পুৰুষজন কেইদিনমান ৰোগত ভুগি ১৯৬৪ চনৰ ১৫ জুন তাৰিখে অকস্মাতে আমাৰ মাজৰ পৰা বিদায় ললে। সেইদিনা মাজু ডাঙৰীয়াৰ বিয়োগত মৰ্ম্মাহত হৈছিলো।

কিমান অসুবিধাৰ মাজেৰে উদ্যোগপতি হিচাবে নিজক প্ৰতিষ্ঠা কৰিছিল! তেখেত আমাৰ নতুন পুৰুষৰ আদৰ্শ হওক! আমাৰ সকলোৰে শ্ৰদ্ধাভাজন মাজু ডাঙৰীয়ালৈ আজিৰ এই শতবাৰ্ষিকী উৎসৱত মোৰ অন্তৰ ভৰা শ্ৰদ্ধাঞ্জলি যাচিলোঁ।

# যাদৱ প্ৰসাদ চলিহা

## চমু জীৱনী

জন্ম : ৮ বহাগ ১৮১৮ শকাব্দ। ইং ১৯ এপ্ৰিল ১৮৯৬ চন।

স্থান : শিৱসাগৰ।

নিবাস : শিৱসাগৰ / কলিকতা।

আদি নিবাস : চাৰিং, শিৱসাগৰ। প্ৰথম বসতি মাজুলী।

পিতা : ৰায় বাহাদুৰ কালী প্ৰসাদ চলিহা—উকিল, চাহ খেতিয়ক। চলিহা কাকতী বংশ।

মাতা : নিকুঞ্জলতা দেৱী। মণিৰাম দেৱানৰ বংশ।

পৰিয়াল : ককাই ভাই চাৰি গৰাকী, বাই ভনী পাঁচ গৰাকী। যাদৱ প্ৰসাদ তৃতীয় সন্তান, দ্বিতীয় পুত্ৰ। যাদৱ প্ৰসাদৰ ল'ৰা দুজন, ছোৱালী চাৰিজনী।

বিবাহ : ১৯২৪ চন। পত্নী দেৱবালা (দুৱৰা)।

শিক্ষা : বিজ্ঞানৰ স্নাতক। স্কুল—শিৱসাগৰ। কলেজ—প্ৰেচিডেন্সি কলেজ আৰু স্কটিশ চাৰ্চ কলেজ, কলিকতা।

কৰ্ম : ৰাজনৈতিক : মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত কংগ্ৰেছ কৰ্মী। অসহযোগ আন্দোলনৰ সময়ত ১৯২২ চনত ছমাহ কাৰাবাস। শিৱসাগৰৰ কংগ্ৰেছ স্বেচ্ছাসেৱী বাহিনীৰ প্ৰধান। ২০ ৰ দশকত দীৰ্ঘকাল শিৱসাগৰ কংগ্ৰেছৰ সভাপতি। ১৯২৬ ৰ পাণ্ডু কংগ্ৰেছৰ আগ শাৰীৰ ডেকা সংগঠক। ১৯৩১ চনৰ আইন অমান্য আন্দোলনৰ সময়ত অস্থায়ী ভাৱে প্ৰদেশ কংগ্ৰেছৰ প্ৰধান। ডিকটেটৰ পদবী যুক্ত। ১৯৩৭ চনত কংগ্ৰেছ প্ৰাৰ্থী হিচাবে শিৱসাগৰ পূব সমষ্টিৰ পৰা অসম বিধান সভাৰ নিৰ্বাচিত সদস্য। গোপীনাথ বৰদলৈৰ নেতৃত্বত অসমৰ কংগ্ৰেছ দলৰ মন্ত্ৰীসভা গঠনত সক্ৰিয় ভূমিকা। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনৰ সময়ত আত্ম গোপনকাৰী অসম আৰু সৰ্ব ভাৰতীয় বিপ্লৱী নেতৃবৃন্দক কলিকতাত আশ্ৰয়দান। আজীৱন কংগ্ৰেছৰ লগত জড়িত।

সামাজিক : শিৱসাগৰ জিলাত কানি নিবাৰণ অভিযানত সক্ৰিয় অংশগ্ৰহণ। চুণপোৰাৰ পৰা উঠাই আনি অসম পলিটেকনিক শিৱসাগৰত প্ৰতিষ্ঠা কৰাৰ কামত ভুৱন চন্দ্ৰ গগৈদেৱক সকলো ৰকমে সহযোগিতা। ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰথম সভাপতি। ৰাজগড় অঞ্চলৰ সকলো ৰকম ৰাজহুৱা গঠনমূলক কামত পোনপটীয়া অৱদান। ৰাজগড়ৰ পৰা কেতেকীবাৰী হৈ চাফ্ৰাইৰ দলঙলৈ (শিলৰ সাঁকো) যোৱা বাটটোৰ জোকতলী বাগিচাৰ কাষৰ অংশটো নিজৰ খৰচত সজা।

বৃত্তি : চাহ খেতিয়ক আৰু উদ্যোগপতি। প্ৰতিষ্ঠাতা—কৰঙ্গাণী আৰু আজিজবাগ চাহ বাগিচা, অসম। চলিহা ৰোলিং মিল, কলিকতা।

ৰাষ্ট্ৰীয় স্বীকৃতি: অধ্যক্ষ, অসম লোক সেৱা আয়োগ, অধ্যক্ষ, অসম বিত্তীয় নিগম।

মৃত্যু : ১৫ জুন ১৯৬৪। ডিব্ৰুগড়।



ৰায় বাহাদুৰ কালীপ্ৰসাদ চলিহা যাদৱ প্ৰসাদৰ পিতৃ



১৯২১ চনত তাৰা প্ৰসাদ চলিহাৰ বিয়াত পাছত দিখৌৰ পাৰৰ ঘৰত। বাঁও হাতৰ পৰা ঃ থিয় হৈ ঃ
*যাদৱ প্ৰসাদ, তাৰা প্ৰসাদ।* বহি ঃ *বিমলা প্ৰসাদ, শৈলেন বৰবৰা, লাবণ্য প্ৰভা, নিকুঞ্জলতা, কনকলতা।*



১৯৩৫ চনত তাৰা প্ৰসাদৰ পত্নী কনকলতাৰ শ্ৰাদ্ধত শিৱসাগৰৰ বঙলাত তোলা ঃ
বাঁও হাতৰ পৰা, থিয় হৈ ঃ *যাদৱ প্ৰসাদ - পুত্ৰ প্ৰদীপক কোলাত লৈ, যোগেন বৰবৰা, গুৰু প্ৰসাদ, ফুনু বৰুৱা, মাণিক চলিহা, বিমলা প্ৰসাদ, তাৰা প্ৰসাদ।* চকীত বহি ঃ *লাবণ্য প্ৰভা, ৰেখা, নিকুঞ্জলতা, ৰঞ্জিৎ বৰুৱা, বৰদা প্ৰসাদ চলিহা, নাজিৰাৰ ডাক্তৰ আইডা, কমলালয়া কাকতী, মাধীৰাম।* তলত বহি ঃ *ৰবীন, আৰতি, দীপ্তি, বাণী, গৌৰী, ধন, বীৰেন, টুটু, চিৰণ, দিপু।*



১৯৩৪ চনত গান্ধীজীৰ হৰিজন সেৱা অভিযানৰ সময়ত শিৱসাগৰৰ বঙলাত তোলা ঃ বাঁও হাতৰ পৰা - থিয় হৈ ঃ *তাৰা প্ৰসাদ চলিহা, বিমলা প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ চলিহা, যোগেন বৰবৰা, গুৰু প্ৰসাদ চলিহা। চকীত বহি ঃ প্ৰতিভা চলিহা, আইতা, কমলালয়া কাকতী, নিকুঞ্জলতা চলিহা, মীৰা বেন, দেৱবালা।* মাটিত বহি ঃ *মায়া, ৰেখা, কবী, আৰতি, ধন, ধীৰেন, চিৰণ, টুটু আৰু দিপু।*



ডেকা বয়সত যাদব প্ৰসাদ।

বেণুধৰ শৰ্মাৰ উদ্যোগত পতা মণিৰাম দেৱান উৎসৱ, চাবিং। বিদ্যাধৰ চলিহা, পদ্মধৰ চলিহা প্ৰমুখ্যে কেবাজনো নেতৃস্থানীয় লোকৰ সমাৱেশ হৈছিল।

১৯২৪ চনত যাদৱ প্ৰসাদৰ বিয়াৰ পাছত আঠমঙ্গলালৈ যোৱাৰ সময়ত গোলাঘাটত শহৰেক বিষ্ণু প্ৰসাদ দুৱৰাৰ ঘৰত। বাঁও হাতৰ পৰা : থিয় হৈ : *দেৱ প্ৰসাদ, (দেৱবালাৰ ককায়েক), যাদৱ প্ৰসাদ, পূৰ্ণিমা, হেমেন্দ্ৰ প্ৰসাদ।* চকীত বহি : *দেৱবালা, সাবিত্ৰী দুৱৰা, হেমবালা।* তলত বহি : *পুষ্প বালা, পুষ্প প্ৰসাদ।*



টিমন চাহ বাগিচাত। বাঁও হাতৰ পৰা ঃ *প্ৰফুল্ল চন্দ্ৰ বৰুৱা, বিষ্ণু প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ।*



১৯৩৯ চনত কৰঙ্গাণী বাগিচাৰ বঙলাত। বাঁও হাতৰ পৰা : ***ৰঞ্জিত, যাদৱ প্ৰসাদ, মীনাক্ষী***



কৰঙ্গাণী বাগিচাৰ এটি দৃশ্য



ঘৰ সজা দৃশ্য।



বদন বৰফুকন বোলছবিৰ এটা দৃশ্যত ৰাজমাওৰ ভাওত দেৱবালা চলিহা, লগত পুৰুষোত্তম দাস আৰু আন এগৰাকী শিল্পী।



১৯৬৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পৰা ইংলেণ্ডলৈ অহাৰ সময়ত কুইন এলিজাবেথ জাহাজত *দেৱবালাৰ লগত যাদৱ প্ৰসাদ।*




১৯৪৮ চনত কলিকতাৰ বটানিকেল গাৰ্ডেনত মাঘ বিহু উৎসব।



পি ২৯ গলফ্ ক্লাব রোড



পি ৩১/২৪ গলফ্ ক্লাব রোড

একালৰ ব্যৱসায় সহযোগী, কাঠৰ ব্যৱসায়ী আৰু চাহ খেতিয়ক বিষ্ণু প্ৰসাদ চলিহালৈ লিখা চিঠি

Ry. Station—SUFRAI.
Steamer Ghat—DESANGMUK.

GOSAIBARI TEA ESTATE.
BONAMALI DIVN.
P. O. SUFFRY.

April 19th 1928.

My dear Uncle,

I recieved your letter only this morning, as I was away yesterday afternoon & returned only at about 10 P.M..

I am very sorry that there should have been this delay in sending you the money.

I am sending you herewith Rs 400/- as asked. & note that you will return it to me on the 2nd proximo.

If you are not in need of cash at present, will you please keep the money, which I was to have to repaid you, now as deposit and I shall pay you the interest that Dwarkadas is paying you or at any reasonable rate that you think proper. & then I shall be able to pay you in lots of Rs 500/- once a month at one weeks' notice should you require any money in the mean time.

Please let me know what you think about it & mention the rate of interest that you think proper & I shall send you a handnote for the full amount.

With love.

Yours affly
Bap

RY. ST. SAFFRAI
CHAR DESANGMUKH.

JANAMALI T.E.
SUFFRY, P. & T.Q.
UPPER ASSAM.
28.6.29

[illegible] Recd 550/- 23/6

My dear Uncle,

I am in receipt of your letter of even date & I am sending herewith a draft for Rs 550/- (Rupees Five hundred & fifty only) on [illegible] (an overdraft— drawn without arrangement) & I trust you will be able to cash it. This shall almost settle your account. At any rate it is promising that I shall settle you up & I shall be obliged if you will please make up the account upto date & let me know. Please take into account the price of land, & royalty on timber, revenue paid by me on your [illegible]bagan land & if you realise the Rs 200/- from [illegible] & credit it to me it will be doing me a service.

With regard to the balance 450/-, I shall not be able to arrange the sum before 6th or 7th of July. I am very much restraining my needs,

অসম বিত্তীয় নিগমৰ অধ্যক্ষ হৈ থকাৰ সময়ত লিখা চিঠি




SHILLONG 17. 6. 195 5.

The Managing Director,
Assam Financial Corporation
Shillong.

Dear Sir

With reference to your letter No. BB 942-55 dt 16-6-55, I beg to say that I fully endorse your view that the Corporation should have its nominee on the Board of Directors of the limited Company financed by the Corporation & keep a watch on the correct application of the loan granted and for the safety of its investments.

Yours faithfully
[signature]



Koraugani T.E.
P.O. Kin khang.
8.3.57.

Received on 11 MAR 1957
No 6259........
Answered on.............

The Managing Director,

Assam Financial Corporation.

Shillong.

Dear Sir,

I understand that the next meeting of the Corporation is fixed for the 11th at Gauhati. It falls on the date of polling at Sengeri constituency here where my brother is standing, and the contest is keen. So I shall not be able to attend the next meeting of the Board. Any of the members already nominated to preside during my absence may be requested to preside over the meeting.

I hope the meeting will pass off smoothly. Please be good enough to convey my apologies for absence to the members of the Board and oblige.

I am going to telegraph to you as under,

"Unable attending next Board meeting Wish it success Chaliha."

Yours faithfully,

J.P. Chaliha

# Korangani & Azizbagh Tea Estates

*Proprietor:* J. P. CHALIHA, B. Sc.

P. O. TINKHONG, ASSAM.

TELE- NAHARKATIA
RLY.- NAHARKATIA
STR.- DESANGMUKH GHAT

*Date* 1st Nov. 1958.

Dear Sriman Krishna,

I have received your letter of 29th ultimo and thank you very much for the kind enquiries you had made about the recent incidents at my garden. However it passed off without further incidents or developments.

In fact I wanted to attend the last Board meeting held at Gauhati on 20th September 1958 and I set out from the garden for the purpose But on the way due to some engine trouble of my car, I had to cancel the programme and return to garden.

I am very glad to learn that the State Bank of India had been good enough to lend your services to the Corporation for a further term of two years.

I acknowledge receipt of the Inspection Report of the Reserve Bank of India and the Audit Notes of the Accountant General, Assam on the working of the Corporation under cover of your official letter No. BD/1568/58 of 29th October 1958.

With kind regards,

I am,
Yours Sincerely,

(J.P.CHALIHA)

Sriman. K.P.Barooah,
Managing Director,
Assam Financial Corporation,
Shillong, Assam.

# Korangani & Azizbagh Tea Estates

Proprietor: J. P. CHALIHA, B. Sc.

P. O. TINKHONG, ASSAM.

TEL- NAHARKATIA
RLY.- NAHARKATIA
STR.- DESANGMUKH GHAT

Date 15th Nov. 1958.

To
The Managing Director
Assam Financial Corporation,
Shillong, Assam.

1624

Dear Sir,

It is understood that a meeting about Tea Finance would be held on 13th. & 14th December 1958 at Shillong under the joint auspices of Tea Board, Reserve Bank & State Bank.

It is also understood that a conference of State Financial Corporations would be held at Bombay under the auspices of Reserve Bank in Nov. 1958.

Since many of the Directors to our Board would be attending the Tea Finance meeting scheduled to be held on 13th & 14th December '58 at Shillong, it would be convenient for our Directors if you please arrange to hold our Board Meeting either just preceding or succeeding of the Tea Finance meeting, instead of holding the same in January 1959; if the meeting of the State Financial Corporations at Bombay does not overlap with the proposed meeting of our Board of Directors in December '58.

Thanking you,

Yours faithfully,

(J.P.CHALIHA)



# মেসোমশাই

## ইৰা ঘোষ

মই তেতিয়া খুব সৰু, গল্‌ফ্ ক্লাব ৰ'ডৰ ঘৰত থাকো। নতুনকৈ চুবুৰীটো গঢ়ি উঠিছে, অ'ত ত'ত ঘৰ। কোনোটো এতলা, কোনোটো বা দুতলা, আকৌ কিছু ঘৰৰ কাম চলি আছে। এইবোৰ লৈয়ে সৰু চুবুৰীটোৰ মানুহবোৰৰ মাজত খুব মিলাপ্ৰীতি আছিল, আৰু এই চুবুৰীতে আছিল মোৰ অকণমান বন্ধু মীনাক্ষী চলিহা। এতিয়া অৱশ্যে আমি আৰু সৰু হৈ নাই, ভালকে বয়সৰ পাক ধৰিছে। আজি মই লিখিবলৈ লৈছো মীনাক্ষীৰ দেউতা তথা আমাৰ মেসোমশাইৰ কথা। মোৰ লেখাৰ অভ্যাস একেবাৰেই নাই, তাৰ কাৰণ আছে। লিখিবলৈ গলে বানান ভুল, বাক্য ভুল, লিখা বেয়া, তাতকে বক বক কৰায়ে ভাল। আমাৰ ঘৰৰ পৰা মীনাক্ষীহঁতৰ ঘৰ দুই মিনিটৰ বাট। তেওঁলোকৰ ঘৰটোৰ সমুখত আছিল এখন সৰু গেট। গেট খুলি সোমায়েই বহা কোঠা। তাৰ পিছত এটা হল কোঠা, তাৰ পিছত দুটা শোৱা কোঠা, খোৱা কোঠা আৰু পাক ঘৰ। মীনাক্ষীহঁতৰ চাৰি জনী বাই ভনী আৰু দুটা ককাই ভাই। মই সদায় মীনাক্ষীক মাতিবলৈ গৈছিলো খেলিবলৈ। বহা কোঠাত প্ৰায়ে মেসোমশাই বহি থাকিছিল আৰু মই মী-নাক্ষী বুলি মাতিছিলো। মোৰ মাত শুনি মেসোমশাই ওলাই আহি কৈছিল "আহাঁ, মীনাক্ষী ভিতৰতে আছে"। মোৰ এই 'আহাঁ' কথাটো বেছ ভাল লাগিছিল। মেসোমশাই দেখাত আছিল ওখ, শকত, মূৰত ঘন চুলি, ধুনীয়া সজোৱা দাঁত। পিন্ধিছিল খদ্দৰৰ বগা পাঞ্জাবী আৰু চুৰিয়া, আৰু সদায় হাঁহি মুখ। কিন্তু ভালকৈ নেজানিলে বাহিৰৰ পৰা খুব গম্ভীৰ যেন লাগিব। মোৰ আন বন্ধুবোৰে মেসোমশাইলৈ খুব ভয় কৰিছিল। মোৰ দেউতাৰ লগত মেসোমশাইৰ স্বভাৱৰ মিল আছিল কাৰণে মোৰ অলপো ভয় নেলাগিছিল, ভালহে লাগিছিল। মীনাক্ষীহঁতৰ ঘৰলৈ গৈ যদি দেখো তেওঁলোক ঘৰত নাই, মই মেসোমশাইৰ লগতে কথা পাতিছিলো আৰু খুব জোৰে হাঁহিছিলো। আজি আৰু মনত নাই কি কথা নো পাতিছিলো। মীনাক্ষীহঁতৰ দেশ অসম, সেয়ে ভাষাটো অলপ বেলেগ যদিও বাংলাৰ লগত বহুত মিল আছে। মই তেওঁলোকৰ লগত থাকোঁতে থাকোঁতে অসমীয়া কথা বুজি পাইছিলো, কিন্তু কব নোৱাৰিছিলো। অলপদিনৰ মূৰত মীনাক্ষীহঁতে ডাঙৰ ৰঙা ঘৰটো কিনি ললে, তেতিয়া আমাৰ ঘৰৰ আৰু ওচৰলৈ আহি থাকিবলৈ ললে, ইমান ওচৰ যে আমাৰ ঘৰৰ বাৰান্দাৰ পৰা চিঞৰি মাতিব পাৰি। তাৰ পাছত লাহে লাহে তেওঁলোকৰ ঘৰৰ আটাইৰে লগত মিলি গলো। মীনাক্ষীৰ মা মাসীমা দেখিবলৈ খুব ধুনীয়া আছিল। ৰং বগা, গোল গাল চেহেৰা, সকলো সময়তে হাঁহি মুখ আৰু কামত ব্যস্ত। চলিহা ৰোলিং মিলটো তেওঁলোকৰে আছিল, গতিকে ব্যৱসায় সংক্ৰান্ত কথাত মেসোমশাই আৰু মাসীমা ব্যস্ত হৈ থাকিছিল। অৱসৰ সময়ত খেলা, পিয়ানো, ভায়োলিন বজোৱা, ছবি আঁকা, ৰন্ধা — কিবা নহয় কিবা কামৰ মাজত নিজক ব্যস্ত ৰাখিছিল। তেওঁলোক খুব ধনী আছিল, কিন্তু তেওঁলোকৰ ব্যৱহাৰ খুব নম্ৰ, পোছাক সাধাৰণ আৰু চলা ফিৰা, কথা বতৰা, খোৱা বোৱা সকলোৰ ভিতৰতে মাত্ৰাবোধ আছিল। আটাইতকৈ ভাল লাগিছিল এইটো কথাত যে তেওঁলোকে কাৰো নিন্দা নকৰিছিল, কাকো সৰু চকুৰে নেচাইছিল। সেই শিশুমনত ভাব হৈছিল যে এইটো তেওঁলোকে মেসোমশাইৰ পৰা পাইছে। মেসোমশাইৰ কি চখ আছিল কব নোৱাৰো, কিন্তু তেখেতে পুৰণা অষ্টিন গাড়ীখনক যে খুব ভাল পাইছিল সেই কথাটো মই কিয় চুবুৰীৰ আৰু ঘৰৰ সকলোৱে বুজি পাইছিল। সময় পালেই সেই খনক ভাল কৰিবলৈ

লৈছিল। গাড়ীখন চলোৱাতকৈ মেৰামত কৰা কামটো সৰহ হৈছিল। মাজে মাজে গাড়ীখনৰ দুৱাৰ এখন নোথাকিছিল। সেই গাড়ীখনত মেসোমশাই উঠিছিল আৰু বাটত কাৰোবাক লগ পালে উঠিবলৈ অনুৰোধ কৰিছিল। ভয়ত কোনো উঠিব নুখুজিছিল জানোচা ঠেলিব লগা হয়! কিন্তু মজাৰ কথা মেসোমশাইৰ বহুত নতুন গাড়ী কিনাৰ অৱস্থা আছিল।

মেসোমশাই খুব আপোন পাহৰা মানুহ আছিল। তাৰে ভিতৰত সকলোৰে সুখ সুবিধাৰ কথা মন কৰি থাকিছিল। তেখেতে কোনেও গম নোপোৱাকে চাই থাকিছিল আৰু তাৰ দিহা লৈছিল। তাৰ পাছত হঠাৎ মেসোমশায়ে বহুতৰ অনুৰোধত ব্যৱসায় এৰি চাকৰি ললে। শ্বিলঙলৈ গল অসম পাব্লিক চাৰ্ভিচ কমিচনৰ চেয়াৰমেন হৈ। সেই সময়ত মই এবাৰ মীনাক্ষীৰ লগত অসমলৈ গৈছিলো। এই সময়ত এমাহ একেখন ছাদৰ তলত থকাত, মেসোমশাইক খুব ওচৰৰ পৰা দেখিছিলো। মনত এনে ভাব হৈছিল যেন মেসোমশাইৰ পৰা মোৰ দেউতাৰ মৰমখিনি পাইছো। সেই সময়ত শ্বিলঙত খুব ঠাণ্ডা পৰিছিল, ঠাণ্ডা লাগি মোৰ মাত ভাগি গৈছিল। মই ইঙ্গিতেৰে কথা পাতিছিলো। মাসীমাৰ খুব চিন্তা, দৰৱ দিছে আৰু ঘণ্টাই ঘণ্টাই সুধি আছে মই কেনে আছো। তাৰে মাজত মেসোমশায়ে সৰু লৰাৰ নিচিনাকৈ হাঁহি উঠিলে আৰু কলে "ভাল হৈছে, ইৰাই এতিয়া আৰু কাজিয়া কৰিব নোৱাৰে"। এমাহ সময় খুব ৰং ধেমালিৰে পাৰ হৈ গৈছিল। ভাবিবলৈ বহিলে মনতে নেলাগে যে ইমান বছৰ পাৰ হৈ গল। তাৰ পাছত বহুতদিন মেসোমশাইৰ লগত মোৰ আৰু দেখা হোৱা নাই। শেষ দেখা হৈছিল মোৰ বিয়াৰ সময়ত। কইনাৰ সাজত বহি আছো, লানি নিছিগাকৈ চানাই বাজিছে, মনটো উৰুঙা লাগি গৈছিল। সেই সময়ত বহুত মানুহ আহি আছিল। তাৰে মাজত হঠাৎ দেখো মেসোমশাই আৰু মাসীমা আহিছে। মনটো আনন্দত ভৰি উঠিল। উঠি গৈ দুজনকে সেৱা কৰিলো, দুয়োজনৰ চকুত পালো অফুৰন্ত আশীৰ্বাদ।



# যি মানুহৰ কোনো শত্ৰু নাছিল

ৰুবী হাজৰিকা

শুধ বগা খদ্দৰৰ ধুতি আৰু পাঞ্জাবী পোছাকেৰে এগৰাকী ব্যক্তিত্ব সম্পন্ন, শান্ত সৌম্য আৰু থূলন্তৰ পুৰুষ। ওঁঠত সদায় লাগি থকা মিচিকিয়া হাঁহি আৰু মিঠা মাত — সেয়াই আছিল আমাৰ পৰম পূজনীয় দেউতা যাদৱ প্ৰসাদ চলিহা। মনত পৰাৰ দিনৰে পৰা তেখেতৰ মৃত্যুৰ বয়সলৈকে এই ছবিৰ কোনো পৰিৱৰ্ত্তন হোৱা নাছিল।

আমি ল'ৰা-ছোৱালী কেউজনেই তেখেতক বৰ সমীহ কৰিছিলোঁ। তেখেতে ভাল নোপোৱা কোনো কাম কৰিবলৈ আমাৰ সাহ নহৈছিল। কেনেবাকৈ কিবা কামত অথবা কিবা কথাত অসন্তুষ্ট হয় বুলি সাৱধানে চলিছিলোঁ।

কথাতকৈ কামতহে দেউতাই বেছি গুৰুত্ব দিছিল। তেখেতে নিজেও খুব কম কথা কৈছিল। কোনো দোষ কৰিলে মই বেয়া পাইছোঁ বুলি মাত ষাৰ মাতিলেই আমি মৰ্ম্মান্তিক লাজ আৰু বেজাৰ পাইছিলো। আগলৈও যাতে সেই ভুল নহয় তাৰ বাবে সতৰ্ক হৈ পৰিছিলোঁ। আমি সকলোৱে দেউতাৰ মৰমৰ ছাঁত ডাঙৰ-দীঘল হৈছিলোঁ। তেখেতে ল'ৰা-ছোৱালী সকলোকে দূৰৈৰ পৰা লক্ষ্য কৰিছিল আৰু ভাল কাম কৰিবলৈ উদগনি দিছিল। ৰাতিপুৱা অতি সোনকালে উঠা তেখেতৰ অভ্যাস আছিল। ল'ৰা-ছোৱালীবোৰ ৰাতিপুৱা শুই উঠিলে ডাঙৰ সৰু সকলো বোৰ ল'ৰা-ছোৱালীকে প্ৰাতঃ ভ্ৰমণ কৰাবলৈ নিছিল। ফুৰি আহি আমাক সকলোকে শাৰী কৰাই তেখেতে সূৰ্য্য নমস্কাৰৰ আসন-বোৰ শিকাই ছিল। শিৱসাগৰৰ বঙলাৰ ওপৰৰ বাৰান্দাত নিতৌ ল'ৰা-ছোৱালীবোৰক লৈ এই ব্যায়াম কৰাটো নিয়ম হৈ পৰিছিল। গধূলি হোৱাৰ লগে লগে ঘৰৰ ডাঙৰৰ পৰা সৰুলৈকে আটাইবোৰে চাফ-চিকুণ হৈ তলৰ কোঠাত গোট খাব লাগিছিল, সকলোৱে একেলগে গধূলি নাম গাই প্ৰাৰ্থনা কৰাটো নিয়ম। প্ৰাৰ্থনা কৰিহে নিজৰ নিজৰ কামত লাগিব পাৰিছিল। কেতিয়াবা প্ৰাৰ্থনাৰ পিছত সঙ্গীতৰ চৰ্চ্চা হৈছিল। যেয়ে যি জানে তাকেই গাই শুনাব লাগিছিল। এনেকৈয়ে পুৱাৰে পৰা সন্ধিয়ালৈকে দেউতাই যিকণ সময় পাইছিল আমাৰ লগত থাকি আমাক নিয়মানুৱৰ্ত্তিতাৰ শিক্ষা দিছিল। গৰমৰ বন্ধৰ দিনত দেউতাই ল'ৰা-ছোৱালী আটাইকে গোট খুৱাই লৈছিল। দলটোৰ ডাঙৰ জনক দলপতি পাতি তেখেতে চাৰি বা পাঁচ জনীয়া দল কেবাটাও ভাগ কৰি দিয়ে আৰু প্ৰত্যেককে বাৰী আৰু বননি লৈ গৈ সকলো ৰকমৰ গছ পাত, গুটি আৰু ফুল, ফল সংগ্ৰহ কৰি আনিবলৈ দিয়ে। দুপৰীয়া ঘুৰি অহাৰ পিছত তেখেতৰ ওচৰত প্ৰত্যেকেই নিজৰ নিজৰ সংগ্ৰহ কৰা বস্তু বোৰ দেখুৱাই সকলোৱে নাম কব লাগিছিল, যি জনেই সৰহ সংখ্যক গছ, লতা, পাত আদিৰ নাম কব পাৰিছিল তেওঁৱেঁই শ্ৰেষ্ঠ বুলি সমাদৰ পাইছিল। এনেকৈয়ে অজানিত ভাৱে আমাৰ মাজত প্ৰতিযোগিতাৰ ভাব জগাই দিছিল আৰু আমিও সহজেই প্ৰকৃতিৰ জ্ঞান লাভ কৰিছিলোঁ।

অলপ বুজন হোৱাৰ লগে লগে দেউতাৰ গুণবোৰ চকুত পৰিছিল — মানৱতা বোধ, স্বদেশ-প্ৰেম, আন্তৰিকতা, সৰলতা, বিশ্বাসযোগ্যতা আৰু ধৈৰ্য্য আদি গুণবোৰ তেখেতৰ ব্যক্তিত্বত প্ৰকাশ পাইছিল।

ভাৰতে স্বাধীনতা পোৱাৰ পিছত নিজৰ দেশ খনক কেনেকৈ উন্নত কৰি আগুৱাই নিয়াব পাৰে তাৰে বাবে দ ভাবে চিন্তা কৰিছিল। সকলো দিশতে নতুন উপায়েৰে দেশ খন উন্নত হোৱাটো

বিচাৰিছিল। তেখেতৰ ভাব ধাৰা আৰু কথাত এই কথাৰ উমান পোৱা গৈছিল। তেখেত এজন স্বাধীন চিন্তীয়া মানুহ আছিল। নিজে খোলা চাহ-বাগিচা খনত প্ৰতিকূল পৰিস্থিতিত কাম কৰিব লগীয়া হৈছিল যদিও অশেষ ধৈৰ্য্য আৰু সাহসেৰে যুঁজি সেই বাধা অতিক্ৰম কৰি জয়ী হৈছিল।

অসমৰ লোক সেৱা আয়োগৰ চেয়াৰমেন হৈ থকা কালছোৱাত তেখেতৰ উচ্চ মান সম্পন্ন আৰু ন্যায্য বিচাৰৰ কথা আজিও সচিবালয়ত সকলোৱে শ্ৰদ্ধাৰে সোঁৱৰে।

সকলো ব্যক্তিৰে নিজস্ব অভিৰুচি থাকে। দেউতাই পুৰণা গাড়ী মেৰামত কৰি লৈ চলাবলৈ বৰ আনন্দ পাইছিল। তেখেতে পুৰণা গাড়ীহে কিনিছিল — আৰু সেই গাড়ী নিজে ভাল কৰি লৈ কামলৈ গৈছিল।

দেউতাই মধুৰ ব্যক্তিত্বৰে, সৰু-বৰ নিৰ্বিচাৰে সকলোকে আপোন বুলি ভাবি সুখ-দুখৰ ভাগী হ'ব পাৰিছিল। সেয়ে বোধকৰো তেখেতৰ মৃত্যুত কাগজত 'যি মানুহৰ কোনো শত্ৰু নাছিল' বুলি শিৰোনাম দিছিল।



# যাদৱ প্ৰসাদ চলিহা চাৰক মই যেনেদৰে পাইছিলো

## তিলক বৰুৱা

ব্যক্তিত্ব" এই শব্দটোৰ সূত্ৰ, অৰ্থ, এইবোৰৰ বিষয়ে মনোবিজ্ঞানত স্নাতক আৰু স্নাতকোত্তৰ মহলাত বিভিন্ন জনৰ বিভিন্ন ব্যাখ্যা পঢ়িবলৈ পাইছিলো। কিন্তু সেইবোৰৰ পৰা ব্যক্তিত্ব শব্দটোৰ সম্যক ধাৰণা এটা কৰাটো মোৰ পক্ষে সম্ভৱ হৈ উঠা নাছিল যেতিয়ালৈকে মই যাদৱ প্ৰসাদ চলিহা চাৰৰ সান্নিধ্যত অহা নাছিলো।

চাৰৰ প্ৰথম সান্নিধ্যত অহাৰ সৌভাগ্য মোৰ ঘটিছিল ১৯৬১ চনৰ জুলাই মাহত— তাৰিখটো মই এতিয়া পাহৰিলো—নগৰৰ পৰা বহু নিলগৰ এক প্ৰকাৰ যাতায়াত বহিৰ্ভূত এটি অতি ভিতৰুৱা অঞ্চলত চাৰে নিজে প্ৰতিষ্ঠা কৰা কৰঙ্গাণী চাহ বাগিচাত—তেখেতৰ নিজা প্ৰাসাদোপম বঙলাত।

মোৰ শিৱসাগৰৰ স্কুলীয়া জীৱনতে মোৰ স্বৰ্গগামী পিতৃৰ মুখৰ পৰা তাৰা প্ৰসাদ চলিহা, যাদৱ প্ৰসাদ চলিহা, গুৰু প্ৰসাদ চলিহা আৰু বিমলি অৰ্থাৎ বিমলা চলিহাৰ চাৰিত্ৰিক বৈশিষ্ট্য, সততা আৰু একনিষ্ঠ দেশ সেৱাৰ বিষয়ে বহু কথাই শুনিছিলো। এম, এল, এ যাদৱ চলিহাৰ সাহস, আত্মসম্মান বোধ আৰু নিজৰ লাখুটিৰে বগা চাহাবৰ টুপী ওফৰাই পেলোৱাৰ কথাও তেতিয়াই শুনিছিলো।

সেয়ে কৰঙ্গাণী বাগিচাৰ সমীপস্থ তেতিয়াৰ এক অতি ভিতৰুৱা অঞ্চল, ৰাজগড়ত চলিহা চাৰৰ পোনপটীয়া পৃষ্ঠপোষকতা আৰু সক্ৰিয় সহায়তাত প্ৰতিষ্ঠিত হোৱা হাই স্কুলখনৰ প্ৰথম প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণৰ বাবে মোলৈ যেতিয়া আহ্বান আহিল তেতিয়াই, মানে ১৯৬১ চনৰ জুন মাহতে—নগৰীয়া পৰিবেশ আৰু চৰকাৰী স্কুলৰ শিক্ষকতা বাদ দি মই ৰাজগড় পালোঁগৈ। চলিহা চাৰৰ নেতৃত্বত স্থানীয় ৰাইজে স্কুলখনি আৰম্ভ কৰিছিল এটি বিৰাট আদৰ্শ আগত ৰাখি অফুৰন্ত আত্ম-বিশ্বাস লৈ। স্কুলখনৰ প্ৰধান শিক্ষকৰ বাবে দৰ্মহা হিচাবে চাৰে তেতিয়াৰ পৰাই ১৯৫.০০ টকাকৈ (এশ পঁচান্নবৈ টকাকৈ) এটি মাহিলি অনুদান দিছিল। স্কুলে চৰকাৰী অনুদান নোপোৱা পৰ্য্যন্ত চাৰৰ এই মাহিলি অনুদান নিয়মীয়াকৈ চলি আহিছিল। এখন Venture স্কুলৰ বাবে চাৰৰ এই অনুদান যে সাহস আৰু ভৰসাৰ এটি লাই খুটা হৈ পৰিছিল তাক উল্লেখ কৰাটো বাহুল্য মাথোন। চাৰ তেতিয়া অসম বিত্তীয় নিগমৰ চেয়াৰমেন। চৰকাৰী কামত তেখেত শ্বিলঙত থকাৰ বাবে মই ৰাজগড় পোৱাৰ প্ৰথম মাহত তেখেতক দেখা পাব নোৱাৰিলো।

'৬১ চনৰ জুলাই মাহত চাৰক মই তেখেতৰ বাগিচাৰ বঙলাত প্ৰথম বাৰ লগ পোৱাৰ ছবিখন মোৰ মনত আজিও মচিব নোৱাৰা হৈ আছে। শুধ বগা খদ্দৰৰ ধুতী পঞ্জাবী পৰিহিত, জ্যোতিষ্মান চকু আৰু মুখ মণ্ডলেৰে প্ৰথম দৰ্শনতে ভক্তিত মোৰ মূৰ দোঁ খাই যোৱা এজন থূলন্তৰ পুৰুষ, মোক দেখাৰ লগে লগে এটি স্বভাৱসুলভ মিচিকিয়া হাঁহিৰে তেখেতৰ সমুখতে মোক বহিবলৈ ক'লে। তাৰ পাচত আদৰ অভ্যৰ্থনাৰ মাজে মাজে তেখেতৰ সক্ৰিয় সহায় আৰু পৃষ্ঠপোষকতাত আৰম্ভ হোৱা ৰাজগড় হাই স্কুলখন কেনে হোৱাটো তেখেতে বিচাৰে সেই বিষয়ে আৰু স্কুলখনৰ পৰিচালনাৰ ক্ষেত্ৰত লব লগা সাৱধানতাৰ বিষয়ে মোক দিহা পৰামৰ্শ দিয়ে। সেইদিনাই চাৰৰ ব্যক্তিত্ব, চিন্তাৰ গভীৰতা আৰু প্ৰশাসনীয় পাৰদৰ্শিতাই মোক মুগ্ধ কৰিছিল। এনে এজন লোকক

অসম লোক সেৱা আয়োগৰ অধ্যক্ষৰ পদৰ বাবে নিৰ্ব্বাচিত কৰাটো যে চৰকাৰৰ পক্ষে অতি উৎকৃষ্ট হৈছিল সেই বিষয়ে বিভিন্নজনে প্ৰকাশ কৰা মতামতৰ বিষয়ে মই নিশ্চিত হব পাৰিছিলো। সেইদিনা চাৰৰ পৰা বিদায় লৈ উভতি আহোঁতে ভাবিছিলো—সেইদিনাই যেন মোৰ জীৱনত প্ৰথম বাৰৰ বাবে স্বনামধন্য স্ব-দীপ্তিৰে উদ্ভাসিত এজন প্ৰকৃত সিংহ পুৰুষৰ—এজন অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী পুৰুষৰ সান্নিধ্যত আহিলো।

স্কুলৰ কামত প্ৰথম বাৰ চাৰৰ লগত শ্বিলঙলৈ যাওঁতে বাটতে যোৰহাটত থকা উজনি অসম সংমণ্ডলৰ (Upper Assam Circle) স্কুল পৰিদৰ্শক মহোদয়ৰ কাৰ্য্যালয়ত সোমাব লগা হৈছিল চাৰৰ লগতে। তেতিয়া আজি কালিৰ দৰে জিলাই জিলাই স্কুল পৰিদৰ্শক নাছিল; গতিকে ৰাজগড় হাই স্কুলো উজনি অসম সংমণ্ডলৰ অধীনত আছিল—সেয়ে যোৰহাটত সোমাব লগা হৈছিল। চাৰৰ উপস্থিতিত সেইদিনা স্কুল পৰিদৰ্শকৰ কাৰ্য্যালয়ত কিযে এটা সম্ভ্ৰমৰ ভাব আহি পৰিল! বিষয়া কৰ্মচাৰীসকলৰ যেন গাত তত্ নাই, সকলোৰে মনত যেন কিবা এক উৎকণ্ঠা, এক অজান আশংকা ; এই এজন পুৰুষৰ ব্যক্তিত্বৰ আগত কাৰ্য্যালয়টোৰ আন সকলো নিষ্প্ৰভ হৈ পৰিছিল।

চাৰৰ লগত শ্বিলঙত থকা তেতিয়াৰ শিক্ষাধিকাৰৰ (ডি পি আইৰ) কাৰ্য্যালয়লৈ প্ৰথম বাৰ যাওঁতে দেখিলো পিয়নৰ হাতত ভিজিটিং কাৰ্ড পঠাই দুৱাৰ মুখত থিয় দি আছে চাৰ আৰু তেখেতৰ পাচত মই। মই ভাবিছিলো চাৰৰ নিচিনা ব্যক্তিয়েনো ডিপি আইক দেখা কৰিবলৈ ভিজিটিং কাৰ্ড দিব লাগেনে—কাৰণ চাৰতকৈ নিম্ন পৰ্য্যায়ৰ বহু লোকক বিনা অনুমতিৰে ডি পি আই ৰ কোঠালৈ সোমাই যোৱা বহু উদাহৰণ মই নিজে আগতে দেখিছো। সেইদিনা পিয়নে ভিজিটিং কাৰ্ড দিয়াৰ খন্তেক পাচতে দেখিলো স্বয়ং ডি পি আই ডাঙৰীয়াই দুৱাৰ খুলি চাৰক আগবঢ়াই নি আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে আৰু চাৰ বহাৰ পাচতহে ডি পি আইজন আসনত বহিছিল। কোনো এজন বিষয়াৰ ওচৰলৈও ভিজিটিং কাৰ্ড নিদি অনুমতি নিবিচৰাকৈ চাৰ নগৈছিল।

১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনত মই যিটো ভোট কেন্দ্ৰৰ Presiding officer হব লগা হৈছিলো চাৰো সেই কেন্দ্ৰৰ এজন ভোটাৰ আছিল। ভোটৰ দিনা পুৱা চাৰে ন মান বজাত মই দেখিলো ভোটাৰৰ দীঘলীয়া শাৰীৰ মাজত চাৰ থিয় হৈ আছে। মই এজন পিয়নৰ যোগেদি চাৰক এখন চকীত বহিবলৈ অনুৰোধ কৰিলো—চাৰ বহিবলৈ সন্মত নহল। ভোট দিবলৈ আহি তেখেত যেতিয়া মোৰ সমুখত থিয় হল—ময়ো থিয় হলো নমস্কাৰ জনাই। তেখেতে স্বভাৱসুলভ হাঁহিটোৰে মোক ক'লে তুমি বহা, তুমি কিয় থিয় হবা মোক দেখি—তুমিয়ে আজি এই কেন্দ্ৰটোৰ মূল মানুহ।"

আজিৰ দিনত মন্ত্ৰী, বিধায়ক, বিষয়া আৰু তেখেতসকলৰ পালি, উপ-পালি সকলৰ অতপালি আৰু নীতি নিয়মৰ প্ৰতি বুঢ়া আঙুলি দেখুৱাৰ বিপৰীতে চলিহা চাৰৰ ওপৰত উল্লেখ কৰা দেখাত সৰু অথচ গভীৰ তাৎপৰ্য্যপূৰ্ণ নৈতিক দায়বদ্ধতাৰ কথা মই সদায় শ্ৰদ্ধাৰে সোঁৱৰো। আজিৰ দিনত এনে নৈতিক দায়বদ্ধতা থকা চাৰৰ পৰ্য্যায়ৰ কেইজন লোক ওলাব?

শ্বিলঙৰ ডি পি আই চাহাবে পাচত মোক ক'লে যেন আমাৰ স্কুলৰ কাম লৈ চাৰক তেখেতৰ কাৰ্য্যালয়লৈ নি কষ্ট নিদিওঁ, লগতে ক'লে আমাৰ স্কুলৰ কামখিনি মই গলেই তেখেতৰ কাৰ্য্যালয়ে কৰি দিব। ময়ো সেই মৰ্মে তেতিয়াৰ পৰা চাৰক ডি পি আই অফিচলৈ নিয়া নাই। এবাৰ গুৱাহাটীৰ পৰা শ্বিলঙলৈ যোৱাৰ পথত তেখেতক কলো—"চাৰ ডি পি আই চাহাবে আপোনাক ইমান শ্ৰদ্ধা কৰে যে আপুনি এবাৰ তেখেতক ক'লে আমাৰ স্কুলে একেবাৰতে Full Recognition পাব বুলি মোৰ বিশ্বাস হৈছে—এবাৰ কৈ চাবনেকি চাৰ!" তেখেতে তৎক্ষণাৎ উত্তৰ দিলে—"ওহোঁ

তোমালোকে আগতে নিৰ্দ্ধাৰিত যোগ্যতাখিনি আৰ্জন কৰি লোৱা—তাৰ পাচতো যদি নহয় তেতিয়া চোৱা যাব।" নীতি নিষ্ঠাৰ কি চমৎকাৰ নিদৰ্শন!

১৯৬২ চনৰ চীনা আক্ৰমণৰ সময়ত আমাৰ বিদ্যালয়ত (তেতিয়াৰ ৰাজগড় উচ্চ মাধ্যমিক বিদ্যালয়) এখনি কৃষি উৎপাদন আঁচনি গ্ৰহণ কৰা হৈছিল। সেই অনুসৰি তেতিয়া বিদ্যালয়ৰ চৌহদত অনাবাদী হৈ পৰি থকা এডোখৰ মাটিত সৰিয়হ খেতি কৰাৰ সিদ্ধান্ত লোৱা হৈছিল, চাৰৰ সভাপতিত্বত বহা বিদ্যালয়ৰ পৰিচালনা সমিতিৰ বৈঠকত। কথা মতে কাম— এই সিদ্ধান্তৰ দুদিনৰ পাছত দেখা গল নিজৰ বাগিচাৰ ট্ৰেক্টৰ লৈ চাৰ খেতি কৰা ঠাইত উপস্থিত হৈছেহি। ইমান পুৱাতে যে বিদ্যালয়ৰ চৌহদত বাস কৰা মই তাৰ পাচতহে সাৰ পাওঁ আৰু সাৰ পায়েই লৰালৰিকৈ মুখখন ধুই লাজ লাজকৈ চাৰৰ ওচৰত থিয় হওঁগৈ। নক'লেও হব যে চাৰৰ এই কৰ্মপ্ৰৱণতাইহে আমাৰ সেই আঁচনিখন ৰূপায়িত কৰাৰ মূল সম্বল আছিল।

"কাশী" ড্ৰাইভাৰে চলোৱা চাৰৰ প্ৰকাণ্ড "ডি—চট' (De-Soto) " গাড়ীখনত তেখেতৰ সহযাত্ৰী হৈ শ্বিলঙলৈ যোৱাৰ বহুতো সুযোগ পাইছিলো। গোটেই যাত্ৰাত স্বাধীনতা আন্দোলনৰ পুৰণা কথাৰ পৰা শ্বিলঙৰ পথৰ দাঁতিৰ ক'ত ক'ত কোন কোন দোকানত ভাল গাখীৰ, দৈ আৰু মিঠাই পায়—সেইবোৰৰ বিৱৰণ। প্ৰথম বাৰ যাওঁতে যোৱাবাটত দেখিলো—মোক লগত লৈ এই সিংহ পুৰুষজন অলপ আওহতীয়া এখন সৰু হোটেলত সোমাই পৰিল সমুখতে থকা ভাল ভাল হোটেলবোৰ পাৰ হৈ—মই আচৰিতেই হৈছিলো। খাই অহাৰ পাচতহে তেখেতে সেই হোটেলখনৰ বৈশিষ্ট্যবোৰ মোক কৈছে—যিবোৰ আমি মুঠেই জনা নাছিলো।

শ্বিলঙলৈ চাৰৰ লগত যাওঁতে ময়ো তেখেতৰ লগতে তেখেতৰ ভাতৃ তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ অতিথি হৈয়ে থাকিব লগা হৈছিলো। আমাৰ নিচিনা সৰু সৰু মানুহৰ প্ৰতি মুখ্যমন্ত্ৰী চলিহা আৰু তেখেতৰ পৰিবাৰে যি খা-খবৰ আৰু আদৰ যত্ন লৈছিল সেইখিনি অনুমান কৰাও কঠিন। সততে তেতিয়া চকুত পৰিছিল চাৰৰ প্ৰতি থকা মুখ্যমন্ত্ৰী চলিহাৰ গভীৰ শ্ৰদ্ধা আৰু আনুগত্য। এদিনৰ এটি ঘটনা এইখিনিতে উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। ইয়াৰ পৰা (ৰাজগড়ৰ পৰা) অলপ দূৰৰ তিনি আলি বাগিচাৰ এটি বিশেষ অনুষ্ঠানত যোগ দিবলৈ আহিছিল তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা। অনুষ্ঠানৰ পৰা ঘূৰি যাওঁতে তেখেত চাৰুৰ কৰঙ্গাণী বাগিচাত সোমাই যোৱাৰ কথা। সেইদিনা মুখ্যমন্ত্ৰী চলিহাৰ কৰঙ্গাণী বাগিচাত চাহ জলপান আগবঢ়োৱাৰ কিছু কিছু দায়িত্বত মই নিজকে জড়িত কৰিছিলো। সেইদিনা দেখিলো এখন আৰামী চকীত বহি চাৰে তেখেতৰ স্বভাৱসুলভ ভাৱে চেলেউ টানিছে আৰু কাষত এটি অনুগত শিশুৰ দৰে থিয় হৈ চাৰৰ কথাৰ উত্তৰ দি আছে অবিভক্ত অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই। ব্যক্তিত্বৰ কি অপৰিসীম প্ৰভাৱ!

ৰাজগড় উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাবে, চাৰৰ এজন অনুগত কৰ্মী হিচাবে নিজক বিলীন কৰি দিয়াৰ চেষ্টাৰ মই কোনোদিনে ত্ৰুটী কৰা নাছিলো। চাৰৰ অগাধ ব্যক্তিত্বৰ ছাঁত কাৰ্য্যনিৰ্বাহ কৰা সেই বছৰকেইটা মই সদায় গৌৰৱেৰে সোঁৱৰো। "জানো, কোনো মানুহকে সকলো মানুহে ভাল পাব নোৱাৰে। মই ইয়াত আছো, মোক জানো সকলো মানুহে ভাল পায়? কিন্তু অন্ততঃ শতকৰা ৫১ জনে মোক ভাল পায় সেয়েহে মই ইয়াত থাকিব পাৰিছো—তোমাৰ বেলিকাও তেনে কথাই। কোনোবাই বেয়া পালে বুলিয়ে তুমি ইয়াৰ পৰা ক'ৰবালৈ গুচি যাবানে?" অগ্ৰগধুৰ চাৰৰ এই উক্তিয়ে মোৰ মনত মচিব নোৱাৰা দাগ এৰি গৈছে—কি দাৰ্শনিক ভাষ্য!

যাদৱ প্ৰসাদ চলিহা

স্কুলীয়া শিক্ষাৰ ক্ষেত্ৰত ভুৱন গগৈৰ আঁচনি তেখেতৰ বৰ প্ৰিয় আছিল। তেখেতে সদায় বিচাৰিছিল তেখেতৰ ছত্ৰছায়াত গঢ় লোৱা ৰাজগড় হাই স্কুলখন এখন স্বাৱলম্বী, আদৰ্শনীয় আৰু বহুমুখী কাৰ্যাকৰী শিক্ষাৰ কেন্দ্ৰ হৈ পৰক। শিক্ষাৰ ক্ষেত্ৰত আদৰ্শনীয় বহুতো ব্যক্তিক তেখেতে সেইবাবেই স্কুলখনলৈ আনিছিল শিক্ষক/শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰী সকলে তেখেতসকলৰ পৰা অনুপ্ৰেৰণা পাওক বুলি।

চাৰৰ পৃষ্ঠপোষকতাত ৰাজগড় স্কুলখনে দ্ৰুত গতিত পূৰ্ণতা প্ৰাপ্তিৰ বাবে আগবাঢ়িছিল যদিও তেখেতৰ নশ্বৰ দেহাৰ অৱসানৰ পাচত সেই গতি বেয়াকৈ বাধাপ্ৰাপ্ত হয়। বাধাপ্ৰাপ্ত হৈ পৰিল তেখেতৰ আদৰ্শক ৰূপ দিয়াৰ প্ৰচেষ্টাও। ৰাজগড় উচ্চ মাধ্যমিক বিদ্যালয়ৰ অতীতৰ লগত নিবিড় ভাবে জড়িত হোৱা সকলে সদায় গৌৰৱেৰে কব লাগিব যে এই স্কুলৰ কাৰ্য্যকৰী পৃষ্ঠপোষকতাৰ আসনত আছিল যাদৱ প্ৰসাদ চলিহাৰ দৰে এজন সিংহ পুৰুষ। এই বিদ্যালয়ৰ লগত যি সকল বৰ্তমানে জড়িত আৰু যি সকল ভৱিষ্যতে জড়িত হব তেখেত সকলে যেন এই কথা পাহৰি নাযায় এয়ে আশা।

মই ৰাজগড় পোৱাৰ পৰা অসুখীয়া হৈ চিকিৎসাধীন হব লগা দিনলৈকে এই অঞ্চলত এনে এটি ৰাজহুৱা গঠনমূলক প্ৰচেষ্টা আৰম্ভ হোৱা নাছিল য'ত চাৰৰ পোনপটীয়া সহায়, কাৰ্যকৰী দিহা পৰামৰ্শ আৰু আশীৰ্বাদ নাছিল। মই আজি মুক্ত কণ্ঠে চিঞৰি চিঞৰি ক'ম যে ডিব্ৰুগড় জিলাৰ এই অতিশয় ভিতৰুৱা আৰু পিচপৰা অঞ্চলটিত সপ্তম দশকৰ আগ ভাগত যি উন্নয়নমুখী চিন্তা আৰু কাৰ্যকৰী প্ৰচেষ্টাৰ জন্ম হৈছিল তাৰ গুৰিতে আছিল যাদৱ প্ৰসাদ চলিহাৰ কাৰ্যকৰী পৃষ্ঠপোষকতা।

চাৰে ইহলীলা সম্বৰণ কৰাৰ পাচত তেখেতৰ সুযোগ্যা পত্নী শ্ৰীযুতা দেৱ বালা চলিহা, তেখেতৰ পুত্ৰ শ্ৰী ইন্দ্ৰজিৎ চলিহা আৰু শ্ৰী ৰঞ্জিৎ চলিহাইও সেই ভূমিকাই পালন কৰাৰ প্ৰচেষ্টা অব্যাহত ৰাখিবলৈ যত্ন কৰিছে। ৰাজগড় অঞ্চলৰ বাবে ই নিশ্চয় সুখৰ খবৰ। যোৱা কেইবছৰত এই অঞ্চলৰ ৰাজহুৱা স্বাৰ্থৰ খাতিৰত ৰাজগড়ত ইতিপূৰ্বে নিৰ্মাণ হোৱা ৩০খন বিছনাযুক্ত চিকিৎসালয়ৰ বাবে মাটি এৰি দিয়া, ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বাবে আচবাব সহ এটি আটকধুনীয়া বিজ্ঞানাগাৰ দান দিয়া—চাৰৰ পৰিয়ালৰ, বিশেষকৈ তেখেতৰ পুত্ৰ শ্ৰীৰঞ্জিৎ চলিহাৰ এই অঞ্চলৰ উন্নয়নৰ বাবে আগবঢ়োৱা অমূল্য অবদান। উপযুক্ত স্থানত প্ৰয়োজনীয় পৰিমাণৰ মাটি নোপোৱাৰ বাবে তেখেতসকলে ৰাজগড়ৰ ৰাইজলৈ আগবঢ়োৱা ৰাজহুৱা ভৱনটিৰ (Public Hall) নিৰ্মাণ অদ্য পৰিমিত আৰম্ভ কৰিব পৰা নাই।

ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিজ্ঞানাগাৰলৈ গলেই তাত থকা চাৰৰ জীৱন্তপ্ৰতিম ফটো -খনৰ প্ৰতি স্বতঃস্ফূৰ্ত্ত ভাৱে মূৰ দোঁ খাই আহে, এটি মৰমসনা মিচিকিয়া হাঁহিৰে শান্ত, সৌম্য মোৰ পৰম শ্ৰদ্ধাৰ সিংহ পুৰুষ চাৰ যেন জীৱন্ত হৈ ধৰা দিছে—এনে লাগে।

চাৰৰ জন্মশতবাৰ্ষিকী উপলক্ষে মোৰ সশ্ৰদ্ধ প্ৰণিপাত যাচিছো তেখেতৰ বিদেহী আত্মালৈ।



# দেতা

## ৰেখা চলিহা বসু

দেউতাৰ কথা ভাবিলেই বগা খদ্দৰৰ চুৰিয়া পাঞ্জাবী পিন্ধা কেঁচা পকা চুলিৰে সৈতে সৌম্যদৰ্শন পুৰুষ এগৰাকীৰ ছবি এখন মনৰ আকাশত ওপঙি উঠে। শেষ বয়সলৈকে দেউতাৰ চুলি কোছা পকি বগা হৈ যোৱাৰ বাহিৰে অলপো কমা নাছিল।

তেখেতৰ প্ৰিয় ইজি চেয়াৰ খনত বহি নিজৰ অজ্ঞাতসাৰে এটাৰ পাছত এটা চিগাৰেট হুপি গভীৰ চিন্তাত মগ্ন হৈ থকা দেউতাৰ চেহেৰাটো আমাৰ খুউব পৰিচিত আছিল। দেউতাৰ চিন্তাৰ পৰিধি বহুত বহল আছিল; দেশৰ সকলো প্ৰকাৰ সমস্যাৰ কথা চিন্তা কৰাৰ উপৰিও দেউতাই অসমৰ গাঁৱত কেনেকৈ গোবৰ গেছ ব্যৱহাৰ কৰিব পাৰি, চাহ বাগিচাৰ বাবে কেনেকৈ Continuous Tea Processing system এটা তৈয়াৰ কৰা যায় ইত্যাদি নানা প্ৰকাৰ চিন্তা ভাবনা কৰিছিল। দেউতা খুউব গহীন প্ৰকৃতিৰ মানুহ আছিল। তেখেতে খুব কম কথা কৈছিল। আমাৰ কাৰণে দেউতাৰ মুখৰ পৰা ওলোৱা যি কোনো কথা আদেশৰ দৰে আছিল। আমালৈ দেউতাৰ মৰম ইমান গভীৰ আছিল যে সেইটো মুখৰ কথাৰে প্ৰকাশ কৰাৰ প্ৰয়োজন নাছিল; দেউতা ঘৰত থাকিলে তেখতৰ মৰমৰ উষ্ণতা আমি উপলব্ধি কৰিব পাৰিছিলো। অন্যায় নকৰিলে দেউতাই কেতিয়াও আমাক খং কৰা কথা মনত নপৰে।

পঢ়া-শুনাৰ ক্ষেত্ৰত দেউতাই কেতিয়াও তেখেতৰ ইচ্ছা আমাৰ ওপৰত জাপি দিয়া নাছিল। আমি নিজে যি বিষয় লৈ পঢ়িবলৈ আগ্ৰহ কৰিছিলো তেখেতে তাত বাধা দিয়া নাছিল। দেউতাৰ বিজ্ঞানলৈ ধাউতি আছিল। মই প্ৰেচিডেন্সি কলেজত অঙ্কত অৰ্নাচ লৈ বি, এচ, চি পঢ়িবলৈ লোৱাত দেউতাই খুব ৰং পাইছিল। দেউতাই বি এছ চি পঢ়ি থকা অৱস্থাত ককাদেউতা ঢুকুৱাত, ফিজিক্স পঢ়িবলৈ খুউব ইচ্ছা থকা সত্ত্বেও দেউতাই বি এছ চি ৰ পাছত পঢ়া এৰিব লগীয়া হৈছিল। সেইবাবে মই এম এছ চিত ফিজিক্স পঢ়িবলৈ লোৱাত দেউতাই খুব আনন্দ পাইছিল।

সৰু থাকোঁতে ভাবিছিলো আমাৰ দেউতা আন সকলোৰে দেউতাৰ দৰেই। অলপ বুজিব পৰা হোৱাত বুজিছিলো, আমাৰ দেউতা সাধাৰণতকৈ বেলেগ। ইমান উদাৰ, ক্ষমাশীল আৰু নিঃস্বাৰ্থ মানুহ পৃথিবীত বেছি দেখা নাযায়।

বাহিৰা মানুহে দেউতাৰ অমায়িক, সৰু ডাঙৰ ভেদাভেদ নথকা স্বভাৱ দেখি আচৰিত হৈছিল। দেউতাই ধনী দুখীয়া, সৰু ডাঙৰ সকলোকে সমান চকুৰে চাইছিল।

দেউতাৰ মন শিশুৰ দৰে সৰল আছিল। ককায়েক তাৰাপ্ৰসাদ চলিহাৰ আগত দেউতাই চিগাৰেট নাখাইছিল। মোৰ মনত পৰে দেউতাই চিগাৰেট খাই থকা অৱস্থাত বৰদেউতা আহি ওলোৱাত দেউতাই পাঞ্জাবীৰ পকেটত জ্বলন্ত চিগাৰেট ভৰাই দিছিল। সেইদৰে দেউতাৰ কেইটা পাঞ্জাবীৰ পকেট যে পুৰিছিল তাৰ ঠিক নাই। আশি বছৰ বয়সত আমাৰ আইদেউতা ঢুকুৱাৰ দিনা দেউতাক সৰু ল'ৰাৰ দৰে অস্থিৰ হৈ কন্দা দেখিছিলো। আৰু এবাৰ দেউতাক কন্দা দেখিছিলো, মোৰ বিয়াৰ পাছত যি দিনা মই শ্বিলঙৰ পৰা মোৰ স্বামীৰ লগত মোৰ নতুন ঘৰলৈ যাত্ৰা কৰিছিলো।

১৯৩৬ / ৩৭ চনত খদ্দৰৰ কাপোৰ বোৰ খুব খহটা আছিল, আৰু ৰঙা, নীলা; বগা, এই তিনিটা ৰঙৰ কাপোৰহে পোৱা গৈছিল। তেতিয়া আমি ছোৱালীবোৰে খহটা খদ্দৰৰ ৰঙা স্কাৰ্ট, নীলা ব্লাউজ, আৰু ল'ৰাবোৰে নীলা পেণ্ট আৰু ৰঙা শ্বাৰ্ট পিন্ধি মহা আনন্দত আছিলো।

সাধাৰণ ভাবে সংসাৰী বুলিলে যি বুজায় আমাৰ দেউতা তেনে ধৰণৰ সংসাৰী মানুহ নাছিল। সংসাৰৰ খুটি নাটি বিষয়ত দেউতাৰ মনোযোগ নাছিল। কিন্তু কেতিয়াবা আমাৰ পিন্ধা কাপোৰ ফটা বা লেতেৰা হোৱাটো দেউতাৰ চকুত পৰিলে দেউতাই মনত বৰ দুখ পাইছিল। মোৰ মনত আছে, এদিন মই পিন্ধি থকা মেখেলা খনৰ ফটা পাতলিটো দেউতাৰ চকুত পৰাত দেউতাই কৈছিল, "এহ, তোৰ কাপোৰ-কানিবোৰ চোন ফাটিলে। মই ইমানতো চাবই পৰা নাই।" এই বুলি কৈ মোৰ হাতত ১০০ টকাৰ নোট এখন দি দেউতাই কৈছিল, " ভাল কাপোৰ কিনি লবি।" আমাৰ মাৰ ওপৰত দেউতাৰ অগাধ বিশ্বাস আছিল। ঘৰ,সংসাৰৰ সকলো দায়িত্ব দেউতাই মাৰ ওপৰত সঁপি দিছিল। সংসাৰৰ কোনো কামত দেউতাই হস্তক্ষেপ নকৰিছিল। দেউতাই আমাৰ মাক সকলো প্ৰকাৰ স্বাধীনতা দিছিল।

মোৰ মনত পৰে সৰু কালত কৰঙ্গাণী বাগিচাত থাকোঁতে ৰাতিপুৱা উঠি দেউতাই আমাক সূৰ্য্য নমস্কাৰ অভ্যাস কৰাইছিল আৰু গীতাৰ ২য় অধ্যায়ৰ শ্লোকবোৰ মুখস্থ কৰাইছিল ।

দেউতা প্ৰকৃত গান্ধীবাদী আছিল। দেউতাৰ কথা আৰু কামৰ মাজত পাৰ্থক্য নাছিল। সৰুকালত আমি যিমানদিন শিৱসাগৰৰ ঘৰত আছিলো ঘৰৰ আটাইবোৰ ল'ৰা-ছোৱালীয়ে খদ্দৰৰ পেণ্ট, শ্বাৰ্ট আৰু ফ্ৰক পিন্ধিছিলো।

অসমীয়া বুলি দেউতাৰ খুব গৰ্ব আছিল। দেশৰ আগৰণুৱা প্ৰদেশবোৰৰ দৰে অসমতো কেনেকৈ নানান উদ্যোগ গঢ়ি তুলিব পাৰি সেইটো দেউতাৰ ধ্যান জ্ঞান আছিল।

দেউতাৰ আদৰ্শ বহিৰ্ভূত নহলে দেউতাই আমাক, আমি কৰিব খোজা কোনো কামতে বাধা নিদিছিল যদিও ছোৱালীবোৰৰ পিন্ধা-উৰা বিষয়ত দেউতা খুব ষ্ট্ৰিক্ট আছিল। দেউতাই আমাক সদায় মেখেলা চাদৰ পিন্ধিবলৈ কৈছিল। আমি সেই সময়ত কলিকতাত থাকিও মেখেলা চাদৰ পিন্ধি স্কুল, কলেজলৈ গৈছিলো। মই বিয়াৰ পাছতহে শাৰী পিন্ধিছিলো। স্বাধীনতাৰ আগলৈকে স্বদেশী কাপোৰ, যেনে, খদ্দৰ, অসমীয়া পাট, মুগা, মুৰ্শীদাবাদ চিল্ক আৰু তাঁতত বোৱা কাপোৰৰ বাহিৰে বিদেশৰ পৰা আমদানী কৰা কাপোৰ দেউতাই আমাক পিন্ধিবলৈ নিদিছিল। সেইবাবে এতিয়াও ইমপ'ৰ্টেড কাপোৰ কিনিবলৈ বা পিন্ধিবলৈ গলে মনৰ কোনোবাখিনিত অলপ অস্বস্তি হয়। অসমলৈ অগাধ ভালপোৱা থকা সত্ত্বেও দেউতাই তেখেতৰ তিনিগৰাকী ল'ৰা-ছোৱালীয়ে অনা-অসমীয়া বিয়া কৰাবলৈ ওলোৱাত আপত্তি কৰা নাছিল। আমাৰ চলিহা পৰিয়ালৰ ভিতৰত ময়েই প্ৰথম অনা-অসমীয়া বিয়া কৰাইছিলো। সেইবাবে বেৰিষ্টাৰ, প্ৰয়াত তৰুণ কুমাৰ বসুৱে যেতিয়া মোক বিয়াৰ প্ৰস্তাৱ দিছিল, মই অন্তৰত বহুত ভীতি, দ্বিধা আৰু দ্বন্দ্ব লৈ দেউতাৰ অনুমতি লবৰ বাবে দেউতাৰ কাষ চাপিছিলো। দেউতাই স্বভাৱসুলভ গাম্ভীৰ্য্যৰে সৈতে মোক কৈছিল, "তুমি অসমীয়া ল'ৰা বিয়া কৰোৱা হলে মই সুখী হলো হেঁতেন; পিছে তুমি যেতিয়া বঙালী ল'ৰা বিয়া কৰাবৰ ইচ্ছা কৰিছা তাত মই বাধা নিদিওঁ। তোমালোক সুখী হোৱা এইটোৱেই মই বিচাৰো।" দেউতাৰ উদাৰতা দেখি সেইদিনা মই মুগ্ধ হৈছিলো আৰু দেউতাৰ সন্তানহোৱাৰ বাবে নিজকে ধন্য মানিছিলো।

আমাৰ দেউতা খুউব যন্ত্ৰ মনস্ক আছিল। পুৰণা গাড়ী নিজৰ হাতেৰে ভাল কৰি চলোৱাটো দেউতাৰ 'হবি' আছিল। মোৰ জ্ঞান হোৱাৰে পৰা আমাৰ ঘৰত, শিৱসাগৰ, বাগিচা, শ্বিলং বা কলিকতা য'তে নহওক লাগিলে, সদায় অন্ততঃ দুখন পুৰণা গাড়ী দেখি আহিছো। মাজে সময়ে তেনে গাড়ীৰ সংখ্যা পাঁচলৈকেও উঠিছিল। দেউতাই পুৰণা গাড়ী ভালপোৱা কথাটো অসমত আটায়ে জানিছিল। এসময়ত আমাৰ মহাদেউ ডঃ অমৃত হাজৰিকাৰ এখন গাড়ী আছিল (অষ্টিন) ; ৰংটো যিমানদূৰ মনত পৰে ৰঙা আছিল; দেউতাৰো একে মডেলৰ গাড়ী এখন আছিল; মহাদেউৰ গাড়ীখনৰ অতি দুৰৱস্থা হোৱাত বেচিবলৈ ওলোৱাত দেউতাই সেইখন কিনি ললে। মোৰ মনত আছে গাড়ীখনৰ বডিটোৰ অৱস্থা ইমান শোচনীয় আছিল যে দুৱাৰ কিখন ফিতাৰে বান্ধি থৈছিল। দেউতাৰ একে মডেলৰ গাড়ীখনৰ এক্সেলডাল দুৰ্বল হৈ যোৱাৰ বাহিৰে বোধকৰো গাড়ীখন চলমান অৱস্থাত আছিল। দেউতা সেইসময়ত শ্বিলঙৰ ৰিলবঙত অসম লোকসেৱা আয়োগৰ চেয়াৰমেনৰ কোৱাৰ্টাৰ্চত থাকিছিল। দেউতাক আল-পৈচান ধৰিবৰ বাবে এগৰাকী বুঢ়ী খাছিয়া আয়া আছিল। মোৰ ডাঙৰ ল'ৰাটি হোৱাৰ পাছত মই এমাহমান শ্বিলঙত দেউতাৰ লগত আছিলোগৈ। এদিন দুপৰীয়া দুটা মান বজালৈকে দেউতাই খাবলৈ অহা নাছিল। মই গৈ দেখো দেউতাই মাটিত শুই গাড়ীখনৰ তলত কিবা কৰি আছে। খাছিয়া আয়া গৰাকীয়ে ক'লে, "চাহাব, গাড়ীকা অন্দৰ ঘুচনেচে খানা পিনা ভুল যাতা।" পাছত দেউতাৰ পৰা জানিব পাৰিলো তেখেতে মহাদেউৰ গাড়ীখনৰ এক্সেলডাল খুলি নিজৰ খনত লগাইছিল। দুয়োখন গাড়ী একে মডেলৰ হোৱাৰ বাবে এখনৰ এক্সেল আনখনত লগাবলৈ অসুবিধা হোৱা নাছিল।

গাড়ী থকা মানুহে ক'ৰবালৈ যাবলৈ হ'লে গাড়ীত উঠি ষ্টাৰ্ট কৰি গাড়ীখন চলাই ওলাই যোৱাটোৱেই সাধাৰণ নিয়ম। কিন্তু আমাৰ বাবে সেইদৰে গাড়ীত উঠি ওলাই যোৱাটো ইমান সহজ নাছিল। দেউতাৰ পুৰণা গাড়ী ইমান সহজতে ষ্টাৰ্ট হ'ব নোখাজে; গাড়ীখনক তিনিটা ফেজত ষ্টাৰ্ট কৰা হয়। পোনতে চেল্‌ফ্ ষ্টাৰ্টাৰ দি ষ্টাৰ্ট কৰিবলৈ চেষ্টা কৰি বিফল হৈ হেণ্ডেল মাৰি চেষ্টা কৰা হয়; সেই চেষ্টাও বিফল হলে তৃতীয় ফেজত আমি গাড়ীত যাবৰ বাবে সাজি-কাচি ওলাই অহা আটাইবোৰ মানুহে পিছৰ পৰা ঠেলা মৰাৰ পিছতহে গাড়ীখনে শব্দ কৰিবলৈ মন স্থিৰ কৰে। দেউতাৰ গাড়ীৰ বাবে বাটত চকা ফুটা, মবিল শেষ হোৱা বা ৰেডিয়েটৰ লিক কৰা অঘটনবোৰ নিয়মিত ঘটনা আছিল। সৰহভাগ সময়তে যি কোনো অনুষ্ঠানৰ নিৰ্দিষ্ট সময়ৰ আধাঘন্টা মানৰ পাছতহে আমি গন্তব্যস্থল পাইছিলোগৈ। এইবোৰ ঘটনাৰ বাবে আমাৰ মা নাৰ্ভাছ হলেও দেউতা অলপো বিচলিত নহৈছিল।

ত্ৰিছৰ দশকত লংবৈ চাহবাগিচাৰ পৰা নিমন্ত্ৰণ খাই কৰঙ্গাণী বাগিচালৈ ফিৰাৰ বাটত আমাৰ গাড়ীখন বোকাত লাগি ধৰিছিল। গাড়ীত মা আৰু আমি তিনিটা সৰু সৰু ল'ৰা-ছোৱালী আছিলো। মোৰ ভাই ৰঞ্জিৎ চলিহাৰ বয়স তেতিয়া দুবছৰ মান হ'ব। দেউতাৰ লগত হেল্পিনেন হিচাবে বনুবা ল'ৰা এজন আছিল। চাৰিওফালে ঘোপমৰা আন্ধাৰ ! ৰাস্তাৰ দুইকাযে হাবিত বাঘৰ চকুবোৰ জ্বল জ্বলাই আছিল। মায়ে ল'ৰা-ছোৱালীবোৰ লৈ বিপদৰ কথা ভাবি ভয়তে দেউতাক কৈছিল, "এতিয়া কি হ'ব? বনৰীয়া হাতী বা বাঘ ওলালে ল'ৰা-ছোৱালীবোৰ লৈ কি কৰিম?" দেউতাই নিৰ্বিকাৰ ভাৱে উত্তৰ দিছিল, "ভয় কৰিবলৈ কি আছে! দৰজাৰ আইনা কিখন উঠাই দিয়া।"

যাদৱ প্ৰসাদ চলিহা

বাহিৰা কোনো কামত ভয় বোলা শব্দটো আমাৰ দেউতাৰ অভিধানত নাছিল। বাগিচাৰ হাবিতলীয়া বাটত দেউতাই কিমানবাৰ বনৰীয়া জন্তু-জানোৱাৰৰ সন্মুখীন হ'ব লগীয়া হৈছিল তাৰ লেখ নাই। ৰাতি ৰাতি গাড়ী চলাই বাগিচাৰ পৰা কিমানবাৰ শ্বিলঙলৈ গৈছিল তাৰো হিচাপ নাই। কিন্তু দেউতাৰ ল'ৰা-ছোৱালীহঁতৰ ভিতৰত কাৰোবাৰ অসুখ হ'লে বেমাৰীৰ কোঠালৈ দেউতা সোমাব নোৱাৰিছিল। বেমাৰীৰ কষ্ট দেউতাই সহ্য কৰিব নোৱাৰিছিল। কোঠাৰ বাহিৰৰ পৰা খা-খবৰ লৈছিল। দেউতাৰ ডায়াবেটিচ থকাৰ বাবে মাজে মাজে ইনচুলিন ইনজেক্‌চন লব লগীয়া হৈছিল। ইনজেক্‌চন লোৱাটো দেউতাৰ বাবে এটা ভয়ৰ কথা আছিল। ইনজেক্‌চনৰ চিৰিঞ্জটো হাতৰ ওচৰলৈ আনিলেই দেউতাই অইনফালে মুখ ফিৰাই চকু মুদিছিল।

দেউতা খুব Pragmatic আছিল। এবাৰ মোৰ এটা বিশেষ সমস্যাৰ কথা দেউতাক কব-লগীয়া হৈছিলো। মোৰ সেই অৱস্থাত সেই সমস্যাটোৰ কোনো প্ৰকাৰ সমাধানৰ বাট নাছিল। পৰিস্থিতিটো বিবেচনা কৰি দেউতাই কেৱল কৈছিল, You better get used to the situation। সেই মুহূৰ্ত্তত মই দেউতাৰ কথাষাৰৰ মূল্য বুজি পোৱা নাছিলো; কিন্তু পাছত দেউতাৰ সেই উপদেশফাকিয়ে মোৰ মনৰ Perspective-লৈ সম্পূৰ্ণ পৰিৱৰ্ত্তন আনিলে। এসময়ত যিটো মই অলঙঘনীয় সমস্যা বুলি ভাবি কষ্ট পাইছিলো পাছত সেইটোৱেই অতি সাধাৰণ কথা যেন লাগিছিল।

আমাৰ দেউতাই জবাকুসুম তেল ঘঁহিছিল আৰু দেউতাৰ মুখত সকলো সময়তে চিগাৰেট এটা থাকিছিল। দেউতাই আমাক এৰি যোৱা আজি বত্ৰিশ বছৰ হলহি, তথাপি দেউতাৰ কথা ভাবিলে এতিয়াও চিগাৰেটৰ গোন্ধৰ লগত জবাকুসুম তেলৰ গোন্ধৰ সমন্বয়ৰ এটা অতি পৰিচিত গোন্ধ ক'ৰবাৰ পৰা নাকত লাগেহি।



# বৰ দদাইদেউক যেনে দৰে জানিছিলো

জয়শ্ৰী চলিহা

পাহৰণিৰ আঁৰত বুৰ যোৱা, এৰি অহা দিন কেইটাৰ কথা শেৱালিজোপাৰ পাতৰ পৰা নিয়ৰৰ লগতে এটা দুটা শেৱালি ফুল সৰা চাই চাই পুৰণা কথা মনত পেলাব খুজিছো। আমি যেতিয়া সৰুতে ডিব্ৰুগড়ৰ ওচৰত তামোলবাৰী চাহবাগিচাত আছিলো, সেই সময়ত প্ৰথম অসমীয়া কথা ছবি জয়মতী দ্বিতীয় বাৰৰ বাবে আকৌ নতুনকৈ ঠিক কৰিবলৈ মন মেলাত দেউতা জ্যোতি প্ৰসাদ কলিকতাত যাদৱ প্ৰসাদ চলিহাদেৱৰ তাত থকাটো কৰিছিল। জয়মতী চিনেমাৰ গান বোৰ তেখেতৰ পৰিবাৰ শ্ৰীযুক্তা দেৱবালা চলিহা, জীয়ৰী ৰেখা, মীনাক্ষী হঁতে গাইছিল। তাৰ উপৰি স্বাধীনতা আন্দোলনৰ সময়তো মাজে মাজে লুকাই তেখেত সকলৰ ঘৰত আশ্ৰয় লৈছিল। সেই কাৰণে যাদৱ প্ৰসাদ চলিহাদেৱৰ বিষয়ে আমি সৰুতে প্ৰায়ে শুনিছিলো। তাৰ উপৰি দেউতালৈ দিয়া চিঠি তেখেতৰ গল্‌ফ ক্লাবৰ ঠিকনাতো আমি দিছিলো।

দেউতাৰ লগত বাগিচাৰ পৰাই এটা দেচুৱালী লগুৱা লৈ গৈছিল, সি তাত চলিহা ঘৰত বস্তু চুৰ কৰাৰ উপৰি বাগিচালৈ আহি দেউতাৰ ধোবাৰ কাপোৰ নিবলৈ পঠাইছে বুলি কাপোৰ আৰু দৰমহাৰ টকা লৈ পলাল। দেউতাই প্ৰায়ে তেখেতৰ কথা কৈ আছিল। তেখেত যে কিমান কৰ্ম্মপটু মানুহ! ল'ৰা-ছোৱালীৰ ভেদ ভাৱ নাৰাখি চাৰি জনী ছোৱালীক সকলো শিক্ষা দিয়াৰ উপৰি দূৰ ঠাইলৈ কাম কৰিবলৈ পঠাইছিল। তেখেতৰ এটা লোহাৰ মিল আছিল বুলি দেউতাৰ পৰাই শুনিছিলো, বিয়াৰ পাচত সেইটো দেখাৰ সৌভাগ্য হৈছিল। দেউতা ঢুকুৱাৰ পাছত আমি দেউতাৰ লগৰ মানুহ বিলাকক পাহৰি পেলাইছিলো। এবাৰ গৰমৰ বন্ধত তেজপুৰলৈ আহোঁতে শিলঘাটত, ফেৰীত তেখেতক লগ পাইছিলো। গহীন-গম্ভীৰ, শকত-আৱত মানুহ জন দেখিলেই শ্ৰদ্ধা ওপজে।

বিয়াৰ পাছত তেখেতক ঘৰুৱা ভাৱে লগ পোৱাৰ সৌভাগ্য হৈছিল। শ্বিলঙত চৰকাৰী কামৰ কাৰণে থকা সময়ত তেখেতৰ পৰিবাৰ খুৰীদেউ দেৱবালা চলিহাই বাগিচাৰ দায়িত্ব লৈ সুকলমে বাগিচা পৰিচালনা কৰিছিল, সেই সময়ত তেখেত বাগিচালৈ আহিলেই শিৱসাগৰলৈ সঘনে অহা যোৱা কৰাত আমি লগ পোৱাৰ সুযোগ পাইছিলো। ঘৰত ভতিজা ভাগিনৰ শুভ বিবাহৰ সময়ত তেখেতে যোগ দি আনন্দ লভিছিল। তাৰ উপৰি ঘৰত বাৰ্ষিক ভাৱে পতা দুৰ্গা উৎসৱত পৰিয়ালৰ সকলোৱে লগ হৈ বিজয়া দশমীৰ দিনা গোসাঁনী উটুৱা চাবলৈ নাৱত গৈছিলো। পিছলৈ আমি তলাতল ঘৰলৈ গৈ সকলোৱে খেল-ধেমালি কৰি চাহ-জলপান খাই গধূলাৰ প্ৰাৰ্থনা কৰি উভতি আহিছিলো। মামা-হঁতৰ (প্ৰফুল্ল বৰুৱা, ফুনুবৰুৱা) ঘৰতো এবাৰ দুৰ্গোৎসৱৰ সময়ত বৰদদাইদেউ-খুৰীদেউ হঁতৰ লগত খিচিৰী মাছ ভজা খোৱা মনত পৰে। পূজাৰ ভিতৰত মামাহঁতৰ ঘৰে-ঘৰুৱাহে আনকি শ্বিলঙৰ জোঁৱাইদেউ আৰু আমাৰ গোটেই ঘৰ খন কৰঙ্গাণী বাগিচালৈ দুপৰীয়া ভাত খাবলৈ ছখন মান গাড়ীৰে গৈছিলো। বৰদদাইদেৱে খুব আগ্ৰহ কৰি বাগিচা, কল ঘৰ আদি দেখুৱাইছিল। সৰুবোৰে বাগিচাৰ পুখুৰীত মাছ মাৰি থকা মনত পৰিছে। অহাৰ আগতে নাচ, গান, কবিতা আবৃত্তি আদি কৰা হৈছিল। আমি আটাইখনে বাগিচাৰ চিনেমা হলত চিনেমা চাই মাজ ৰাতি উভতি শিৱসাগৰ

পাইছিলোহি। বৰদদাইদেউৰ এটা অভ্যাস, তেখেত দিনটো কাম কৰি ৰাতি ৰাতি গৈ ভাল পাইছিল। আমি ভাত-পানী খাই শুবলৈ লওঁ, দদাইদেউ শ্বিলঙলৈ যাবলৈ আহে, হাত দুখন ক'লা মবিল লগা— গাড়ী বেয়া হৈছিল চাগৈ। তেখেতৰ পুৰণা গাড়ীত বৰ চখ আছিল। সদায় নিজে ভাল কৰি গাড়ী বোৰ ঠিক-ঠাক কৰি লৈছিল। এবাৰ গাড়ী বেয়া হওঁতে গাঁৱত এঘৰ মানুহৰ তাত চিৰা-দৈ খাবলৈ পাইছিল। সেই যাৰ কথাযে কিমান বাৰ ক'লে, বিয়াৰ পাচত কলিকতালৈ যাওঁতে মোক বহুত ঠাই, দোকান-পোহাৰ, দেখুৱাবলৈ লৈ গৈছিল। আমেৰিকালৈ গৈ বৰ জীয়েকৰ তাত ফুৰি আহোঁতে আমালৈ প্ৰত্যেকলৈ ধুনীয়া ধুনীয়া উপহাৰ আনিছিল। আমেৰিকাৰ পৰা লখিমী বাইদেউ ভিনদেউ আহোঁতে শিবসাগৰৰ ঘাই ঘৰ খনতে তেখেতৰ বন্ধু-বান্ধৱ সকলোকে ভোজ খুৱাইছিল। হিন্দু মুছলমান খৃষ্টান সকলো ধৰণৰ মানুহ তেখেতৰ লগৰীয়া আছিল। দুখীয়াৰ প্ৰতি বৰ দয়ালু আছিল। বহুত ল'ৰা ছোৱালীক বহুত কাম শিকিবলৈ সহায় কৰিছিল। আমেৰিকাত লখিমী বাইদেউৰ ঘৰত জ্বৰ হওঁতে লৰা লৰিকৈ অসমলৈ ঘূৰি আহিছিল। এবাৰ আমি নাৱেৰে দক্ষিণপাট সত্ৰলৈ সিধা এটা দিবলৈ গৈছিলো। তেতিয়া চলিহা পৰিয়ালৰ সকলো মিতিৰ-কুটুম তাত গোট খাইছিল। এটা ডাঙৰ তম্বুৰ ভিতৰত ধান খেৰ পাৰি দিছিল, তাতে আমি সকলো বোৰ শুইছিলো। তাতে বৰদদাইদেউৰ বৰ কঁপি কঁপি জ্বৰ উঠিছিল। তাৰ পাচৰ পৰাই গাটো ভাল নথকা হ'ল। ডায়েবেটিচ বেছি হোৱাত লাহে লাহে গাটো বেয়া হ'বলৈ ধৰিলে। ১৯৬৪ চনত ডিব্ৰুগড়ৰ মেডিকেল কলেজত তেখেত ঢুকায়। শিৱসাগৰতে শেষ কৃত্য কৰিলে। এমাহ আমি সকলোৱে ব্ৰত খাটিছিলো। গোটেই পৰিয়ালৰ মানুহখিনি শিৱসাগৰৰ ঘাই ঘৰতে গোট খাই আছিলো। এই জনা মহান পুৰুষৰ কৰ্ম্ম পটুতা, সততা, সৰলতাই চলিহা পৰিয়ালৰ সকলোকে অনু প্ৰেৰণা যোগাই আহিছে আৰু আহিব।



# যাদৱ প্ৰসাদ চলিহা মানুহজন

## ভৰত চন্দ্ৰ গগৈ

যাদৱ প্ৰসাদ চলিহা দেৱৰ বিষয়ে লিখিবলৈ হ'লে ১৯২১ চনলৈ যাব লাগিব। এই চনতেই মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ আন্দোলন হৈছিল। এই আন্দোলনত ভাৰতৰ বিভিন্ন প্ৰান্তৰ তুলনাত অসম তথা শিৱসাগৰ মহকুমা তথা শিৱসাগৰ নগৰ পিচ পৰি থকা নাছিল।

দেশত যে কিবা এটা হৈছে আমি ছাত্ৰ সকলেও অনুভৱ কৰিছিলো। কাৰণ ব'ৰ্ডিং খেল পথাৰত আৰু আগৰ মাদ্ৰাছা স্কুলৰ কাষৰ মুকলি ঠাইত বিলাতী কাপোৰ জ্বলাই দিয়া দেখিছিলো। এনেবিলাক কামত আমাতকৈ বয়সত ডাঙৰ সকলে আগ ভাগ লৈছিল। সেই সময়ত মোৰ ককাইদেউ ভুৱন চন্দ্ৰ গগৈয়েও অংশ গ্ৰহণ কৰিছিল। ককাইদেউৰ বাবেই বহুজনক দেখিছিলো। যাদৱ প্ৰসাদ চলিহাকো তেতিয়া দেখিছিলো। অৱশ্যে তেখেত সকলৰ নামবোৰ ভালকৈ জনা নাছিলো। কাৰণ কোনোবাক মাখন উকিল বুলি কৈছিল। পিচতহে গম পালো যে লক্ষ্মী কান্ত বৰুৱাই মাখন উকিল। মোৰ মনত পৰা মতে এই আন্দোলন শিৱসাগৰ নগৰতে আবদ্ধ হৈ থকা নাছিল। ইয়াৰ প্ৰভাৱ হাঁহচৰা (শিৱসাগৰ), কালুগাঁও অঞ্চল, চাৰিং, জাঁজী আৰু নাজিৰা অঞ্চলতো বিশেষকৈ দেখা গৈছিল। যাদৱ প্ৰসাদ চলিহাই বনমালী চাহ বাগিচাৰো কাম চোৱা-চিতা কৰিছিল। এখেতে কৰঙ্গাণী নামৰ এখন চাহ বাগিচাও চলাইছিল। কলিকতাৰ টালিগঞ্জত এটা লোহা কাৰখানাও খুলিছিল।

যাদৱ প্ৰসাদ চলিহাৰ বয়সৰ তুলনাত আমি তেনেই সৰু। ১৯২১ চনত ১১/১২ বছৰীয়া ল'ৰা। ১৯৩৩/৩৪ চন মানতহে তেখেতৰ লগত যোগাযোগ হৈছিল। মনত থকা দুই এটা কথা বিশেষকৈ উল্লেখ কৰিলো। চনটো মনত নাই। আমাৰ ককাইদেউ ভুৱনচন্দ্ৰ গগৈ আৰু যাদৱ প্ৰসাদ চলিহা দুয়ো বন্ধু। ১৯৩৭ চনত অসম ব্যৱস্থাপক সভাৰ সদস্য পদৰ কাৰণে ভুৱন গগৈক শিৱসাগৰ পশ্চিম আৰু যাদৱ চলিহাক শিৱসাগৰ পুবত কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰা হৈছিল। এই নিৰ্বাচনত দুয়ো জনেই জয় যুক্ত হৈছিল। সেই দিনত আজিৰ দৰে ১৮ বছৰৰ লোকে ভোট দিব নোৱাৰিছিল আৰু যান-বাহনৰো আজিৰ দৰে সুবিধা নাছিল। চাইকেলতহে ভোটাৰৰ ওচৰলৈ যাব লগা হৈছিল, আৰু ভোটকেন্দ্ৰও আজিৰদৰে ইমান ওচৰত নাছিল। এদিন চলিহাদেৱে আমাৰ ককাইদেউৰ হাঁহচৰা মৌজাত প্ৰচাৰ কামত যোৱাৰ সিদ্ধান্ত হ'ল আৰু আমাৰ হাঁহচৰা মৌজাৰ চেটিয়া গাঁৱৰ ঘৰত ভাত খাব। হাঁহ মাৰি ভাতৰ যোগাৰ হ'ল। সেই সময়ৰ চলিত প্ৰথা মতে চলিহাদেৱক বান কাঁহী আৰু বান বাটিত খাবলৈ দিয়া হ'ল। লগতে কাঁহৰ চৰিয়া আৰু নতুন গামোচাৰে লোটাত পানী দিয়া হ'ল। দুয়ো খালে। খাই উঠাৰ পিচত চলিহাদেৱে কাঁহী বাটি ধুবলৈ ওলাল। মোৰ আইতাই কাঁহী বাটি নিবলৈ নিদিলে। তেতিয়া চলিহাদেৱে ক'লে, আইতা, আপুনি মোৰ মাতৃৰ লগৰ, গতিকে আপুনি মই খোৱা কাঁহী বাটি ধুব নালাগে। তেতিয়া আমাৰ আইতাই ক'লে, তুমি মোৰ ঘৰত আলহী। আলহী ভগৱানৰ তুল্য, গতিকে তুমি এই কাম কৰিব নোৱাৰা। ইয়াৰ পিচত যাদৱ প্ৰসাদ চলিহা দেৱে কাঁহী-বাটি ধোৱাৰ ইচ্ছাটো এৰিলে।

চনটো মনত নাই। এবাৰ ভুৱন চন্দ্ৰ গগৈয়ে আসাম পলিটেকনিক ৰেছিডেন্ছিয়েল ইনষ্টিটিউচন, যিখন তেখেতে ১৯১৯ চনত প্ৰথমে পাটসাঁকোত প্ৰতিষ্ঠা কৰি শিৱসাগৰলৈ ১৯২৭ চনত আনে, যিখনক আজি জন সাধাৰণে টেকনিকেল স্কুল বুলি কয়, সেই স্কুলৰ কাৰণে চান্দা সংগ্ৰহ কৰিবলৈ

পঠোৱাত চলিহাদেৱৰ মটৰ গাড়ীতে যোৰহাটলৈ গ'লো। তেখেতে নিজে চলাই নিয়া মটৰ গাড়ীখন বাটত বেয়া হ'ল। তেখেতে নিজেই ভাল কৰিলে। মই তেখেতক প্ৰশ্ন কৰিলো, বেয়া গাড়ীখন কিয় চলাইছে? তেখেতে ক'লে এনেকুৱা গাড়ীহে ভাল, কাৰণ ইয়াৰ পৰা বহুত শিকিব পাৰি।

চন মনত নাই। মোৰ ককাইদেউ ভুবন চন্দ্ৰ গগৈয়ে মোক কলিকতালৈ স্কুলৰ দান আনিবৰ কাৰণে পঠায়। প্ৰথমে গুৱাহাটীৰ গোপী নাথ বৰদলৈৰ ওচৰলৈ পঠালে। গুৱাহাটী পাই তেখেতৰ ঘৰলৈ গলো। তেখেতে কলিকতাৰ প্ৰভুদয়াল হিমৎসিংকালৈ এখন চিঠি দি মোক কলিকতাৰ টালিগঞ্জত থকা যাদৱ চলিহাক লগ ধৰিবলৈ ক'লে। কিন্তু বৰদলৈদেৱৰ ঘৰত যিকণ সময় আছিলো, তাত দেখিলো দুজন কাৰ্বি-তিৱা মানুহ আগফালে বেঞ্চত বহি আছে। বৰদলৈ দেৱে একে বেঞ্চতে বহি মানুহ দুজনক সুধিলে, 'হেৰা হাতী কেইটা ভালে আছেনে?' সিহঁতে উত্তৰ দিলে 'দেউতা ভালে আছে।' ককাইদেৱে কোৱা অনুসৰি ৰেলত আহি শিয়ালদহ ষ্টেচনত নামি তেতিয়াৰ "অসম মেছ"--লৈ আহিলো। ৰাতি থাকি অসমৰ ছাত্ৰ সকলৰ লগত আলোচনা কৰি খোজ কাঢ়ি টালিগঞ্জত থকা যাদৱ চলিহা দেৱৰ ঘৰ পালোহি। সেই সময়ত ৰাস্তাত কোনো বাছ আদি দেখা নাপালো। চলিহা দেৱে সুধিলে, 'তুমি কেনেকৈ মোৰ ঘৰ পালাহি'। মই উত্তৰ দিলো, 'অসম মেছত' যোৰহাটৰ অপূৰ্ব ৰাজকুমাৰক লগ পালো। তেওঁ ৰাস্তাটোৰ এখন মেপ আঁকি দিলে আৰু সেই মতেই যান-বাহন নিয়ন্ত্ৰণত থকা চিপাহীক সুধি সুধি আপোনাৰ ঘৰ পালোহি। ৰাস্তা কিছু দূৰ আছিল। তেখেতে সুধিলে ভাগৰ লগা নাইনে? মই কলো 'নাই লগা'। তেনেহ'লে চাহ খাই হিমৎসিংকাৰ ওচৰলৈ যোৱা আৰু যি বাটে দি আহিছা, সেই বাটে দিয়েই "অসম মেছলৈ " গৈ ৰেল ধৰি শিৱসাগৰলৈ যাবা গৈ। এই বুলি কৈ তেখেতে হিমৎসিংকালৈ এখন চিঠি দিলে। তেখেতক মাত লগাই হিমৎসিংকাৰ ঘৰলৈ আহিলো। তেখেতে স্কুলৰ কাৰণে একহেজাৰ টকাৰ চেক এখন দিলে। চেক লৈ মেছলৈ আহি ভাত খাই ৰেলত উঠি শিবসাগৰলৈ উভতিলো।

যাদব চলিহাদেব অসম পাব্লিক চাৰ্ভিচ কমিশ্বনৰ বোধ কৰো একে লেথাৰিয়ে দুবাৰ চেয়াৰমেন পদত আছিল। সেই সময়ত তেখেতৰ ভাতৃ বিমলা প্ৰসাদ চলিহা অসমৰ মুখ্যমন্ত্ৰী হৈ আছিল। মই বিমলাক সুধিলো, [illegible] চলিহাক লগ কৰিব নোৱাৰিনে। বিমলা চলিহাই উত্তৰ দিলে যে তেখেতে কোনো মন্ত্ৰী বিধায়কক লগ নিদিয়ে, কাৰণ চাকৰিৰ কথা উলিয়াব পাৰে। কিন্তু তেখেত এই বিষয়ত সম্পূৰ্ণ নিৰপেক্ষ। কোনোবা এদিন, শ্বিলঙত, বিমলা প্ৰসাদ চলিহা মুখ্যমন্ত্ৰী হৈ থকা দিনত সেই সময়ৰ টিংখাং নে নাহৰকটীয়া সমষ্টিৰ কংগ্ৰেছ বিধায়ক যোগকান্ত বৰুৱাই (তেখেতৰ পুতেকক পাব্লিক চাৰ্ভিচ কমিশ্বনে পুলিচৰ ডেপুটি চুপাৰইনটেনডেন্ট চাকৰিত মনোনয়ন দিছিল।) কৰা এটা অনুৰোধৰ উত্তৰত বিমলা চলিহাই ক'লে, 'চাওক বৰুৱা পাব্লিক চাৰ্ভিচ কমিশ্বনে যি শ্ৰেণীৰ বাবে মনোনয়ন দিছে, মই তাক সংশোধিত কৰিলে P.S.C. ৰ বদনাম অনা হ'ব। সেই কাৰণে পুলিচৰ চাকৰিটো গ্ৰহণ কৰক। ইয়াত ঘৰ, গাড়ী, পাব আৰু পাঁচ বছৰৰ পিছত প্ৰমোচন হ'ব।' এইদৰে মুখ্যমন্ত্ৰীয়ে কোনো হস্তক্ষেপ নকৰি পাব্লিক চাৰ্ভিচ কমিশ্বন আৰু তাৰ চেয়াৰমেন, ককায়েক যাদৱ প্ৰসাদৰ, নিৰপেক্ষতা অটুট ৰাখিলে।

১৯২১ চনত শিৱসাগৰ নগৰত আজিৰ দৰে ঘন বসতি নাছিল। বৰ্ত্তমানৰ ৭,৮,৯, নং ৱাৰ্ডৰ লোক-সকলেই কংগ্ৰেছৰ কাৰণে সকলো ধৰণৰ সহায় সহযোগিতাৰ উপৰি বহুজনে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। সেই সকলৰ ভিতৰত লক্ষ্মী কান্ত বৰুৱা (মাখন উকিল), বিমলাকান্ত বৰুৱা, পদ্মধৰ চলিহা, সহজানন্দ ভড়ালী, শিৱ প্ৰসাদ বৰুৱা, ভুবন চন্দ্ৰ গগৈ, আনন্দ চন্দ্ৰ বেজবৰুৱা, তাৰিণী প্ৰসাদ বৰুৱা, যাদৱ চন্দ্ৰ চলিহা, যজ্ঞেশ্বৰ দলৈৰ নাম মনত আছে। ইয়াৰ উপৰি কুলধৰ চলিহাকে ধৰি তেখেতৰ

ছাত্ৰ অৱস্থাত থকা সকলোকে ধৰি আটাইকেইজন ভায়েকেও সহযোগ কৰিছিল। যাদৱ প্ৰসাদ চলিহাৰ তিনিও জন ককায়েক ভায়েকে সমৰ্থন আগবঢ়াইছিল। ১৯২১ চনৰ আন্দোলনকাৰী সকলৰ ভিতৰৰ ভুৱন চন্দ্ৰ গগৈদেৱক যদিও পুলিচৰ চাকৰি দিছিল, সেই চাকৰি গ্ৰহণ নকৰি তেখেত ৰাইজৰ সেৱাত ব্ৰতী হ'ল। ১৯১৭-১৯ চনত শিৱসাগৰ মহকুমাৰ বকতা অঞ্চল শিক্ষাত বৰ পিচ পৰা অঞ্চল। বিশেষকৈ শিক্ষাৰ ক্ষেএত সেই অঞ্চলৰ ৰাইজক শিক্ষিত কৰিবৰ কাৰণে এখন মাইনৰ স্কুল আৰম্ভ কৰিলে। সেই স্কুলৰ কাৰণে কহাৰ গাঁৱৰ মিনাৰাম গাঁও বুঢ়াই এডোখৰ মাটি দিয়ে আৰু ৰাইজৰ সহায়ত ঘৰ-দুৱাৰ সাজি দিয়াত স্কুল আৰম্ভ হ'ল।

এই স্কুলখন বকতাৰ পৰা আহি শিৱসাগৰ নগৰ পালেহি। শিৱসাগৰত ছাত্ৰ থাকিবৰ কাৰণে ব'ৰ্ডিং সজা হ'ল। শিৱসাগৰৰ বাদেও ডিব্ৰুগড়, গোৱালপাৰাৰ ছাত্ৰও ব'ৰ্ডিঙত থাকি পঢ়াৰ সুযোগ গ্ৰহণ কৰিছিল। কোনো কোনো ছাত্ৰক বিনামূলীয়াকৈ পঢ়োৱাৰ উপৰি খুৱাব লগা হৈছিল।



# আপোন ভোলা জগন্নাথ

শুভা বৰবৰা

প্ৰাচীন অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ চানেকিৰে খাদী ধুতী আৰু খাদী পাঞ্জাবি পৰিহিত হাস্যমধুৰ মুখাবয়বেৰে যি প্ৰশান্ত এক পুৰুষৰ ছবি মোৰ মানস পটত আজিও ভাঁহি উঠে, সেয়া আছিল আমাৰ মাজুমামা যাদৱ প্ৰসাদ চলিহাদেৱ।

মাৰ বিয়াৰ কেইমাহ মান পাচতে মাত্ৰ তেৰন্ন (৫৩) বছৰ বয়সতে ককাদেউতা স্বৰ্গী হয়। আৰু কেৱল সোতৰ বছৰ বয়সতে মাজুমামাই ককাদেউতাৰ এই বিৰাট সংসাৰৰ ভাৰ কান্ধ পাতি ল'ব লগাত পৰে। কিয়নো, সেই সময়ত (১৯১৪ চনৰ এপ্ৰিল মাহত) বৰমামা তাৰা প্ৰসাদ চলিহাই ইংলেণ্ডত বেৰিষ্টাৰী পঢ়ি আছিল। ককাদেউতাই কেৱল দুগৰাকী কন্যাকহে বিয়া দি গৈছিল, বাকী তিনি গৰাকী ভনীয়েক আৰু দুয়োজন ভায়েক যথেষ্ট সৰু হৈ আছিল। একেবাৰে সৰু জন বিমলী মামাৰ মাত্ৰ দুবছৰহে বয়স তেতিয়া। পাছত বৰমামাই বেৰিষ্টাৰী পাছ কৰি অহাত মাজুমামাই কলিকতাৰ Presidency College অত B.Sc ত admission লৈ পঢ়েগৈ।

মাজুমামাৰ Presidency College অৰ সহপাঠী সকল আছিল পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ দেৱ, লোকবন্ধু ডাক্তৰ ভুবনেশ্বৰ বৰুৱাদেৱ আৰু ভাৰত গৌৰৱ আজাদ হিন্দ ফৌজৰ নায়ক সুভাষ চন্দ্ৰ বসু আদি। সৰুৰে পৰা মাজুমামাৰ অঙ্ক শাস্ত্ৰ আৰু কাৰিকৰী বিদ্যাৰ প্ৰতি প্ৰবল ধাউতি আছিল। সেয়ে উচ্চ শিক্ষাৰ বাবে বিলাতলৈ গৈ অধ্যয়ন কৰাৰ কথাও চিন্তা কৰিছিল, কিন্তু প্ৰথম মহা সমৰ লগাত আৰু পৰিয়ালৰ নানা অসুবিধাত তেওঁ পাছ কৰাৰ পাছত ব্যৱসায়তে লাগিব লগীয়া হ'ল। উচ্চ শিক্ষা লোৱা নহ'লগৈ। তথাপি ইঞ্জিনীয়াৰিং বিদ্যাত তেওঁৰ যথেষ্ট ব্যুৎপত্তি আছিল। শেষলৈকে পুৰণা ইঞ্জিন, পুৰণি গাড়ী কিনি ভাল কৰি চলাব পাৰিলে যেন তেওঁ নতুন সৃষ্টিৰ আনন্দ লাভ কৰিব পাৰিছিল। মাজুমামা আমাৰ মাৰ ঠিক ওপৰৰে, মাত্ৰ তিনিবছৰৰ ডাঙৰ আছিল। গতিকে দুয়ো কান-সমনীয়া হোৱাত বন্ধুত্বও বেছ আছিল। ৰঙিয়াল প্ৰকৃতিৰ দুইজনে কথাৰ মহলা মাৰি আনন্দৰ বহঘৰা মেলি হাঁহি স্ফূৰ্ত্তি কৰি লগতে আমাকো ভাগ দিয়াত সৰুতে আমি মামা হঁত আহিলে খুব ভাল পাইছিলো। কেউজন মামা দেখাত গহীন হলেও খুব ফুচুৰি আৰু মৰমিয়াল আছিল। বৰমামাক অলপ দূৰে দূৰে দেখিছিলো, কিন্তু মাজুমামা, সৰুমামা, বিমলী মামা, পুতলি মাহীদেও, মা, দেউতা সকলো মিলি যেতিয়া কথাৰ মহলা মাৰে, লগতে হাঁহিৰ থুন পাক উঠে সেই আনন্দৰ মেলা আমাৰ বৰ প্ৰিয় আছিল। সেই বিয়লি বেলাৰ আনন্দৰ জোৱাৰৰ যি ৰিণি ৰিণি শব্দ ভাবিলে আজিও মোৰ কাণত বাজি উঠে। পিছত ডাঙৰ হৈ মই ভাবি পাওঁ যে মা, মাজুমামাহঁতে জীৱনৰ প্ৰতিটো স্তৰতে আনন্দৰ উৎস বিচাৰি পাইছিল, কিয়নো তেওঁলোকে জীৱনটো উপভোগ কৰিব জানিছিল। প্ৰতিটো বস্তুতে গুণাগুণ বিচাৰ কৰি চালি জাৰি চাই লব পাৰিছিল। With interest জীৱনক সামৰি লৈছিল। সেয়ে সেই চাম মানুহৰ জীৱনো সাৰ্থক হৈছিল।

২য় মহাযুদ্ধৰ সময়ত জাপানী বোমাৰ ভয়ত যোৰহাটৰ মানুহ বোৰ চহৰ এৰি পলাইছিল। আমিও প্ৰায় সকলো মানুহ গুচি যোৱাত প্ৰথমে শিৱসাগৰৰ মেলাচকৰৰ ঘৰত পোন্ধৰ বিছ দিনমান আছিলোগৈ। দেউতা সীতা নাথ বৰবৰা প্ৰথমে যোৰহাটত আছিল। ডাঙৰ ককাইদেউ দুজনৰ লগত। পিছত কিন্তু আমি সকলো বোৰ মাজুমামাৰ 'কৰঙ্গাণী' বাগানত গৈ দুই তিনি মাহমান আছিলোগৈ। ওচৰা উচৰি দুটা বঙলাত মাজুমামাৰ পৰিয়াল আৰু আমাৰ পৰিয়াল আছিলো। সেই সময়ত

মাজুমামাক ওচৰৰ পৰা দেখাৰ সুযোগ পাইছিলো। পুৱা শুই উঠি হাতমুখ ধুই মাজুমামাই ল'ৰা-ছোৱালী, মামীদেউৰ লগতে আমাকো লৈ বাগানৰ বঙলাৰ পৰ্টিক'ত সূৰ্য্য প্ৰণাম কৰাইছিল। দহোটা ব্যায়াম কৰাৰ পাচত চাহ-জলপান খাই সকলোৱে নিজ নিজ কামত লাগি যায়। পঢ়াৰ শেষত ল'ৰা-ছোৱালী বোৰ, গৃহিণী ঘৰৰ কামত দিহা দিয়াত আৰু মাজুমামাই গামবুটযোৰ পিন্ধি সৰু কলম কটাৰি এখন লৈ বাগানৰ কাম চাবলৈ ওলোৱা দৃশ্য মোৰ আজিও মনত পৰে।

বাগানৰ কৰ্ম্মচাৰী, বনুৱা সকলেও মাজুমামাক খুব ভাল পাইছিল, শ্ৰদ্ধা ভক্তি কৰিছিল। মাজুমামা বৰ practical মানুহ আছিল। "উপদেশতকৈ আৰ্হি ভাল" এই কথাষাৰ তেওঁ আখৰে আখৰে পালন কৰিছিল। কৰ্ম্মচাৰী, বনুৱা সকলোৰে খা-খবৰ লোৱাটো তেওঁৰ কৰ্ত্তব্যৰ ভিতৰত আছিল আৰু পিছত তেওঁৰ পত্নী মাজুমাইদেও দেৱবালা চলিহাইও সেই একেদৰেই বাগান চোৱা-চিতা কৰিছিল। নিয়মানুবৰ্ত্তিতা মাজুমামাই নিজেও ভালদৰে মানি চলিছিল আৰু ল'ৰা-ছোৱালী, কৰ্ম্মচাৰী সকলকো নিয়মানুবৰ্ত্তী হ'বলৈ অনুপ্ৰাণিত কৰিছিল। দুপৰীয়াৰ আহাৰৰ পিছত কিছু সময় জিৰণি লৈ সকলোৱে ডাঙৰে ডাঙৰৰ ভাগে আৰু সৰু বোৰে সৰুৰ ভাগে খেলাধূলা, ফুৰাচকা কৰিছিলো। কিন্তু সন্ধ্যা সকলোবিলাক আকৌ বঙলাৰ পৰ্টিক'ত গোট খাই প্ৰাৰ্থনা কৰিছিলো। পোন্ধৰ বিছ মিনিট কীৰ্তন ভজন কৰাৰ পাছত গানৰ আসৰ বহিছিল। আমাৰ দুয়োটা পৰিয়ালৰ সকলোৱে কিবা নহয় কিবা বাজনা, চেতাৰ, এস্ৰাজ, বেহালা, মেন্দোলিন, বাঁহী, হাৰমনিয়াম আদি বজাই গান গাই সঙ্গীতৰ চৰ্চ্চা কৰাটো প্ৰায় সদায়ে হৈছিল। তাৰ মাজত এবাৰ আমাৰ দুয়োঘৰৰ আৰু বাবুলাইনৰ কিছু ল'ৰা-ছোৱালী গোট খাই কোৰাচ, আবৃত্তি আদিৰ লগতে দুখন নাটক একলব্য আৰু শকুন্তলা মঞ্চস্থ কৰিছিলো। ওচৰৰ প্ৰায় ৭/৮ খন বাগানৰ মানুহক নিমন্ত্ৰণ কৰি বিৰাট ৰভা সাজি মঞ্চস্থ কৰা এই দুয়োখন নাটকেই যথেষ্ট সুন্দৰ হৈছিল আৰু দৰ্শকৰ প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল। এই সকলোৰে গুৰিতে আছিল কিন্তু মাজুমামা, তেওঁৰ নিৰ্দ্দেশতে ডাঙৰ ৰভা সাজি ধুনীয়া ষ্টেজ কৰি ল'ৰা-ছোৱালীক উৎসাহ দিয়াত মাজুমামা অগ্ৰণী আছিল।

প্ৰতিটো কামতে নিজক গভীৰ ভাৱে নিমজ্জিত কৰি নিখুঁত ভাৱে কাম কৰাত তেখেত পাকৈত আছিল। সেয়েহে দেশৰ কামত, কংগ্ৰেছৰ কামত বা পিছত অসম পাব্লিক চাৰ্ভিছ কমিশ্বনৰ চেয়াৰমেনৰ গধুৰ দায়িত্ব বহন কৰাৰ লগতে সময় উলিয়াই চাহবাগানৰ কামতো দিহা-পৰামৰ্শ দি সহায় কৰিব পাৰিছিল। ইমান কৰ্ম্মযোগী মানুহজন কিন্তু বৰ আপোন ভোলা স্বভাৱৰ আছিল।

মোৰ এতিয়া মনত পৰে, ১৯৫০ কি ৫১ চন মান হ'ব। মাজুমামা এদিন আমাৰ যোৰহাটৰ ঘৰলৈ আহিছে। Plane অৰ টিকেট কৰা আছে, কলিকতালৈ যাব লাগে। ভাত পানী খোৱাৰ পাছত মই দেখিছো মাজুমামাই নিজৰ চুটকেচ টোৰ গোটেই বস্তু বোৰ কাপোৰ-কানি ওপৰ তল কৰি কিবা এটা বিচৰাত ব্যস্ত। বস্তুটো বিচাৰি ইমান ব্যস্ত যে বস্তুটোনো কি, কবলৈকো সময় নাই। মই দেখি লাহেকৈ সুধিলো, মাজুমামা কি বিচাৰিছেনো? মাজুমামাৰ মুখত চিগাৰেট সদায় থাকেই। তেওঁ কৈছে বোলে "হেৰিটো"। এই হেৰিটো নো কি, ময়ো বিপাঙত পৰিছো। এতিয়া হেৰিটো নাপালে Plane খনো মিছ কৰিব। গতিকে এবাৰ সুধিলো বোলো "হেৰিটো নো কি মাজুমামা?" মাজুমামাই ক'লে বোলে "এ হেৰি মানে মোৰ Wrist watch টো"। মই চাই দেখোঁ যে তেওঁ নিজৰ হাততে Wrist Watch পিন্ধি আছে আৰু তাকে বিচাৰি গোটেই লন্ড ভন্ড খন। মোৰ হাঁহি উঠি গ'ল, হাঁহি কলো, "মাজুমামা সেয়া দেখোন আপোনাৰ হাততে পিন্ধি আছে", মাজুমামাই হাত খন চাই দেখি কিযে হাঁহি মাৰিলে! একেবাৰে সৰু ল'ৰাৰ দৰে হাঁহি।

এয়েই আছিল আমাৰ আপোন ভোলা জগন্নাথ কৰ্ম্মযোগী পুৰুষ মাজুমামা।



# মই জনা যাদৱ প্ৰসাদ চলিহা মানুহজন

গিৰিজা প্ৰসাদ বৰুৱা

"মাহমৰা, খালৈ-ঘোগোৰা মৌজা দুটা শিৱসাগৰৰ ভিতৰতে দোপাত কানীয়াৰ চোং আছিল। কানি এৰুউৱা ভলণ্টিয়াৰ তাত সোমোৱা নিষেধ। তেনে লোকক পালেই কানীয়া ভকত সকলে পিঠিত ঔ পাৰে।

সেই মৌজাতেই বনমালী চাহ বাগিচা। তাৰ স্বত্বাধিকাৰী-মেনেজাৰ আছিল শ্ৰীযুত যাদৱ প্ৰসাদ চলিহা, বি, এচ, চি। তেখেতৰ কাঠ-ফলা কলৰ শাল এখনো আছিল। এখেতে কোনো প্ৰকাৰে উলমুলাই উলমুলাই সিহঁতৰ মাজত সোমাই কানিৰ অপকাৰিতাৰ কথা বুজাবলৈ ধৰিলে। পদ্ম বৰঠাকুৰ, কনক চেতিয়া আদিক লগত লৈ গহীন গম্ভীৰ ডেকা চলিহাই শিৱসাগৰৰ ভিতৰতে আটাইতকৈ পাছ পৰা অঞ্চলটোত পোন প্ৰথমেই জাতীয়তাবাদৰ বীজাণু সুমুৱাই দিয়ে। বেণুধৰ শৰ্ম্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' নামৰ কিতাপখনত লিখা এই কথা কিম্বাৰৰ পৰাই যাদৱ প্ৰসাদ চলিহা দেৱৰ অন্তৰত থকা দেশ প্ৰেম, জাতীয়তাবাদী মনোভাব আৰু কৰ্ম্ম দক্ষতাৰ পৰিচয় ভালকৈ পোৱা যায়।

যদিও যাদৱ প্ৰসাদ চলিহা সক্ৰিয় ভাৱে ৰাজনীতিত সোমোৱা নাছিল, তেখেতে যি ধৰণে দেশখনক আৰু দেশৰ মানুহক ভাল পাইছিল সেয়ে নানা ধৰণৰ ৰাজহুৱা দায়িত্ব তেখেতৰ ওপৰত আহি পৰিছিল। শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি আৰু পাচত অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ ভাৰও ল'ব লগাত পৰিছিল। অসম লোক সেৱা আয়োগৰ সভাপতিৰ নিচিনা গধুৰ দায়িত্বও সুখ্যাতিৰে বহন কৰিছিল।

আমি অৱশ্যে তেখেতক এজন অতি কৃতকাৰ্য্য আৰু সুদক্ষ চাহ খেতিয়ক হিচাবেহে জানিছিলো আৰু সদায় সকলো সময়ত চাহ সম্বন্ধে যেই কোনো সমস্যাৰ সম্মুখীন হ'লেই তেখেতৰ পৰামৰ্শ বিচাৰিছিলো। চাহ খেতিৰ লগতে চাহ তৈয়াৰ কৰা কল-কাৰখানাবোৰৰ প্ৰতি সদায় বেছি মনোযোগ দিছিল। তেখেতৰ অফিচ ঘৰৰ লগতে এটা সৰু Workshop আমি সদায় দেখিবলৈ পাইছিলো। তেখেতে পৰীক্ষা কৰি থকা যেই কোনো এটা কথা আমি জানিবলৈ বিচাৰিলে অলপো আমনি নোপোৱাকৈ আমাক বুজাই দিছিল। নহয়, বুজাই দিবলৈ পালে ভালহে পাইছিল।

এইটো বোধকৰো কোৱা আৱশ্যকেই নাই যে তেখেতৰ সেই শুৱনি সদায় হাঁহিভৰা মুখখন আৰু অতি অমায়িক ব্যৱহাৰে সকলোকে সহজেই মুহি পেলাইছিল। তেখেতৰ লগত থকা সময়খিনি যে কেতিয়া পাৰ হৈ যায় আমি যেন গমেই নেপাওঁ।

যাদৱ প্ৰসাদ চলিহা নিঃসন্দেহে এজন সম্পূৰ্ণ কৃতকাৰ্য্য পুৰুষ আছিল। তেখেতে যি কামকেই নকৰক তাকেই সদায় একাগ্ৰতা একনিষ্ঠতা আৰু আন্তৰিকতাৰে কৰিছিল। তেখেত এজন অতি উচ্চমানবিশিষ্ট চৰিত্ৰৰ লোক আছিল। তেখেত এজন অতি কোমল অন্তৰৰ ব্যক্তি আছিল। সদায় অভাৱত পৰা বা দুখত পৰা মানুহক সহায় কৰিছিল। ৰাজহুৱা অনুষ্ঠানলৈ মুক্তহস্তে দান বৰঙণি আগবঢ়াইছিল।

এইখিনিতে এষাৰ কথা নক'লে উচিত নহ'ব বুলি ভাবো। ইংৰাজীত এষাৰ কথা আছে, বোলে "Every successful man always has a woman behind him"

অৰ্থাৎ—প্ৰত্যেকজন কৃতী মানুহৰ পিছত এগৰাকী মহিলা বোলে সদায় থাকিবই।

বাপ ককাইদেউৰ (যাদৱ প্ৰসাদ চলিহা) কথা ক'বলৈ গলে নবৌৰ কথা নোকোৱাকৈ থাকিব নোৱাৰি। নবৌ মানে, শ্ৰীযুতা দেৱবালা চলিহা বাপ ককাইদেউৰ চিৰ লগৰী আছিল। সুখে-দুখে বিপদে-সম্পদে সদায় কাষতে আছিল। অকল লগত থকাই নহয়, বুদ্ধিয়ে পৰামৰ্শই কামে কাজে এগৰাকী প্ৰকৃত সাৰথি আছিল। তেখেতৰ সকলো শক্তিৰ উৎস আছিল।

মহিলাক পুৰুষৰ সমান মৰ্য্যাদা বা সমান স্থান দিব লাগে বুলি মহিলাসকলে দাবী কৰি থকা দেখা গৈছে। কিন্তু শ্ৰীযুতা দেৱবালা চলিহাৰ জীৱনলৈ চালে দেখা যাব যে তেনে দাবী নকৰি নিজ হাতে, কামে, বুদ্ধিয়ে- বৃত্তিয়ে, সাহে-পিতে আগ বাঢ়ি যাব পাৰিলে, পুৰুষৰ সমান স্থান মহিলাই নিজ গুণেই পাব পাৰে।

চাৰিকুৰি বছৰ বয়সলৈকে শ্ৰীযুতা দেৱবালা চলিহাই যি ধৰণেৰ কাম কৰি আছিল তাক দেখিলে ভাব হয় যেন ইমান বয়সত বহুত পুৰুষ মানুহৰো তেনেকুৱা কৰ্ম্মশক্তি বোধহয় নেথাকে।

যাদৱ প্ৰসাদ চলিহা যেনেকৈ এজন সকলো ফালৰ পৰা আদৰ্শ পুৰুষ আছিল তেনেকৈ এগৰাকী ভাগ্যবান পুৰুষো আছিল।



# ধেমেলীয়া যাদৱ মোমাইদেউ

## ভীম কান্ত বড়া

আমাৰ আই (মাতৃ) নামতি চাৰিআলিৰ চলিহা বংশৰ আছিল। সেই কাৰণে, সম্বন্ধত ওচৰ হলেও বা নহলেও শিৱসাগৰৰ আশে-পাশে থকা চলিহা বংশৰ সকলো মানুহকে বয়স অনুযায়ী মোমাই বা ককাই সম্বোধন ধৰি মাতিছিলো। সেয়েহে স্বৰ্গীয় যাদৱ প্ৰসাদ চলিহাদেৱৰ ককাই-ভাই কেউজনকে মোমাইদেউ বুলি মাতিছিলো। অৱশ্যে স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাদেৱৰ বাহিৰে বাকী কেউজন বহু বছৰ ধৰি কলিকতা মহানগৰীতে আছিল। গতিকে যাদৱ মোমাইদেউ আৰু তেখেতৰ পৰিয়ালৰ লগত পৰিচয় হ'বলৈ সুবিধা পোৱা নাছিলো। অৱশ্যে মোৰ মাজুজন দাদা (ঁমহেন্দ্ৰ নাথ বড়া)-ৰ মুখে তেখেত সকলৰ বিষয়ে শুনি আছিলো। কাৰণ দাদাই মোমাইদেউৰ কৰঙ্গাণী চাহ বাগিচাত কেই বছৰমান কাম কৰিছিল আৰু তেখেতসকলৰ লগত বৰ ঘৰুৱা হৈ পৰিছিল।

যাদৱ মোমাইদেউ আৰু তেখেতৰ পৰিয়ালৰ লগত প্ৰথম পৰিচয় হ'বলৈ পাইছিলো তেখেতৰ দ্বিতীয়া কন্যা ৰুবীৰ বিয়াত। মোমাইদেউ সেই সময়ত যদিও কলিকতাতে বাস কৰিছিল. ৰুবীৰ বিয়াখন কিন্তু তেখেত সকলৰ শিৱসাগৰৰ ঘৰৰ পৰাই পাতিছিল। বিয়াখনত দেৱব্ৰত চলিহা (ধন দাদা)-ৰ অনুৰোধত মই বহুতো কাম কৰিছিলো। যেই কি নহওক. সেই বিয়াখনতে যাদৱ মোমাইদেউৰ পৰিয়ালৰ লগত এটা ঘৰুৱা সম্বন্ধ গঢ়ি উঠিছিল আৰু সেইটো আজিও আছে। মই কলিকতাত পঢ়োঁতে আৰু পিছলৈ বেঙ্কত চাকৰি কৰি থাকোঁতেও কিছু দিনৰ কাৰণে মোমাইদেউৰ ঘৰতে আছিলো। ১৯৫০ চনৰ চেপ্তেম্বৰ মাহৰ মাজ ভাগতে মই বেঙ্কৰ চাকৰি এৰি আহি শ্বিলঙত এটা চৰকাৰী চাকৰিত যোগ দিলোহি। মই অহাৰ দুই তিনি বছৰমান পিছতে অসম চৰকাৰৰ অনুৰোধত যাদৱ মোমাইদেৱে আহি অসম লোক সেৱা আয়োগৰ চেয়াৰমেন হিচাবে শ্বিলঙত কামত যোগ দিলেহি। ব্যৱসায়ত থকা আৰু টকা-পইচাৰ অভাৱ নথকা সত্বেও তেখেতে সেই সম্মানীয় পদটো গ্ৰহণ কৰিছিল এক মাত্ৰ ৰাইজৰ সেৱা কৰিবৰ কাৰণেহে, ধনৰ লোভত নহয়। সেয়েহে তেখেতে অতি নিষ্ঠা আৰু সততাৰে ৰাইজৰ সেৱা কৰাৰ চেষ্টা কৰিছিল। ভাৰতৰ স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰি অনেক ত্যাগ স্বীকাৰ কৰি অহা মোমাইদেৱে অসৎ কাম কৰা বা মানুহৰ অহিত চিন্তা কৰাটো কেতিয়াও সহ্য কৰিব নোৱাৰিছিল।

মোমাইদেউৰ বিষয়ে সেই সময়খিনিত যিখিনি জানিছিলো. তাৰেই অলপ লিখি তেখেতৰ জন্ম শতবাৰ্ষিকী শ্ৰদ্ধাৰে সোঁৱৰণ কৰাৰ প্ৰয়াস কৰিলো। মোমাইদেউৰ কলিকতাৰ ঘৰৰ আগ ফালৰ কোঠা এটাতে বাগান আৰু ৰলিং মিলৰ কাম কাজ কৰা এটা সৰু কাৰ্য্যালয় আছিল। মোমাইদেৱে পুৱা গা-পা ধুই চাহ-জলপান খাই উঠি প্ৰায়ে সেই কাৰ্য্যালয়ৰ চকী এখনতে বহি কাম-কাজ চাইছিল। তেখেতে বৰ বেছিকৈ চিগাৰেট খাইছিল আৰু অত্যন্ত চিন্তাশীল আছিল। মাজে সময়ে আবেলি পৰত একো কাম নাথাকিলে চিগাৰেট খাই খাই আগ ফালৰ কোঠাটোতে বহি তেখেতে কিবা কথা ভাবি বৰ চিন্তামগ্ন হৈ থকা দেখা পাইছিলো। শ্ৰীযুতা মাইদেৱে কিন্তু মোমাইদেউক তেনেকৈ অকলশৰে বহি চিন্তা কৰি থাকিবলৈ নিদিছিল। তেনে অৱস্থাত থকা দেখিলেই মাইদেৱে মোমাইদেউক লগত লৈ হয় কচম'পলিটান ক্লাবলৈ, নহয় অন্য কোনো ঠাইলৈকে ফুৰিবলৈ ওলাই গৈছিল। মোমাইদেৱে নিজৰ কিছুমান সৰু সুৰা কাম নিজেই কৰিবলৈ ভাল পাইছিল। এদিনাখন ঘৰত কোনো নথকাত

কাপোৰ এযোৰ ইস্ত্ৰি কৰিবলৈ লৈছিল। মই ইস্ত্ৰি কৰি দিব খোজাত তেখেতে মোক কৈছিল — “নালাগে দিয়া, মই কৰিব পাৰিম, জেইলত থাকোঁতে কৰাৰ অভ্যাস আছে।”

মোমাইদেৱে মাজে সময়ে ধেমেলীয়া কথাও দুই এটা কৈছিল। এদিন আমি তেখেতে চলাই যোৱা গাড়ীতে উঠি হাওড়া ষ্টেচনলৈ গৈছিলো। কোনোবা এটা চাৰিআলিত গাড়ীখন পাৰ হ'বলৈ লওঁতেই হঠাতে বিহাৰী মানুহ এটা আহি গাড়ীৰ আগতে ৰাস্তাৰ মাজত থিয় হৈ কেনি যাওঁ কি কৰো একো উপাই নাপাই মোমাইদেউৰ মুখলৈ চাই প্ৰশ্ন কৰিছিল —“কিধাৰ যায়েগা? মোমাইদেৱে গহীনাই হাতখন আকাশৰ ফালে দেখুৱাই উত্তৰ দিছিল—“তুম উধাৰমে যায়েগা।” মানুহটোৱে কি বুজিলে ক'ব নোৱাৰিলো, কিন্তু সি দৌৰ মাৰি ৰাস্তাৰ মাজৰ পৰা আঁতৰি গ'ল। আমি সকলোৱে হাঁহি দিলো। অন্য এটা দিনৰ কথা। বৰ্ত্তমান অৱসৰপ্ৰাপ্ত আই.এ.এচ. বিষয়া শ্ৰীভুৱনেশ্বৰ ভট্টাচাৰ্য্য তেতিয়া কলিকতাত পঢ়ি আছিল। এদিন দেওবাৰে আবেলি বন্ধু এজনৰ লগত মোমাইদেউৰ ঘৰলৈ গৈছিল। চাহ-জলপান খোৱাৰ পিচত আমি ঘৰৰ কাষতে থকা ফিল্ড্‌খনতে বেড্‌মিন্টন খেলিবলৈ গ'লো। মোমাইদেৱেও আমাৰ লগত খেলিবলৈ ল'লে। এফালে মই আৰু মোমাইদেউ, আৰু, আনফালে শ্ৰী ভুৱনেশ্বৰ ভট্টাচাৰ্যই আৰু তেখেতৰ বন্ধুজন। শ্ৰীভট্টই বেড্‌মিন্টন ভাল খেলিছিল। আৰু সুবিধা পালেই বৰ জোৰেৰে মাৰিছিল। মোমাইদেৱে কৰ্কটো গাত লাগে বুলি ভয়তে আঁতৰি দিছিল। দুই চাৰিবাৰমান ভট্টাচাৰ্যাই এইদৰে মৰা দেখি, মোমাইদেৱে মোক কৈছিল — “হেৰা ভীম, এওঁৰ লগত খেলিবলৈ হ'লে দেখিছো গাত ঢকুৱা বান্ধি ল'ব লাগিব।” ইমান গহীন গম্ভীৰ মানুহজনে তেনেকৈ কোৱা দেখি আমি সকলোৱে হাঁহিছিলো যদিও শ্ৰী ভট্টাচাৰ্য্যৰ মুখত লাজ পোৱাৰ ভাৱ এটা প্ৰকাশ পাইছিল।

মোমাইদেউ অসম লোক সেৱা আয়োগৰ চেয়াৰমেন হৈ থকা সময়তে, অসম চৰকাৰৰ বিত্ত বিভাগত বিশেষ কামৰ কাৰণে বিষয়াৰ পদ এটা সৃষ্টি কৰা হৈছিল। সেই পদটোত নিযুক্তি দিবৰ কাৰণে উপযুক্ত মানুহ কেইজনমান বাছি দিবৰ বাবে অসম চৰকাৰে লোক সেৱা আয়োগক অনুৰোধ কৰিছিল। সেই মৰ্ম্মেই আয়োগে উপযুক্ত শিক্ষা থকা প্ৰাৰ্থীৰ পৰা আবেদনপত্ৰ বিচাৰিলে। আবেদনপত্ৰবোৰ পোৱাৰ পিছত আবেদনকাৰী সকলৰ লিখিত ও মৌখিক দুয়োটা পৰীক্ষা লৈ কেইজনমান উপযুক্ত প্ৰাৰ্থীৰ নামৰ তালিকা এখন চৰকাৰলৈ পঠালে। সকলো দিশ চালি-জাৰি চাই উপযুক্ততাৰ ফালৰ পৰা চিন্তা কৰি অনুমোদিত প্ৰাৰ্থীসকলৰ মানবোৰ ক্ৰম অনুসাৰে পঠাইছিল। অৰ্থাৎ, তালিকা খনৰ প্ৰথম স্থানত থকা জনেই পদটোত নিযুক্তি পাব লাগে। অৱশ্যে কিবা কাৰণত প্ৰথমজনে চাকৰিটো গ্ৰহণ নকৰিলেহে দ্বিতীয় বা তৃতীয় জনক দিব পাৰে। এনেতে এটা অপ্ৰীতিকৰ ঘটনা হোৱাৰ উপক্ৰম হৈছিল। তাৰ মানে, কাৰোবাৰ খাতিৰত পৰি চৰকাৰে চাকৰিটো প্ৰথমজনক নিদি দ্বিতীয়জনক দিয়াৰ কথা ভাবিছিল। এই কথাটো অহকাণে-পহকাণে আহি মোমাইদেউৰ কাণত পৰাত তেখেত অত্যন্ত ক্ষুণ্ণ হৈছিল আৰু তেখেতে বহি থকা চকীখনক (চেয়াৰমেনৰ চকীখনক) অপমান কৰিব খোজা বোধ কৰি পদত্যাগ কৰাৰ কথা ভাবিছিল। কিন্তু চৰকাৰেও তেখেতৰ মনৰ কথা গম পাই শেষত প্ৰথম প্ৰাৰ্থীজনকে নিযুক্তি দিয়াৰ সিদ্ধান্ত ল'লে আৰু মোমাইদেৱে সন্তুষ্ট হৈ পদত্যাগ নকৰি ম্যাদ শেষ হোৱালৈকে সেই চেয়াৰমেনৰ পদত থাকি সুকলমে ৰাইজৰ সেৱা কৰি গ'ল। এইখিনিতে উল্লেখ কৰিব খুজিছো যে নতুনকৈ নিযুক্তি পোৱা প্ৰাৰ্থীজন আছিল অসমৰ সিংহপুৰুষ স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱাদেৱৰ জোঁৱাই — বৰ্ত্তমান অৱসৰপ্ৰাপ্ত বিষয়া শ্ৰী জগৎ শৰ্ম্মা।



# অলেখ স্মৃতিৰ লেখ

## মীনাক্ষী বসু

আমাৰ মা *দেতা*ৰ চাৰিজনী ছোৱালী, দুটা ল'ৰাৰ ভিতৰত মোৰ ঠাই পঞ্চম, নুমলীয়া জী মই। কিন্তু *দেতা*ৰ লগত মোৰ সম্পৰ্কটো কাহানিও ওচৰৰ নাছিল। গহীন, মৰমিয়াল, সৰবৰহী, দয়ালু, নিৰ্ভৰ কৰিব পৰা স্তম্ভবিশেষ *দেতা* যেন এজোপা বিশাল মহীৰুহ, যাৰ ছাঁত মই ডাঙৰ দীঘল হৈছো, যাৰ প্ৰভাৱ প্ৰতি মুহূৰ্তে মোৰ জীৱনৰ ওপৰত, ব্যক্তিত্বৰ ওপৰত পৰিছে, কিন্তু সেই মানুহজন দূৰৰ মানুহ। সেই বিৰাট ব্যক্তিত্বপূৰ্ণ মানুহজন, যাৰ প্ৰতি ভক্তি শ্ৰদ্ধাত মূৰ দোঁ খাই আহে, কিন্তু যাক সৰু সুৰা কথা কব নোৱাৰি। *দেতা*ক কিবা এটা কব লগা হোৱা মানে বৰ সাংঘাতিক কথা। কিবা ডাঙৰ সমস্যাৰ সমাধানৰ বাবে বা কিবা বিশেষ বিষয়ে অনুমোদন দৰকাৰ, তেতিয়াহে *দেতা*ৰ ওচৰলৈ যাব লগা হয়। দৈনন্দিন সুখ দুখৰ হিচাব মাৰ লগত। মা প্ৰতি মুহূৰ্তৰ সঙ্গী, কিন্তু *দেতা* ক দূৰৰ পৰা চাব পাৰি। খুব দৰকাৰ নহলে ওচৰলৈ যোৱাৰ কথা নুঠে। ভয় কৰিছিলো *দেতা* লৈ, সেই ভয় সম্ভ্ৰমৰ পৰা ওপজা।

আজি *দেতা*ৰ জন্ম শতবাৰ্ষিকীৰ পুণ্য তিথিত জীৱনৰ বেলেগ বেলেগ স্তৰৰ কিছুমান ঘটনা মনত পৰিছে, তাৰে এটি লেখ দাঙি ধৰিলো।

আমাৰ কলিকতাৰ স্থায়ী বাসস্থান পি ২১ গল্‌ফ্ ক্লাব ৰোডৰ ঘৰটো *দেতা* ই কিনি লোৱাৰ আগতে আমি ভাৰাত আছিলো গল্‌ফ্ ক্লাব ৰোডৰে অইন এটা ঘৰত। সেই সময়ত পি ২১ লৈ যোৱাৰ মোৰ অনুমতি নাছিল।

*দেতা*ৰ কঠিন আদেশ আছিল সেই ঘৰটোলৈ যেন মই কেতিয়াও নাযাওঁ, কাৰণ ঘৰটো আছিল চিত্ৰাভিনেত্ৰী চিত্ৰাদেৱীৰ। মোৰ প্ৰাণৰ বন্ধু খেন্তি আকৌ সেই ঘৰটোতে থাকিছিল। তাই হ'ল চিত্ৰাদেৱীৰ ভনীয়েক। লুকাই চুৰকৈ সদায় যাওঁ। তাৰ উপৰি সেই ঘৰটো নানা কাৰণত বৰ আকৰ্ষণীয় আছিল। তাত গান বাজনা হৈছিল, কত মানুহ আহিছিল! মোৰ তেতিয়া আঠ বছৰ বয়স। আমি থাকিছিলো পি ২৯ গল্‌ফ্ ক্লাব ৰোডত।

এদিন হাজাৰবাৰ হাক দিয়া সত্ত্বেও খেন্তিৰ ঘৰলৈকে গৈছিলো। তাৰ পৰা মোক মতাই আনিছিল *দেতা* ই। ঘৰলৈ উভতি দেখো *দেতা* চিৰিৰ মুখতে বৈ আছে মোলৈ। সেই দিনাখনেই *দেতা* ই মোক ঘোঁচা এটা মাৰিছিল। *দেতা*ৰ ওচৰত মাৰ খোৱা মোৰ জীৱনত সেয়ে প্ৰথম আৰু শেষ।

মোৰ তেতিয়া দহ বছৰমান বয়স হব। মোৰ ভাইটি ৰণুৰ সাত বছৰ। ল'ৰাবোৰ স্বাভাৱিকভাৱেই উৎপতীয়া হয়। মোৰ ভাইটিও তাৰ ব্যতিক্ৰম নাছিল। তেওঁৰ যিমান বীৰত্ব মোৰ ওপৰতে! এদিন কিবা কথাত ৰণুৱে মোক খুব মাৰিলে। মই ওলোটাই মৰাৰ সলনি কান্দিবলৈ ধৰিলো। কান্দিয়ে আছো কান্দিয়ে আছো, উচুপি উচুপি কান্দিছো — চবৰে ধৈৰ্যচ্যুতি হৈ গৈছিল। দেতাই যেতিয়া জানিলে এনেকুৱা এটা ঘটনা ঘটিছে, আমাক দুয়োকে মাতি পঠিয়ালে। "কি হৈছে?" মোক সুধিলে। "ৰণুৱে মাৰিলে নেকি?" মোৰ দুপিয়াই মই উত্তৰ দিলো। ৰণুৱে তেতিয়া ক'লে "আমাৰ ব্ৰাদাৰে কয় যে তোমাক যদি কোনোবাই এটা চৰ মাৰে, তুমি ওভতাই দুটা চৰ মাৰিবা।" মোক *দেতাই* ক'লে "তই মাৰ ৰণুক যিমান খুচি"। ৰণুৱে এবাৰ সোঁপিনে ঘূৰে, এবাৰ বাঁও পিনে—"ক'ত মাৰিবা? এইপিনে মাৰিবা নে ইপিনে মাৰিবা, মাৰা।"

মই অৱশ্যে মাৰিব পৰা নাছিলো, কিন্তু কান্দোন বন্ধ হৈ গৈছিল।

১৯৪৭ চনত আমাৰ দেশ স্বাধীন হোৱা বছৰ মোৰ বয়স ১৩ বছৰ, ১১ বছৰীয়া মামনি মোৰ বন্ধু। আমি একেটা স্কুলতে পঢ়ো। আমাক *দেতা*ইঁতে আগতে কৈ থৈছিল যে অমুক দিনা খুব ডাঙৰ নেতা চৰ্দাৰ বল্লভ ভাই পেটেল আহিব, তহঁতি মুকলি সভাত মালা পিন্ধাব লাগিব। ঠিক সেই দিনাখনেই আকৌ আমাৰ স্কুলৰ পিকনিক আছিল। আমি মিটিঙৰ কথা পাহৰি গলো। পাহৰি গলো যে আমি মালা পিন্ধাব লাগিব। আমি দুয়ো পিকনিকলৈ গুচি গলো দিনটোৰ বাবে। মা সেই সময়ত নাছিল, গুৱাহাটীলৈ গৈছিল। মোৰ ওচৰত আলমাৰীৰ চাবি, য'ত *দেতা*ৰ কাপোৰ-কানি থাকে। মই বঢ়িয়াকৈ চাবি কোচা লৈ দিনটীয়াকৈ পিকনিক খাবলৈ গুচি গলো। মিটিঙলৈ যাবৰ সময়ত *দেতা*ই চাবি বিচাৰি নেপালে, কাপোৰ সলাব নোৱাৰিলে আৰু মালা পিন্ধাবলৈ ছোৱালী নাপাত্তা।

পিকনিক খাই ঘূৰি আহি দেখো কথা গহীন। বিচাৰত আমাৰ শাস্তি বিধান হ'ল এসপ্তাহ ঘৰৰ পৰা ওলাব নোৱাৰিম আৰু এই এসপ্তাহৰ ভিতৰত এটা এটাকৈ উলৰ চুৰেটাৰ গুঠি উলিয়াব লাগিব উদ্বাস্তু ত্ৰাণ তহবিলৰ কাৰণে।

১৯৫২ চনত *দেতা* শ্বিলঙলৈ যায় অসম পাব্‌লিক চাৰ্ভিচ কমিশ্বনৰ চেয়াৰমেন হৈ। মই তেতিয়া আই এ পাছ কৰি কলিকতাৰ প্ৰেচিডেন্সি কলেজত সোমাইছো বি. এ পঢ়িবলৈ দৰ্শনত অনাৰ্চ লৈ। পূজাৰ বন্ধত শ্বিলঙলৈ গৈছিলো *দেতা* ক চাবলৈ। মা তেতিয়া কৰঙ্গাণী বাগিচাত থাকে। *দেতা* শ্বিলঙত থাকিব লগা হোৱাত মায়ে বাগিচা চায়। শ্বিলঙত *দেতা* ৰ লগত কোনো নেথাকে। ঠিক হ'ল যে মই শ্বিলঙতে থাকি যাম। তাতে বি. এ পঢ়িম আৰু *দেতা* ৰ চোৱা-চিতা কৰিম। কিন্তু আজি ১৮ বছৰ বয়সলৈকে *দেতা*ৰ লগত দৰকাৰ নহলে কথা কৈ পোৱা নাই, সদায় আলেঙে আলেঙে থকা অভ্যাস, কথা পতাৰ সাহ নাই। এই হেন অৱস্থাত ১৪ টা কোঠাৰ বিশাল বঙলাত *দেতা* আৰু মই— কথাটো বৰ সুবিধাজনক হ'ব যেন নেলাগিলে। কিন্তু *দেতা* ৰ চোৱা-চিতা কৰাটোও প্ৰয়োজন, মই উপযাচি থাকিম বুলি ক'লো। লেডী কীনচ্ কলেজত নাম লগালো। শ্বিলঙতে থাকি গলো। কিন্তু দৰাচলতে *দেতা* ৰ চোৱা-চিতা মই তেনেকৈ কৰিবলৈকে নহ'ল। ঘৰ চলোৱাৰ অভিজ্ঞতা হ'বলৈ *দেতা*ই মোক টকা দিয়ে, মই সেই টকা গুৰুং বাবুৰ্চিক দিওঁ। সিয়ে চব কৰে, হিচাবটো লৈ মই *দেতা*ক দিওঁ। *দেতা* তো প্ৰত্যেক শুকুৰবাৰে অফিচৰ পাছত বাগিচালৈ যায়গৈ আকৌ আহে সোমবাৰে ধলপুৱাতে, ১০ টাত অফিচ পাবলৈ। এই কেইদিনৰ কাৰণে মই টোপোলা-টাপলি বান্ধি পুতলী পেহীদেউ (ডঃ নিৰ্মলা চলিহা)ৰ ঘৰলৈ যাওঁগৈ। পুতলী পেহীদেউ সেই সময়ত গণেশ দাস হস্পিতালৰ ভাৰ প্ৰাপ্ত ডাক্তৰ আছিল।

পুৰণা মটৰগাড়ী মেৰামত কৰা *দেতা* ৰ এটা চখ আছিল। অইনে পেলাই দিয়া গাড়ী, মেচিন আনি ভাল কৰি কামত লগাইছিল। ভঙা গাড়ীখন, ভঙা মেচিনটো চলিলে *দেতা*ৰ চকুৱে মুখে সৃষ্টিৰ আনন্দ বিৰিঙি উঠিছল। আমাৰ বঙলাৰ আহল বহল বাৰান্দাখন গাড়ী মেৰামতৰ কাৰখানা বিশেষ হৈ পৰিছিল। তাত যন্ত্ৰ-পাতি থোৱা হৈছিল আৰু *দেতা* ৰ পৰিচালনাত *দেতা* ৰ ওচৰতে কাম শিকা বাগিচাৰ মজদুৰ ড্ৰাইভাৰ হেন্ডিমেনে অহৰহ কাম কৰিছিল।

এদিন মই পঢ়িবলৈ যাব লাগে প্ৰফেচাৰৰ ঘৰলৈ। বৰ বেছি দূৰ নাছিল চাৰৰ ঘৰটো। ৰিলবঙৰ পৰা লাবান। শ্বিলঙত সাধাৰণতে খোজকাঢ়িয়ে অ'লৈ ত'লৈ যোৱা ৰীতি। ময়ো কলেজলৈ, প্ৰফেচাৰৰ ঘৰলৈ যাওঁতে সদায় খোজকাঢ়ি যাওঁ। সেইদিনা *দেতা*ৰ ৰঙা অষ্টিন গাড়ীখন চলিব পৰা অৱস্থা হৈছিল। মোক কিতাপ-পত্ৰ লৈ ওলোৱা দেখি *দেতা* ই গাড়ীতে যাবলৈ ক'লে। গাড়ীখন চলিছে ঠিকেই, কিন্তু তেতিয়াও গাড়ীৰ দৰজা লগোৱা হোৱা নাছিল, কিন্তু নেযাওঁ বুলি কোৱাৰ সাহ

মোৰ নহ'ল। মই গাড়ীত উঠিলো। ড্ৰাইভাৰ বহিল ষ্টিয়াৰিং হাতত লৈ, আৰু যিহেতু কাৰব'ৰেটাৰটোৱে অলপ দিগদাৰ দি আছিল, ইঞ্জিনটোত টোপ টোপকৈ তেল ঢালি ঢালি নিব লগা হৈছিল। *দেতা* ৰ ওচৰত প্ৰশিক্ষণৰত হেণ্ডিমেনজনে হুডখোলা গাড়ীখনৰ ওপৰত বহি তেল ঢালি ঢালি ইঞ্জিনটো চলাত সহায় কৰি নিছিল। মই মুকলি গাড়ীখনত কিতাপ-পত্ৰ কোলাত লৈ শ্বিলঙৰ ৰাস্তাই দি প্ৰফেচাৰৰ ঘৰলৈ পঢ়িবলৈ গৈছিলো। বাটৰ মানুহে ঘূৰি ঘূৰি চাইছিল। মই পিছে বৰ ব্যস্ত আছিলো কিতাপ পঢ়াত, কালৈকো চোৱাৰ সময় মোৰ নাছিল। গাড়ীখন ৰৈ থাকিল মই যিমানপৰ পঢ়িলো, আকৌ তেনেকৈয়ে উভতি আহিলো।

আন এদিনৰ কথা। ৰাতিপুৱা নটামান বাজিছে। *দেতা* গা ধুবলৈ যাব। অফিচলৈ ওলাবৰ কাৰণে যো-যা চলিছে। সেইদিনা গুৰুত্বপূৰ্ণ ইন্টাৰভিউ এটা আছিল। গেটৰ মুখত *দেতা*ই দেখিলে আমাৰ খুব ওচৰ সম্পৰ্কৰ মানুহ এগৰাকী আহি আছে। *দেতা*ই তেখেতক খুব সম্মান কৰে, ভাল পায়, কিন্তু সেইদিনা সেই সময়ত অহাৰ কাৰণটো *দেতা*ই আন্দাজ কৰি লৈছিল, জানোচা কোনোবা প্ৰাৰ্থীৰ কথা ক'বলৈ আহিছে!

মোক *দেতা*ই মাতি ক'লে "আই, ককাদেউতাৰা আহিছে। ভালকৈ বহুৱাবি, চাহ-জলপান দিবি। মই গা ধুবলৈ যাব লাগে, নহ'লে দেৰী হ'ব। মোৰ লৰালৰি আছে বুলি কবি। তেওবুলি যদি মোক লগ ধৰিব খোজে সুধিবি কোনোবা প্ৰাৰ্থীৰ কাৰণে ক'বলৈ আহিছে নেকি। যদি আহিছে তেনে সেই প্ৰাৰ্থীজনৰ নামটো যেন নকয়। নামটো জানিলে প্ৰাৰ্থীজনৰ কাৰণে বেয়াহে হ'ব।"

*দেতা*ই লগ ধৰিব খুজিলত মই মুখস্থ কৰা বুলিৰ নিচিনাকৈ সেই কথাখিনি কৈ দিলো। তেখেতে বুজিলে। চাহ-জলপান খাই অলপ পৰ থাকি গুচি গ'ল। আজিৰ স্বজন পোষণৰ যুগত এই ঘটনাটো সাধুকথাৰ নিচিনা লাগে। তেনেকৈয়ে আৰু এটা সাধুকথা মোৰ ব্যক্তিগত জীৱনত ঘটিছিল *দেতা* ৰ প্ৰসঙ্গত।

মই লেডি কীনচ্ কলেজত বি. এ পঢ়াৰ সময়ত আমাৰ কলেজটো বিশ্ববিদ্যালয়ৰ অনুমোদন পোৱা প্ৰতিষ্ঠান নাছিল। আমি নন কলেজিয়েট শিক্ষাৰ্থী হিচাবে পৰীক্ষা দিছিলো। পৰীক্ষা হৈ যোৱাৰ পাচত মই কৰঙ্গাণী বাগিচাত মাৰ ওচৰত আছিলো গৈ। *দেতা*ই নিয়মমতে শুকুৰবাৰে অফিচৰ পাচত বাগিচালৈ যায় গাড়ীত, ৰাতি ৰাতি ২০০ মাইল ৰাস্তা গৈ ৰাতিপুৱা বাগিচা পায়গৈ। দেওবাৰে আকৌ ৰাতি ৰাতি আহে সোমবাৰে শ্বিলঙত অফিচ পাবলৈ। আমাৰ বি. এ. পৰীক্ষাৰ ৰিজাল্ট ওলোৱা দিনা *দেতা* বাগিচাত আছিল। সেই সময়ত বাগিচাত টেলিফোন যোগাযোগ ব্যৱস্থা নাছিল। মোৰ ৰিজাল্ট জানিবৰ কাৰণে মই শিৱসাগৰলৈ গলো। শিৱসাগৰৰ পৰা শ্বিলঙলৈ ট্ৰাঙ্ক কল কৰি মোৰ নম্বৰটো দিলো খুড়ীদেউক। তেতিয়া সৰু দদাইদেউ বিমলা প্ৰসাদ চলিহা পাৰ্লামেণ্টেৰী চেক্ৰেটাৰী আছিল। খুড়ীদেৱে মোৰ নম্বৰটো বিচাৰি নাপালে। 'নাই পোৱা নম্বৰটো', খুড়ীদেউৰ কৰুণ কণ্ঠস্বৰ। মই জানিলো যে মই পাছ কৰা নাই। মন মৰা হৈ বাগিচালৈ উভতি আহিলো।

সেই সময়ত ৰেডিঅ'ত খবৰ কওঁতে বি. এ., বি. এচচি অনাৰ্চত প্ৰথম হোৱা ছাত্ৰ-ছাত্ৰীৰ নাম ঘোষণা কৰিছিল। আমি ৰেডিঅ' খুলি বহি আছিলো। আচৰিত হৈ গলো যেতিয়া ঘোষণা কৰা শুনিলো 'দৰ্শন'ত প্ৰথম হোৱা জনৰ নাম মীনাক্ষী চলিহা'—সেই বছৰ প্ৰথম শ্ৰেণীত কোনো নাছিল, মই দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰিছিলো। *দেতা*ই পাচত কৈছিল যে মোৰ ৰেজাল্টটো আগতেই *দেতা* ই জানিছিল বিশ্ববিদ্যালয়ৰ পৰীক্ষা কমিটিত থকা বাবে।

মই বিস্ময়াভিভূত হৈ গৈছিলো *দেতা*ৰ সংযম আৰু সততাৰ পৰিচয় পাই। কিমান সহজে নিজৰ

জীয়েকক অনিশ্চয়তাৰ পৰা মুক্তি দিব পাৰিলেহেঁতেন। কিন্তু সেইটো উচিত নহ'লহেঁতেন, পক্ষপাতিত্ব হ'ল হেঁতেন। *দেতা*ৰ চৰিত্ৰৰ এই দিশটো উজ্জ্বল মণি মাণিক্য হৈ মোৰ সোঁৱৰণত জিলিকি আছে।

মাৰ্ক শ্বীট পাই আৰু এক প্ৰস্থ কন্দা-কটা চলিল। মাত্ৰ দহ নম্বৰৰ কাৰণে প্ৰথম শ্ৰেণী নাপালো। বৰ দুখ লগা কথা। চবেই সহানুভূতি জনালে। *দেতা* ই ক'লে "আই, তই প্ৰথম শ্ৰেণীৰ উপযুক্ত হোৱা হলে দহ নম্বৰৰ কাৰণে হাবাথুৰি খাব নেলাগিলেহেঁতেন। তাতকৈ বহুত বেছি পালিহেঁতেন"। মোৰ মনৰ দুখ নিমিষতে নাইকিয়া হ'ল, কথাটো ইমান ঠিক!

১৯৫৬ চনত এম. এ. পাছ কৰাৰ পাচত মই মণিপুৰৰ ধনমঞ্জৰী কলেজত দৰ্শনৰ অধ্যাপিকাৰ পদৰ কাৰণে আৱেদন কৰিছিলো খবৰ কাগজত বিজ্ঞাপন দেখি। কামটো পাই গলো। মণিপুৰী নৃত্যৰ কিংবদন্তি গুৰু মাইস্নাম অমুবী সিংহৰ ওচৰত নাচ শিকিবৰ সকলো বন্দোবস্ত কৰি দিছিল 'দাদা' উদয়শঙ্কৰে। গুৰুজীৰ ঘৰত থাকি নাচ শিকিম, এইটোৱে আচল উদ্দেশ্য, লগতে কলেজত কাম কৰিম, এইটোও নতুন অভিজ্ঞতা। *দেতা*ৰ অনুমতি লৈয়ে এই দুইটা ব্যৱস্থা কৰিছিলো। *দেতা* কিমান বহল মনৰ মানুহ আছিল আজি ভাবিলে অবাক লাগে। আজি প্ৰায় চল্লিশ বছৰ আগেয়ে নাচ শিকিবলৈ যাব খোজাটো বৰ সাধাৰণ কথা নাছিল। মা *দেতা* ই এবাৰো আপত্তি কৰা নাছিল যদিও বৰ উৎসাহ দিছিল বুলিও কব নোৱাৰো।

১৯৫৭ চনৰ জুলাই মাহত ইম্ফললৈ গৈছিলো গুৰু গৃহত নৃত্যশিক্ষা কৰিবলৈ আৰু ধনমঞ্জৰী কলেজত দৰ্শনৰ শিক্ষকতা কৰিবলৈ। এই কলেজটো কো-এডুকেচনেল কলেজ আছিল। তাত মোক পৰীক্ষামূলক ভাবে লৈছিল প্ৰথম ছোৱালী অধ্যাপিকা, মৈতৈ ভাষাত 'নূপী ওজা'।

*দেতা* ই মোক লৈ গৈছিল। আমি উৰা জাহাজত গৈছিলো। ইম্ফল বিমান বন্দৰত আমাক কোনেও নিবলৈ অহা নাছিল। আমি পঠিওৱা তাঁৰ গৈ পাইছিল আমি পোৱাৰ দুদিন পাছতহে। ভাষাৰ ডেওনা পাৰ হৈ আমি টেকচি এখন লৈ গুৰুজীৰ ঘৰ উলিয়াইছিলো। গুৰুজী থকা উৰিপোক চুবুৰিটো চহৰৰ পৰা অলপ দূৰত। বগা আৰু গুলপীয়া পদুম ফুল ফুলি থকা পুখুৰীৰ পাৰে পাৰে গৈ গুৰুজীৰ ঘৰৰ নঙলামুখ পালোগৈ। গুৰুজী আৰু ঘৰৰ সকলোৱে সাদৰ অভ্যৰ্থনা জনালে। মাটিৰ ঘৰ, বহল, ধুনীয়া, চিকুণ চোতাল। নাচ শিকাবৰ কাৰণে মণ্ডপ। মোৰ কাৰণে নতুন কোঠা এটা সাজিছিল। মোৰ লগত ৰেবা নাথ বোলা শিলচৰৰ পৰা নাচ শিকিবলৈ অহা ছোৱালী এজনীও আছিল। *দেতাই* আমাৰ থকা-মেলাৰ সকলো ব্যৱস্থাৰ নিৰিখ ললে। শৌচাগাৰৰ ভাল ব্যৱস্থা নাছিল। সেই কাৰণে *দেতা* ই Septic tank বহুৱাবলৈ ব্যৱস্থা কৰি দিলে। আজিও গুৰুজীৰ সেই ঘৰটোত *দেতাই* কৰি দিয়া ব্যৱস্থা চলি আছে। গুৰুজীৰ সতি-সন্ততিয়ে কথাটো মনত ৰাখিছে। গুৰুজীৰ ঘৰত থকাৰ ব্যৱস্থা হোৱাৰ পাছত আমি কলেজলৈ গলো।

ৰাণী ধনমঞ্জৰীৰ নামে এই কলেজটো মণিপুৰৰ প্ৰথম চৰকাৰী কলেজ। ১৯৫৭ চনত ইম্ফলত আন কলেজ নাছিল। কলেজৰ অধ্যক্ষৰ লগত দেখা কৰিলো তেখেতৰ অফিচ কোঠাত। দৰ্শনৰ মুখ্য অধ্যাপক শ্ৰী চক্ৰবৰ্ত্তীয়ে মোক ফাৰ্ষ্ট ইয়াৰৰ লজিক ক্লাচ এটা লবলৈ দিলে। *দেতা* অধ্যক্ষৰ কোঠাতে বহি আছিল। মই ক্লাচলৈ গৈ দেখো কোঠা ভৰ্তি ল'ৰা, ছোৱালী ছ জনী মাত্ৰ। ল'ৰাবোৰে হুেগ চাই আছিল 'নূপী ওজা'ক কেনেকৈ বিপদত পেলাব পৰা যায়। অঘটন নোহোৱাকৈ ক্লাচ লৈ যেতিয়া অধ্যক্ষৰ কোঠা পালোহি, *দেতা*ৰ মুখত উদ্বেগৰ চিন। সুধিলে "থাকিবিনে যাবি"? *দেতা* ই ভাবিছিল মই কান্দি কান্দি আহিম আৰু পিছদিনাখনেই মোক লৈ কলিকতালৈ উভতি যাব। মই থাকিম বুলি কলো। *দেতাই* আপত্তি নকৰিলে। সন্তানৰ মঙ্গল কামনাত *দেতা*ৰ উদ্বেগৰ কথা মনত পৰিলে মনটো

গধুৰ লাগি যায়।

কলিকতাত এম. এ. পঢ়ি থকাৰ সময়ত মোৰ স্বামী বিশ্বপ্ৰিয়ৰ লগত বন্ধুত্ব হয়। মোৰ বয়স তেতিয়া ২১ বছৰ আৰু বিশ্বপ্ৰিয়ৰ ২২। আমি বিয়া কৰাম বুলি নিজৰ ভিতৰত ঠিক কৰি পেলাইছিলো। বিশ্বপ্ৰিয়ই মোক বিয়াৰ প্ৰস্তাৱ দিলে। মই মাক ক'লো। মায়ে *দেতাক* সুধিবলৈ ক'লে। বহুত সাহ গোটাই লৈ এদিন দেতাৰ ওচৰ চাপিলো। "কি হ'ল, কিবা কবি নেকি?" *দেতা*ৰ প্ৰশ্ন। মই ক'লো "বিশ্বপ্ৰিয়ই মোক বিয়াৰ প্ৰস্তাৱ দিছে"। "তই কি কৱ", *দেতা*ই সুধিলে—"তোৰ আৰু আন প্ৰস্তাৱো আহিছে, তাৰ বিষয়ে কি কৱ", মই ক'লো আন প্ৰস্তাৱৰ কথাত মোৰ কবলগীয়া হ'ল যে তেওঁলোকক তো মই চিনি নাপাওঁ, বিশ্বপ্ৰিয়ক মই জানো। ভাল লাগে। তেওঁক বিয়া কৰোৱাত মোৰ আপত্তি নাই।

*দেতা*ই ক'লে "ল'ৰাটো ভাল, পিছে অসমীয়া ল'ৰা হোৱা হেঁতেন বেছি ভাল পালোহেঁতেন। কোনো কথা নাই। পিছে তাৰ বয়স মাত্ৰ ২২ বছৰ, সি এতিয়াও জীৱনত প্ৰতিষ্ঠিত হোৱা নাই। এতিয়া সি বিয়াৰ প্ৰস্তাৱ দিব পৰা ক্ষমতা অৰ্জা নাই। সি কাম-কাজ কৰক। প্ৰতিষ্ঠা লাভ কৰক। তেতিয়াও যদি সি তোক বিয়া কৰাব খোজে তেনে নতুনকৈ প্ৰস্তাৱ দিয়ক। এতিয়া বিয়া ঠিক হোৱা বুলি নধৰিবি। এই সাৰগৰ্ভ উপদেশফাকিয়ে জীৱনৰ বহু ক্ষেত্ৰত বহুত ৰকমে মোক সহায় কৰিছে।

এনে ধৰণৰ হেজাৰো স্মৃতিয়ে আহি জুমুৰি খাই ধৰিছে। নিতৌ হৈ থকা সাধাৰণ ঘটনাবোৰৰ মাজেদি এটা বিৰাট ব্যক্তিত্ব ওলাই পৰিছিল। সৰু সৰু কথাবোৰৰ তাৎপৰ্য বহুত দ। আজি এই বয়সত আহি সেই কথাটো উপলব্ধি কৰিব পাৰোঁ। কিন্তু এটা সময়ত শেষ ৰেখা টানিবই লাগে। *দেতা*ৰ স্মৃতিসনা কেটামান দৃশ্যৰ জৰিয়তে *দেতা*ৰ প্ৰতি মোৰ হিয়াভৰা শ্ৰদ্ধা-ভক্তিৰ শৰাই আগবঢ়ালো।



# যাদৱ প্ৰসাদ চলিহা মোৰ স্মৃতিত

## পুষ্পলতা দাস

যাদৱ প্ৰসাদ চলিহাদেৱৰ কথা মনলৈ আহিলেই সেই দৃঢ় ব্যক্তিত্বৰ মানুহ গৰাকীৰ ছবিখন মনৰ চকুত ওপঙি উঠে। বিনয় স্নিগ্ধ এটা ৰূপ তেওঁ পাইছিল উত্তৰাধিকাৰ সূত্ৰে। শিৱসাগৰৰ চলিহা বংশৰ শিষ্টাচাৰৰ কথা অসম খ্যাত। মই দেখাত তেওঁৰ নাতি, পৰিনাতি সকলও এই গুণৰ অধিকাৰী হৈছে — ভৱিষ্যতৰ বংশধৰ সকলও এনে সুখ্যাতিৰে অধিকাৰী হওক তাকে কামনা কৰো।

এই বংশৰ অসমলৈ অহা প্ৰথম পুৰুষ কোন এই প্ৰশ্নটো কৰাত চলিহাদেৱৰ কনিষ্ঠ পুত্ৰ শ্ৰীমান ৰঞ্জিৎ চলিহাই কৈছিল যে তেওঁবিলাকৰ বংশাৱলীত লিখামতে তেওঁবিলাকৰ পূৰ্ব্বপুৰুষ কনৌজৰ পৰা আহিছিল আহোম স্বৰ্গদেউ সকলৰ নিমন্ত্ৰণত — তেতিয়া তেওঁবিলাকৰ উপাধি আছিল ৰায় (প্ৰথম যি গৰাকী অসমলৈ আহিছিল তেওঁৰ নাম শ্ৰীৰাম ৰায় আছিল বুলি শুনিছিলো), অসমলৈ আহি ৰজা ঘৰীয়া চলিহা উপাধি পালে। — এই বংশৰে সুযোগ্য বংশধৰ কালীপ্ৰসাদ চলিহাদেৱৰ দ্বিতীয় পুত্ৰ আছিল যাদৱ প্ৰসাদ চলিহা। চলিহাদেৱৰ মাতৃ নিকুঞ্জলতা চলিহা অসমৰ বীৰ সন্তান মণিৰাম দেৱানৰ বংশৰে জীয়াৰী বুলি শুনিছিলো। এই দুয়ো কুলৰে যিখিনি মহৎ, যিখিনি উত্তম সেই খিনিকে লৈ যাদৱ প্ৰসাদ চলিহাই এদিন এই সেউজী অসমৰ এটি প্ৰান্তত জনম ললে। তেওঁৰ জন্ম কাল আছিল ১৮৯৬ চনৰ ১৯ এপ্ৰিল, স্থান আছিল শিৱসাগৰ—শিৱৰ যি মঙ্গলময় ৰূপ সেই ৰূপেই তেওঁৰ চৰিত্ৰত সদায় জিলিকি থাকিল। জন্ম মুহূৰ্ত্তত হয়তো নিয়তিয়ে লিখিছিল তুমি এই প্ৰান্তক প্ৰতিদানত একো নিবিচাৰি সেৱাৰ সৌন্দৰ্য্যেৰে মহীয়ান কৰিবা। তেওঁৰ সাত্বিক জীৱনটো সেয়ে ত্যাগ আৰু সেৱাৰ জীৱন হৈয়েই ৰ'ল। তেওঁ শেষ ক্ষণলৈকে মই জনাত কাকো আমনি নিদিলে, তেওঁ কেৱল সকলোৰে প্ৰতি কৰ্ত্তব্য কৰিলে — সকলোকে দি গ'ল নিজে কাৰো পৰা একো নিবিচাৰিলে।

১৯২৪ চনত স্বৰ্গীয় বিষ্ণু প্ৰসাদ দুৱৰাৰ (দুৱৰাডাঙৰীয়াৰ ঘাই ঘৰ আছিল গোলাঘাটত। তেওঁ তেতিয়া ই. এ. চি. হৈ আছিল আৰু তেওঁ বৰ ভাল লেখক আছিল, কবিতাও লিখিছিল। তেওঁৰ কবিতা মই বৰ ভাল পাইছিলো বিশেষকৈ সেই কবিতাটো—'সীতা আইৰ ঘৰলৈ কিমান দূৰ') প্ৰথমা কন্যা শ্ৰীমতী দেৱবালা দুৱৰাৰ লগত যাদৱ চলিহাৰ বিবাহ হয়। এই বিবাহৰ বাবে স্বৰ্গীয় ডঃ ভুৱনেশ্বৰ বৰুৱাই চলিহাদেৱৰ অনুৰোধত আগভাগ লব লগা হৈছিল। চলিহাদেৱৰ নাম মই সেই সময়তে শুনো কিন্তু দেখা হোৱা নাছিল। প্ৰথম তেওঁক লগ পাওঁ তেওঁ কলিকতাৰ বালিগঞ্জত থকা সময়ত আৰু ডঃ ভুৱনেশ্বৰ বৰুৱায়ে চিনাকি কৰি দিয়ে। কিন্তু বৰ মাই মাহীদেউক (শ্ৰীযুতা দেৱবালা চলিহা সমন্ধত মোৰ মাহীদেৱেই হয়, সেয়ে আজিও মাহীদেউ বুলিয়েই মাতো) সৰুৰে পৰা জানিছিলো। মই যেতিয়া প্ৰাইমাৰী স্কুলত তেওঁ তেতিয়া কলিকতাৰ ডাইয়োচেচান কলেজিয়েট স্কুলত পঢ়ি আছিল। পঢ়াত ভাল, খেলা-ধূলাত ভাল, গানত ভাল, বাদ্যযন্ত্ৰ বজোৱাত ভাল কাৰণে আমাৰ আদৰ্শ স্বৰূপ আছিল, বিশেষকৈ বেড় মিন্টন আৰু টেনিচ বৰ ভাল খেলিছিল। এই সময়ত কলিকতাত এই স্কুলখন আদৰ্শ স্কুল বুলি সুনাম আছিল। জ্যোতিষ আৰু ব্যৱসায়ৰ ক্ষেত্ৰতো তেওঁ তুলনাহীনা।

## যাদৱ প্ৰসাদ চলিহা

ব্যৱসায়ৰ ক্ষেত্ৰত কিজানি শ্ৰীযুতা দেৱবালা চলিহাই প্ৰথম অসমীয়া মহিলা, যি গৰাকীয়ে অতি যোগ্যতাৰে নিজৰ চাহ বাগিচা আৰু কলিকতাত থকা ৰোলিং মিল চলাইছিল।

বিয়াৰ পিচত চলিহাদেৱে উমৈহতীয়া চাহ বাগিচা বনমালীৰ ওচৰতে এটা কৰত কল (Saw-mill) আৰু লগে লগে বাগিচাৰ কাম-কাজো পৰিদৰ্শন কৰি থাকে। কেইবছৰমান যোৱাৰ পাচত চাৰিউ ভাই-ককায়ে আলোচনা কৰি মাটি-বাৰীৰ এটা ব্যৱস্থা কৰা উচিত বুলি ভাবে আৰু সেই সময়তে চলিহাদেৱে বহুত ভাবি-চিন্তি এটা পৰামৰ্শ আগবঢ়ায় যে বনমালী বাগিচা খন কনিষ্ঠ দুই ভায়েকে পাওক, ডাঙৰ ককাইদেৱেকে পাওক গোসাঁই বাৰী বাগিচাখন আৰু তেওঁক কৰঙ্গাণীৰ গ্ৰান্টৰ মাটি খিনি দিলেই হ'ব। তেওঁ বাগিচাৰ অংশ নিবিচাৰিলে, কিন্তু কৰঙ্গাণীৰ অৰণ্যৰ বুকুতে এদিন হাবি কাটি মাটি উলিয়াই আদৰ্শ বাগিচা এখন গঢ়ি তোলাৰ সপোন নিশ্চয় তেওঁৰ মনৰ নিভৃত কোণত লুকাই আছিল। সেই সপোন সাৰ্থক হ'ল। তেওঁ হাবি-বননি কাটি কৰঙ্গাণীক ৰূপ দিলে। শুনিবলৈ পাইছিলো বাগিচাখন তেওঁ নিজ হাতে ৰোৱা পুলিৰে আৰম্ভ কৰিছিল আৰু বনমালীৰ পৰা কৰঙ্গাণীলৈ সদায় ঘোঁৰাত অহা যোৱা কৰিব লগীয়া হৈছিল। প্ৰত্যেক মানুহৰে একোটা চখ থাকে, চলিহাদেৱৰ চখ আছিল পুৰণি গাড়ী বা পুৰণি যন্ত্ৰৰ ভাল অংশ বোৰ উলিয়াই মেৰামতি কৰি নতুন কৰা। এই চখ তেওঁ পূৰ্ণ ভাৱে উপভোগ কৰিছিল তেওঁৰ কৰঙ্গাণী বাগিচাত। চলিহাদেৱৰ সপোন সাৰ্থক হ'ল কিন্তু বৰমাইমাহীদেউৰ সপোন অপূৰ্ণ হৈয়েই ৰ'ল। তেওঁ নিজ হাতে সজাই পৰাই থোৱা ঘৰখনত যেতিয়া লোহা-লক্কৰে বেছি সম্মানৰ ঠাই পালে তেতিয়া তেওঁৰ উৎসাহে বাধা পোৱাটো স্বাভাৱিক। তেওঁৰ মনৰ কথা বুজি চলিহাদেৱে বৰ মাই মাহীদেউক হেনো এইদৰে ক'লে যে, যি সকল শ্ৰমিক, বনুৱা বা দুখীয়া কংগ্ৰেছ কৰ্ম্মী তেওঁৰ তালৈ আহে তেওঁবিলাকে যাতে কোঠাত নিঃসংকোচে সোমাব পাৰে, ঘৰৰ চাকচিকাই যাতে তেওঁলোকক কোঠাত সোমাব নোৱৰা ভাব এটা—সংকোচ, দ্বিধাগ্ৰস্ত অস্বস্তিৰ ভাব এটা আনি নিদিয়ে সেইবাবে মই নহা কোঠাত এনেবোৰ বস্তু থৈ দিও। বৰ মাই মাহীদেৱে তেওঁৰ উদাৰমনা স্বামীৰ কাৰণে নিজৰ সকলো ইচ্ছাকে দমন কৰি নিজকে কৰ্ম্মযোগী স্বামীৰ ব্ৰততে ব্ৰতী কৰিলে। তেওঁ ঘৰ সজোৱা ইচ্ছাক বাদ দি প্ৰকৃত জীৱন সঙ্গিনী হ'ল। এনেবোৰ কথাতে মানুহ একোগৰাকীৰ চাৰিত্ৰিক সৌন্দৰ্য উজলি উঠে। কৰঙ্গাণী বাগিচাৰ কলঘৰৰো জন্ম কাহিনী এনেকুৱাই। আও পুৰণি ব্যৱহাৰৰ অযোগ্য এন্‌জিন বোৰ কিনি নতুন কৰি গঢ় দি কামত লগোৱা এই অযোগ্য লোহাৰ টুকুৰা বোৰেই কৰঙ্গাণীক এখন লেখত লবলগীয়া. চাহ বাগিচালৈ ৰূপান্তৰিত কৰিলে। এই মিলৰ পৰা উৎপাদিত চাহে আজি চাহৰ বজাৰত উচ্চমানৰ চাহপাত বুলি খ্যাতি লাভ কৰিছে। ইয়াৰ পিছত কৰঙ্গাণীৰ ওচৰতে আজিজবাগ বুলি যিখন বাগিচা তেওঁ কিনে সেই খনৰো চাহ পাতৰ মান-দন্ড একেই, সেই খনৰ সুখ্যাতি ও সমানেই বুলি শুনিবলৈ পোৱা যায়।

১৯৪১ চনত তেওঁ কলিকতালৈ আহে আৰু দুগৰাকী বন্ধুৰ পৰামৰ্শত এটা অতি পুৰণি দলিয়াই পেলাব লগীয়া ৰোলিং মিল কিনে। তেওঁৰ পুৰণি লোহাৰ টুকুৰাক নতুন জীৱন দিব পৰা মনটোৱে কুশলী হাতৰ আঙুলিৰে এই পুৰণি ৰোলিং মিলটোকো নতুন জীৱন দিলে। মিলটোৱে যেন চ্যৱন ঋষিৰ দৰে নতুন যৌৱন পালে — ইয়াৰ উৎপাদন ইমান বাঢ়িল যে মধ্য প্ৰাচ্যৰ বজাৰো দখল কৰিবলৈ সক্ষম হ'ল — কলিকতাৰ ভিতৰত এটি উল্লেখযোগ্য মিল বুলি পৰিগণিত হ'ল — পিচত যেতিয়া তেওঁ বিবেক দংশন নোহোৱাকৈ মিল চলাব নোৱাৰা হ'ল তেতিয়া মিলৰ দায়িত্ব এৰি দিলে। আজি কলিকতাৰ টালীগঞ্জত এই মিল নাই, কিন্তু 'চলিহা বাছ ষ্টেণ্ড' টো আছে। টালীগঞ্জৰ বুকুত চলিহাদেৱৰ এই স্মৃতি চিঃ অক্ষয় হৈ ৰ'ব। চলিহাদেৱে মিলৰ ব্যৱসায় এৰি দি অসমলৈ উভতি

অহাৰ সংকল্প লয় আৰু ১৯৫০ চনৰ আগে আগে অসমলৈ আহি আকৌ বাগিচাৰ কামত লাগে — তেওঁৰ ডাঙৰ ল'ৰা ইন্দ্ৰজিৎ চলিহাই মিলৰ দায়িত্ব লয়।

৪২ ৰ ভাৰত ত্যাগ আন্দোলনৰ সময়তে তেওঁ অসমৰ পৰা যোৱা কেবা গৰাকীও কংগ্ৰেছ কৰ্মীক আশ্ৰয় দিছিল। সেই সকলৰ ভিতৰত প্ৰয়াত জ্যোতি প্ৰসাদ আগৰৱালাদেৱো এগৰাকী। তেওঁ কিছুদিন স্বৰ্গীয় উমেশ বৰুৱাৰ ঘৰত থাকি পিচৰ সময় খিনি চলিহাদেৱৰ লগতে আছিল বুলি শুনিছিলো — তাতেই হেনো তেওঁ কুম্পুৰ ৰামায়ণ বুলি শিশু সকলৰ কাৰণে শিশু ৰামায়ণ লিখাৰ উপৰি কিছু নতুন গান আৰু কবিতাও লিখিছিল। সকলো কৰ্মীয়ে নিশ্চিন্তমনে তাত থাকিব পাৰিছিল কাৰণে তেওঁবিলাকৰ সাহিত্য চৰ্চ্চাই বাধা নাপাইছিল। তেওঁবিলাক আছিল প্ৰয়াত শঙ্কৰ বৰুৱা, প্ৰয়াত হৰেশ্বৰ গোস্বামী, লক্ষ্মী প্ৰসাদ গোস্বামী, লক্ষ্যধৰ চৌধুৰী আদি। কেবা গৰাকীও সৰ্ব্বভাৰতীয় নেতাৰ ভিতৰত আছিল প্ৰয়াত জয় প্ৰকাশ নাৰায়ণ, ৰাম মনোহৰ লোহিয়া, অচ্যুত পটৱৰ্দ্ধন আৰু শ্ৰীমতী অৰুণা আছফ আলি। তেওঁ ১৯৪১— ১৯৪২ চনৰ আন্দোলনত সক্ৰিয় ভাৱে যোগ দিয়া নাছিলে সঁচা কিন্তু নীৰৱে যিখিনি কাৰ্য কৰিছিল সেইখিনি সক্ৰিয় কৰ্মীৰ কামেই কৰিছিল। — কংগ্ৰেছৰ দুখৰ সময়ত তেওঁ আছিল, কিন্তু ভোগৰ সময়ত নাছিল।

১৯২১ চনত তেওঁ ৬ মাহৰ বাবে জেল খাটিব লগীয়া হয় টিয়ক ৰজাবজাৰৰ আয়ুব আলি শ্বেখ ডাঙৰীয়াক স্বেচ্ছাসেৱক বাহিনী গঠন কৰিবলৈ নিৰ্দ্দেশ দিয়া অপৰাধত। ১৯২৬ চনত বহা পাণ্ডু কংগ্ৰেছৰ আহ্বায়ক সকলৰ ভিতৰত চলিহাদেৱো এগৰাকী বুলি শুনিবলৈ পাওঁ। তেওঁ ১০ বছৰ কাল শিৱসাগৰ জিলা কংগ্ৰেছ কমিটিৰ সভাপতি হৈ থাকিব লগীয় হয় আৰু কেনেকুৱা সুখ্যাতিৰে তেওঁ গান্ধীজীৰ ১৮ দফীয়া আঁচনিৰ কামবোৰ কৰিছিল তাক সেই সময়ৰ শিৱসাগৰ বাসী সকলোৱে জানে। ১৯৩০ চনত স্বৰ্গীয় বিষ্ণুৰাম মেধি ডাঙৰীয়াক গ্ৰেপ্তাৰ কৰাৰ পাচত তেওঁ প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিৰ দায়িত্ব লব লগীয়া হয়। সেই সময়ত সভাপতি সকলক আন্দোলন চলাবলৈ আদেষ্টা বা ডিক্টেটৰো বোলা হৈছিল। ডিক্টেটৰ হিচাবে তেওঁ গোলাঘাটৰ ওৱাটিং আৰু বৰজানত বহা ৰাজহুৱা সভাত কংগ্ৰেছৰ স্বাধীনতাৰ প্ৰস্তাৱটো পঢ়ি দিয়াৰ উপৰি ৰাইজক বিদেশী বস্তু বৰ্জ্জন কৰিবলৈ আৰু বিদেশী বস্তুৰ দোকানৰ আগত পিকেটিং কৰিবলৈ অনুৰোধ জনায়।

দেশ স্বাধীন হোৱাৰ পাচত তেওঁৰ মাৰ্জ্জিত মনে সক্ৰিয় ৰাজনীতিৰ পৰা আঁতৰি থকাটোৱেই সমীচীন হ'ব বুলি ভাবি আঁতৰি থাকিল। কিন্তু তেওঁৰ নিচিনা নিষ্কলঙ্ক, নিৰপেক্ষ, নীতি নিষ্ঠ মানুহ এগৰাকীক কংগ্ৰেছ চৰকাৰে এৰিবলৈ টান পালে — সেয়ে তেওঁক পাব্লিক চাৰ্ভিচ কমিশ্বনৰ সভাপতি পদটো গ্ৰহণ কৰিবলৈ অনুৰোধ জনালে। তেওঁ মান্তি হ'ল। আজি তেওঁৰ দৰে বিবেকক সাক্ষী কৰি কাম কৰা কেইজন মানুহ আছে?

অতপৰে তেওঁক এজন আদৰ্শ ব্যৱসায়ী আৰু ৰাজনৈতিক জীৱনত সততা, নিষ্ঠা আৰু দূৰদৰ্শিতাৰে কেনেকৈ ৰাজনীতিৰ খলা-বমাত উজুটি নোখোৱাকৈ নিজৰ জিলা আৰু প্ৰদেশ খনৰো দায়িত্ব বহন কৰিছিল তাক বৰ্ণোৱা হ'ল। কিন্তু ঘৰুৱা জীৱন, সামাজিক জীৱন আৰু সাংস্কৃতিক জীৱনৰ নাওখনি কেনেকৈ চলাই নিলে তাৰো আভাস এটা নিদিলে লিখা খিনি উকা হৈ ৰ'ব।

মই দেখাত তেওঁ তেওঁৰ অগ্ৰজ প্ৰয়াত তাৰা প্ৰসাদ চলিহাদেৱক পিতৃৰ দৰে শ্ৰদ্ধা, ভক্তি কৰিছিল আৰু অনুজ সকলক নিজ সন্তানৰ দৰে চাইছিল। চলিহাদেৱৰ ককাইদেৱেকক মই প্ৰথমবাৰ কাৰণে দেখো কলিকতাত। ককাইদেৱেকে কিবা চিকিৎসাৰ কাৰণেই নে আন কিবা কাৰণে স্পষ্ট মনত নাই, কলিকতালৈ গৈছিল। তেওঁৰ ককাইদেৱেকে পাথৰ—তাৰ মানে নানাবিধ ৰত্নৰ গুণকাৰিতাৰ ওপৰত এজন যুৱকক বুজাই আছিল। এনেতে বন কৰা ল'ৰা এটিয়ে চাহ-জলপান লৈ আহিল। হঠাতে

দেখিলো চলিহাদেৱে উঠি ভিতৰলৈ গ'ল আৰু বৰমাই মাহীদেউক ক'লে, ল'ৰাটোৰ হাতত কিয় জলপান দি পঠিয়াইছা? লখিমী হঁত কেনি গ'ল। লখিমীয়ে (তেওঁৰ ডাঙৰ ছোৱালীটিয়ে) ভাই-ভনী-হঁতক লৈ কিবা কামত ওলাই গৈছিল সেয়ে মাহীদেৱে ওলাই গৈছে বুলি কোৱাত অলপ খং উঠা যেন দেখিলো আৰু কোৱা শুনিলো, বৰ দেউতাক আহিছে, চাহ জলপান তেওঁবিলাকে নিজে দিব লাগে—ফুৰি আহিলে বিছনা আদি যেন নিজে পাৰি দিয়ে। মই খঙৰ কাৰণটো বুজি ভাবিলো যে তেওঁ সমাজৰ ৰীতি-নীতি পৰম্পৰাত যি গাম্ভীৰ্য্য আৰু সৌষ্ঠৱ থাকে তাক ক্ষুণ্ণ হ'বলৈ দিব নোখোজে। স্বৰ্গীয়া অমল প্ৰভা বাইদেউ আৰু মই এবাৰ শিৱসাগৰত তেখেত সকলৰ ঘৰতে আছিলো, কাৰণ আমি দুয়ো কংগ্ৰেছ মহিলা শাখাৰ সংগঠিকা হিচাপে মিৰি গাঁও (আজি-কালি অৱশ্যে মিছিং গাঁও বুলি কয়) বিলাকত কাম কৰি আছিলো—বিশেষকৈ মহিলা সকলৰ মাজত কাম কৰিছিলো। ৰাতি আমি শিৱসাগৰলৈ আহোঁ আৰু ৰাতিপুৱাতে যাওঁ। তেতিয়া মই এটা কথা লক্ষ্য কৰিছিলো যে বোৱাৰী সকলে ৰাতিপুৱা গা ধুই পূৰা সাজেৰে ওলাই আহিব লাগে। তাৰমানে মেখেলা, ৰিহা, চাদৰ তিনিওখন কাপোৰ ব্যৱহাৰ কৰিব লাগে। মাননীয় মানুহ আহিলে চাহ পিয়লাত দিয়াটো শিষ্টাচাৰ বিবেচিত নহৈছিল। জলপানৰ কাৰণে সৰু বান কাঁহী বা পাণধোৱা, আৰু চাহৰ থাল বাটি ব্যৱহাৰ কৰা হৈছিল। এই প্ৰথা অসমীয়া মানুহৰ ঘৰে ঘৰে আছিল। আমাৰ ঘৰতো বয়সস্থ মানুহ আহিলে আমি চাহ কাপত নিদিছিলো। এই ঐতিহ্যবোৰ তেওঁ ৰাখি চলিলে ভাল পাইছিল। আৰু এটা কথা মই মন কৰিছিলো, তেওঁ যেন খোৱা-বোৱাৰ ৰুচিত হাড়ে-হিমজুৰে অসমীয়া আছিল। আবেলি গুৰুপাকী জলপান নেখাই চিৰা গাখীৰ খাই হে ভাল পাইছিল। তেওঁ উদাৰ মনা আছিল যদিও এনে সৰু সৰু কথা বোৰৰ মাজতো তেওঁ এটা গহীনালি দেখিছিল, যিটো তেওঁৰ মাৰ্জিত ৰুচিয়ে ভাল পাইছিল। তেওঁ অনাহকত খং নকৰে, কিন্তু যেতিয়া মনে অন্যায় যেন দেখে তেতিয়াহে খং কৰে। এনে দৃষ্টান্ত বহু আছে। মাত্ৰ এটাহে উনুকিয়াব খুজিছো।

এবাৰ এজন চাহাব মেনেজাৰে চলিহাদেৱৰ বাগিচাৰ মাটিৰ কেকুঁৰি এটাৰে বনুৱা ভাই এজন যোৱা দেখি সেই মাটি তেওঁৰ বাগানৰ মাটি বুলি ভাবিয়েই নেকি নাজানো সেই বনুৱাজনক অপমান কৰিলে আৰু মাৰিলে। ঘটনাটো জানি চলিহাদেৱে খঙত জ্বলি-পকি গৈ চাহাবজনক হেনো সুধিলে তেওঁ এই বনুৱাজনক কিয় মাৰিলে আৰু সি যে চাহাবৰ বাগানৰ মাটিৰে যোৱা নাই, তেওঁৰ বাগানৰ মাটিৰেহে গৈছে সেই কথাযাৰ সোঁৱৰাই দিয়াত চাহাবজনে চলিহাদেৱৰ লগত খঙেৰে তৰ্ক কৰিবলৈ ওলোৱাত চলিহা ডাঙৰীয়াই খং সামৰিব নোৱাৰি ভালকৈ কাণতলীয়া চৰ এটা মাৰি গুচি আহিল। চাহাবজনে তেওঁৰ যে অন্যায় হৈছিল ভাবিয়েই হবলা মনে মনে থাকিল। চলিহাদেৱে বাট বন্ধ কৰি দিলে।

এবাৰ এটা অকণমান পাহৰণৰ কাৰণে যাক নিয়মমতে চুৰি বা অপৰাধৰ শাৰীত পেলাব নোৱাৰি, তেওঁৰে মৰমৰ বৰজীয়াৰীৰ ওপৰতে অভিমানৰ খং এটা উঠিছিল। তেওঁ চাগে ভাবিছিল মোৰ ছোৱালী হৈ ইমান পাহৰা মনা হ'ল কিয়? কথাটো নিচেই সৰু কথা, কিন্তু দায়িত্ব বুজি কাম কৰা মানুহৰ পক্ষে ডাঙৰ কথা। কথাটো হ'ল এনে ধৰণৰ—কলেজ বন্ধ হ'লত লখিমী ঘৰলৈ আহিব, গাড়ীখন ষ্টেছনলৈ পঠিয়াব লাগে। আগেয়েও গাড়ী তেনেকৈ আনিবলৈ গৈ আছে—কিন্তু এইবাৰ লখিমীয়ে লৰালৰিকৈ টেলিগ্ৰাম খন পঠিয়ালে কাৰণেই চাগে কোনখন ট্ৰেইনত আহিব জনাবলৈ পাহৰিলে সেইটোৱেই চলিহাদেৱৰ মতে এটা ডাঙৰ অপৰাধ। বৰমাই মাহীদেৱে তেওঁক যেতিয়া গাড়ীখন ষ্টেছনলৈ পঠিওৱাৰ কথা ক'লে, উত্তৰত চলিহাদেৱে ক'লে, "কোনখন ট্ৰেইনত আহিব?" বৰ মাই মাহীদেৱে টেলিগ্ৰাম খন চাই ক'লে, "কোনখনত আহিব নিলিখিলে দেখোন।" এটা গহীন উত্তৰ আহিল "তেনেহ'লে গাড়ী নাযায়। কলেজত পঢ়া ছোৱালী এজনীৰ এইখিনি কথা জনা উচিত

যে কোনখন ট্ৰেইনত আহিব নজনালে গাড়ী পঠিওৱাৰ অসুবিধা।" বৰ মাই মাহীদেৱে জানে যে তেওঁ যিটোত ধৰে সেইটো নেৰে। সেয়ে একো নকৈ খালী ক'লে, "লখিমীয়ে সঁচাকৈ জনাব লাগিছিল, কিয় যে পাহৰিলে।" তাতকৈ ক'বলৈ তেওঁৰ একো নাছিল। মই বৰ মাই মাহীদেউৰ মুখ খনলৈ চাই তেখেতৰ মনৰ কথা বুজিব পাৰিছিলো।

এবাৰ হেনো ইণ্ডিয়ান টী এছোছিয়ছনৰ পৰা তেওঁলৈ চিঠি এখন আহিছিল। চিঠিখনৰ শিৰোনামৰ আগত কোনো উপপদ নাছিল, তাৰ মানে শ্ৰী বা মিষ্টাৰ এনে ধৰণৰ কোনো উপসৰ্গ নাছিল, তেওঁ এইদৰে চিঠিখন কিয় পঠিওৱা হ'ল জানিবলৈ কৰ্তৃপক্ষলৈ চিঠি দিয়ে। তেওঁ বিলাকে আপোন ভাবতহে তেনেকৈ লিখিছিল বুলি জনালে আৰু তাৰ বাবে ক্ষমাও খুজিলে। চিঠিখন যে আপোন ভাবত লিখা হোৱা নাছিল বা হয়তো অৱজ্ঞা কৰিও লিখা হোৱা নাছিল সেইটো স্পষ্ট, কিন্তু এনে অসাৱধানতা দেখাত অশোভনীয় কৰ্ত্তব্য আৰু অমনোযোগিতাৰ দিশৰ পৰা অক্ষমণীয়। সেই কথাকে তেওঁ এনে প্ৰতিবাদৰ দ্বাৰা চাগৈ সোঁৱৰাই দিলে।

মই এদিন এগৰাকী চৰকাৰী বিষয়াক, যি গৰাকীয়ে এতিয়া কামৰ পৰা অৱসৰ লৈ ৰাইজৰ কামতে লাগি আছে (তেওঁ হ'ল শ্ৰীযুত নৱদ্বীপ ৰঞ্জন পাটগিৰি যাৰ বিৰুদ্ধে সৰভোগ থানা আৰু বিমান ঘাটি জ্বলোৱা আৰু ধ্বংস কৰিবলৈ ওলোৱা অপৰাধত এটা মকৰ্দ্দমা ৰুজু কৰা হৈছিল, মকৰ্দ্দমাটো আছিল কিং এম্পাৰাৰ ভাৰ্ছাছ নৱদ্বীপ ৰঞ্জন পাটগিৰি এণ্ড আদাৰছ (King Emperor Versus Navadip Ranjan Patgiri and Others) তেওঁক চলিহাদেৱৰ বিষয়ে সোধাত তেওঁ ক'লে যে চলিহাদেৱ অসম পাব্‌লিক চাৰ্ভিছ কমিশ্বনৰ সভাপতি হৈ থাকোঁতেই তেওঁ প্ৰাৰ্থী হৈ যাব লগীয়া হৈছিল আৰু এনে এটা আস্থাৰ ভাব প্ৰাৰ্থী সকলৰ মনলৈ আপোনা আপুনি আহি গৈছিল যে এই মানুহজনে কাকো অবিচাৰ নকৰিব, কাৰণ মুখত নিৰপেক্ষতাৰ ভাব এটা ফুটি ওলাইছিল। সকলোৱে ন্যায় বিচাৰৰ ভৰসা পাইছিল। তেওঁ মোক ফোনতে কোৱা কথাখিনি হুবহু প্ৰবন্ধটিত তুলি দিলো। এই কথাখিনি শুনি মই ভাবিলো মানুহৰ অন্তৰখন যেতিয়া পৱিত্ৰ হয়, শুদ্ধ হয়, তেতিয়া মৌন মুখখনো কিজানি সবাক হৈ উঠে—মানুহৰ অতি মানসত লুকাই থকা পূণ্য ভাবৰাশিয়ে জ্যোতি হৈ প্ৰকাশ পায়। এনে ভাবমূৰ্ত্তিৰ মানুহ এগৰাকীৰ জীৱন চৰ্চ্চা আজিৰ নিচিনা বস্তুবাদী সভ্যতাৰ দিনত প্ৰয়োজনীয় হৈ পৰিছে।

তেও অসম ফিনানচিয়েল ক'ৰপোৰেশ্বনৰ (অসম বিত্তীয় নিগমৰ) অধ্যক্ষ হৈ থাকোঁতে মোৰ বৰ মামা প্ৰয়াত গিৰিশ চন্দ্ৰ বৰুৱাৰ ডাঙৰ ল'ৰা শ্ৰীমান দেৱব্ৰত বৰুৱাই সেই ক'ৰপোৰেশ্বনতে কাম কৰি আছিল। তেওঁক চলিহাদেৱক কেনে পাইছিল বুলি ফোনতে সোধাত তেওঁ ক'লে, তেখেত বিত্তীয় নিগমৰ অধ্যক্ষ হৈ থাকোঁতে বেতন লোৱা নাছিল। তেওঁ অতি মহৎ (মোষ্ট ডিগ্‌নি ফায়েড়), ভাৱ সাম্য নেহেৰুৱা সমতাপ্ৰাপ্ত (বেলেন্সড়্‌), পোন পটীয়া (ষ্ট্ৰেইটফৰৱাৰ্ড)। সেই কৰ-পোৰেশ্বনত কাম কৰা সকলোৱে সুধিচাৰ পাব এনে বিশ্বাস সকলোৰে আছিল।

এই উক্তি বিলাকৰ মাজতে চলিহাদেৱৰ সাধুতা, নিৰপেক্ষতাৰ ছবি এখন ধ্ৰুৱতৰাৰ দৰে জিলিকি উঠে।

তেওঁ অসম স্মল স্কেল ডেভেলপমেন্ট ক'ৰপোৰেশ্বনৰ দায়িত্বত থকা কালতো নিজৰ স্বাক্ষৰ ৰাখি থৈ গৈছে, নিজ বৰঙণিৰে। তেওঁৰ সুখ্যাতি কৰ্মী সকলৰ মুখে মুখে—এনে জীৱন বিলাকক মৰণে হৰণ কৰিব নোৱাৰে।

চলিহাদেৱ যেতিয়া বিত্তীয় নিগমৰ অধ্যক্ষ হৈ আছিল তেতিয়া মই অসম বিধান সভাৰ বিধায়িকা হিচাবে শ্বিলঙত থাকিব লগীয়া হৈছিল। সেয়ে তেওঁক সঘনে লগ পাই আছিলো। এদিন তেনেকৈ

লগ পাওঁতে মই তেওঁক সেই দিনাই লগ পোৱা দুটি ডেকা ল'ৰাৰ কথা কলো। ল'ৰা দুয়োজন যোৰহাট এনজিনিয়াৰিং কলেজৰ পৰা পাছ কৰা ল'ৰা। মই তেওঁলোকে কাৰিকৰী শিক্ষা লৈও বেকাৰ হৈ থকাত বেংকৰ পৰা ঋণ লৈ সৰু সুৰা কাৰবাৰকে নকৰে কিয় বুলি কোৱাত দেউতাকৰ বন্ধক দিবলৈ মাটি -বাৰী নাই বুলি ক'লে। মই তেতিয়া তেওঁলোকক শ্বিলঙত সেই সময়ত ভালদৰে চলা এটা কম মুলধনেৰে কৰিব পৰা কাৰবাৰৰ কথা কলো আৰু মই যি পাৰো সহায় কৰিম বুলিও কলো। কাৰবাৰটো হ'ল শ্বিলঙৰ সৰল গছ বিলাকৰ তলত পৰি থকা শুকান পাত বোৰ গোটাই তুলাৰ সলনি সেই পাতবোৰকে কাপোৰৰ মাজত সুমুৱাই তুলি, গাদী, গদি আদি কৰা। সেই সময়ত শ্বিলঙৰ মানুহে বহা কোঠাৰ বা চ'বাঘৰৰ (ড্ৰয়িংৰুমৰ) ছেট বোৰ তুলাৰ সলনি এই পাতেৰেই কৰিছিল। কিন্তু তেওঁলোকৰ কথাবোৰ মনঃপূত নহ'ল, কেৱল চাকৰিহে লাগে। মোক প্ৰশ্ন কৰিলে চাকৰি দিব নোৱাৰে যদি চৰকাৰে এনজিনিয়াৰিং কলেজবোৰ কিয় খুলিলে। মই উত্তৰত কলো তোমালোকে চাটিৰ কাৰণে আবেদন কৰোঁতে ফৰ্ম বিলাকত তেনে প্ৰতিশ্ৰুতি চৰকাৰে দিছিল নেকি ? তোমালোকৰ ঘৰত কাম কৰা মানুহ থকা সত্ত্বেও কোনোৱে বন বিচাৰি আহিলে তেওলোক দুখত পৰি আহিছে বুলি জানিও বন দিব পাৰা জানো ? তেতিয়া জানিবা তৰ্ক নকৰি মনে মনে থাকিল। এনেবিলাক কথাত মন বেয়া লাগিলেও ব্যতিক্ৰমো কিছুমান আছে। দিল্লীত এনেকুৱা দুখীয়া ল'ৰা এটিক শ্ৰীযুতা বেদৱতী বুঢ়া গোঁহাই (ভূতপূৰ্ব এম. পি) আৰু শ্ৰীমতী কমলি চৌধুৰীয়ে প্ৰয়াত সূৰ্য কুমাৰ (ভূএগ্ৰ দেৱৰ নুমলীয়া ছোৱালী) দিল্লীৰ ৰাজঘাটৰ গান্ধীজীৰ সমাধিলৈ যাওঁতে পাইছিল। ল'ৰাটিয়ে মেখেলা চাদৰ পিন্ধা মহিলা দুগৰাকীক দেখি অসমীয়া বুলি জানি নিজৰ পৰিচয় দিলে আৰু চকুৰ লাজত এইবোৰ কাম নিজৰ ঠাইত কৰিব নোৱাৰে কাৰণে ইয়ালৈ আহিছিল বুলি কৈ ক'লে এতিয়া টকা কিছু হৈছে সেয়ে দোকান এখন খুলিম বুলি ভাবিছো। এওঁ আছিল পলাশবাৰীৰ ল'ৰা। বস্তুত নিবনুৱাৰ কাৰণে চকুৰ লাজো এটা ডাঙৰ বাধা।

এই কথাবোৰ শুনি চলিহাদেৱে ক'লে, "তুমি তো মোতকৈ ভাল উপদেশেই দিলা। মই ঠিক এনেকুৱা এটা অৱস্থাত কি উপায় দিছিলো শুনা। মোৰ ৰোলিং মিলত কাম বিচাৰি দুটি বঙ্গালী ল'ৰা আহিছিল। এজন এম, এছ, চি, আনজন এম, এ। মই কাম নাই বুলি কোৱাত বৰ হতাশ হোৱা যেন লাগিল। মই সৰু সুৰা ব্যৱসায় এটাকে প্ৰথমে আৰম্ভ কৰা বুলি কোৱাত তেওঁ লোকৰ মূলধন নাই, এনেকি বেঙ্কৰ ওচৰত মাটি বন্ধক দি ঋণ লববৈলেও মাটি নাই বুলি ক'লে। মই তেতিয়া প্ৰশ্ন কৰিলো যে ঘৰত তেওঁলোকে ভাত কিহেৰে ৰান্ধে, খৰিৰে নে কয়লাৰে। এজনে ক'লে খৰিৰে, আনজনে ক'লে গোবৰৰ ঘুঁটিৰে। ঘুঁটিৰে ৰান্ধে বুলি কোৱা জনক তেওঁলোকৰ থকা ঠাইখিনিৰ মাটিৰ ৰং কেনেকুৱা বুলি সোধাত অলপ ৰঙাধৰণৰ বুলি ক'লে। মই কলো এজনৰ মুলধন হ'ল খৰি, আনজনৰ ৰঙামাটি। এতিয়া কামত লাগি যোৱা।"

চলিহাদেৱে তেওঁবিলাকক বেনাৰৰ দৰে কাপোৰ এখনত দুয়োজনৰ নাম দি তেওঁবিলাকৰ ডিগ্ৰী দি তেওঁবিলাকে ছাই আৰু ৰঙামাটিকে সম্বল কৰি আত্ম প্ৰতিষ্ঠা কৰিবলৈ ওলাইছে বুলি লিখি কলেজ স্কোয়াৰত বহি যাবলৈ ক'লে আৰু ক'লে, "চাবা, মহিলা সকল বিশেষকৈ বিধৱা মহিলাসকল তোমালোকৰ গ্ৰাহক হ'ব। সেয়েই হ'ল। বঙালী বিহাৰী ৰাজস্থানী ভনীসকলে বাচন ধুবলৈ ছাই আৰু চৌকা মচিবলৈ ৰঙা মাটি পাই দাম দৰ নকৰাকৈ কিনিবলৈ ধৰিলে। সেই অকণমান পুঁজিৰেই তেওঁবিলাকে ফিটা লোজেঞ্চ ছেফটি পিন কাঁটা আলপিন আদি বস্তুবোৰ বেচি অলপ ধন হ'লত সৰু দোকান এখন ভাৰা লৈ লাহে লাহে বঢ়াই গৈ আজি ভাল কাৰবাৰী মানুহ। অমূল্য বস্তুৰো যে মূল্য থাকে, কাৰো চকুত নপৰা অতি সামান্য বস্তুৰেও যে পুঁজি হৈ বিপদত সহায় কৰিব পাৰে সেই কথা

তেওঁৰ এনে কাহিনীয়েই সোঁৱৰাই দিয়ে। তেওঁ উঠি অহা চামক অভিজ্ঞতাৰ কযটি শিলত জীৱনটোৱে যে কেনেকৈ গঢ় লয় তাকেই বুজাইছে।

চলিহাদেৱৰ ভাব-গম্ভীৰ সেইৰূপৰ মাজতো ৰস জ্ঞান আছিল। কেতিয়াবা নিজে তেনেকৈ নাহাঁহে— আনক হঁহুৱায়। আৰু এটা কথা চলিহা পৰিয়ালৰ মাজত দেখিছিলো, তেখেত সকলে মৃদু হাঁহিৰে কথা কয় আৰু থোৰতে কয়।

আমাৰ সময়ত অসমীয়া ছোৱালীবিলাক যেতিয়া অসমৰ বাহিৰলৈ পঢ়িবলৈ গৈছিল তেতিয়া আজিৰ দৰে অসম হাউছৰ নিচিনা অতিথি শালা নথকাত ছোৱালী বিলাকে তাতে স্থায়ী ভাৱে থকা অসমীয়া পৰিয়ালৰ লগতে এৰাতি বা দুৰাতি কটাই অসমলৈ আহিছিল। ময়ো তেনেকৈ ১৯৪১ চনৰ আগলৈকে স্বৰ্গীয় অম্বিকা নাথ বৰাৰ ঘৰতে থাকিছিলো কিন্তু চলিহাদেৱ ১৯৪১ চনৰে পৰা কলিকতাতে থাকিবলৈ লোৱাত ডাঃ মোমাই দেৱে (ডাক্তৰ ভুৱনশ্বৰ বৰুৱাই) মোক চলিহাদেৱৰ ঘৰতে থাকিবলৈ কোৱাত তাতে থকা কৰিছিলো। চলিহাদেৱৰ ঘৰৰ সমুখতে 'দেবালয়' বুলি এটা ঘৰ আছিল।—দেবালয় নামটো অলপ বেলেগ ধৰণৰ দেখি এদিন শ্ৰীযুতা বৰমাই মাহীদেউক ঘৰটোৰ নামটো দেবালয় কিয় থলে, তাত ধৰ্ম্মালোচনা হয় নেকি, নে কোনোবা সাধু-সন্ত থাকে নেকি তাকে সুধিলো। শ্ৰীযুতা মাহীদেৱে ক'লে যে, তাত তিনি গৰাকী ভাই থাকে, তিনিউজন চিৰকুমাৰ আৰু তেওঁলোকৰ উপাধি হ'ল দেব, সেয়ে চাগৈ দেবালয় নাম দিছে। তাৰ কেইমাহমান পিচতে অল বেঙ্গল গাৰ্লচ্ ষ্টুডেন্ট ফেডাৰেশ্বনৰ (সদৌ বঙ্গ ছাত্ৰী সংঘৰ) বছৰেকীয়া অধিৱেশনলৈ সভানেত্ৰী হিচাবে নিমন্ত্ৰণ কৰাত আৰু বৰকৈ আহিবলৈ অনুৰোধ কৰাত আহি তাতে আছিলো। সেইবাৰ দেখিলো ঘৰৰ নাম সলনি হৈ 'ভালো বাসা' নাম হৈছে। মই মাহীদেউক সুধিলো নামটো কিয় সলালে? আগৰ নামটোৱে আধ্যাত্মিক ভাব এটা আনি দিছিল। এতিয়াৰ নামটোৱে ভাল ঘৰ ৰূপে নিজকে অঙ্কিত কৰিব খুজিলেও মোৰ হ'লে আগৰ নামটোহে ভাল লাগিছিল। শ্ৰীযুতা মাহীদেৱে উত্তৰত ক'লে, সৰু ভায়েক নৰেন্দ্ৰদেবে বিয়া কৰোৱাৰ পিচত নামটো সলনি হ'ল। মই কলো বিয়া কৰালে ঘৰৰ নামো সলনি হয়নে? চলিহাদেৱ তাতে বহি আছিল, মুখত অকণমানি কৌতুকৰ হাঁহি সানি ক'লে দুয়ো কবিয়ে বচা নাম যেতিয়া আমি কি কম? মই সুধিলো কোন দুই কবি, তেওঁৰ পত্নী গৰাকীও কবি নেকি? মাহীদেৱে ক'লে, অঁ তেৱোঁ কবি, তেওঁৰ নাম ৰাধাৰাণী। মই চিঞৰি উঠি কলো, অ' ৰাধাৰাণী নেকি? তেওঁৰ নাম মই শুনিছো, তেওঁৰ কবিতা পঢ়িছো আৰু তেওঁৰ কবিতা মই ভালো পাওঁ। এতিয়াহে বুজিলো দেবালয় কিয় মৰম তীৰ্থলৈ পৰিৱৰ্ত্তিত হ'ল। তেওঁলোক দুয়ো মাতৃভাণ্ডাৰৰ পৰা ওলোৱা মহিলা পত্ৰিকা খনিত লিখিছিল, যাৰ সম্পাদক আছিল প্ৰয়াত অক্ষয় নন্দী—শ্ৰীযুতা অমলা শঙ্কৰৰ দেউতাক। এই পত্ৰিকাখন মহিলাৰ কাৰণে আছিল যদিও পুৰুষ সকলেও ইয়াত কবিতা, প্ৰবন্ধ আদি লিখিছিল, ঠিক শিৱসাগৰৰ ঘৰ জেউতি খনৰ নিচিনা। শিৱসাগৰৰ ঘৰ জেউতি পত্ৰিকাখন ওলাইছিল চলিহা পৰিয়ালৰ ঘৰৰ পৰা। চলিহাদেৱৰ ডাঙৰ বাইদেৱেক স্বৰ্গীয়া কমলালয়া কাকতি আৰু বৌদেৱেক স্বৰ্গীয়া কনকলতা চলিহা এই পত্ৰিকাৰ যুটীয়া সম্পাদিকা আছিল। সেই পত্ৰিকাত চলিহা পৰিয়ালৰ সকলোৱে প্ৰবন্ধ, কবিতা আদি লিখিছিল। শ্ৰদ্ধেয় যাদৱ প্ৰসাদ চলিহায়ো লিখিছিল। মই শ্ৰীযুতা মাহীদেউৰ কথাযাৰ শুনি চিঞৰি উঠাৰ কাৰণ হ'ল সেই পত্ৰিকা খনিত শ্ৰীযুত নৰেন্দ্ৰদেব (যি গৰাকীয়ে ওমৰ খৈয়াম খনিৰ বঙ্গালী ভাষালৈ সুললিত ভাৱে অনুবাদ কৰি বঙ্গ সাহিত্যৰ বৰ নাম কৰিছিল। ) ডাঙৰীয়া এই পত্ৰিকাৰ নিয়মিত লেখক আছিল। তেওঁৰ কবিতা প্ৰকাশ হোৱাৰ পিচৰ সংখ্যাত শ্ৰীযুতা ৰাধাৰাণী দেবীৰ কবিতা ওলাইছিল। পঢ়ুৱৈ সকলে বুজি পাইছিল যে দুয়ো কবিতাৰে পত্ৰালাপ কৰিছে। আমি সেই

কবিতা সাহিত্য পঢ়িবলৈ উদগ্ৰীৱ হৈ থাকিছিলো।

এই সময়তে আৰু এটা ঘটনা ঘটিল। ছাত্ৰী সংঘৰ মিটিং শেষ হোৱাৰ পিছদিনাই শ্ৰীচঞ্চল ভট্টাচাৰ্য্য বুলি কলিকতাৰ চিটি কলেজৰ এটি ল'ৰা, যি জন ছাত্ৰ ফেডাৰেশ্যনৰো সভ্য, মোৰ তালৈ আহি ক'লে যে প্ৰয়াত অমিয় দাসগুপ্ত (এওঁ বামপন্থী ভাবধাৰাৰ আছিল বুলি জানিছিলো কিন্তু কমিউনিষ্ট বুলি জনা নাছিলো—এৱেঁই প্ৰয়াত ভূপেশ গুপ্তৰ গুৰু) মৃত্যু শয্যাত—তেওঁৰ টিবি হৈছে, বচাৰ আশা নাই, সকলো সহকৰ্মীকে শেষ বাৰলৈ চাবলৈ বিচাৰিছে। তেওঁ বৰাকপুৰত খেতিয়ক এজনৰ গোহালি ঘৰত আছে কাৰণ তেওঁৰ মূৰৰ ওপৰত দহ হাজাৰ টকা, সেয়ে আত্মগোপন কৰি আছে। এওঁ গুৱাহাটীত ক'তো থাকিবলৈ ঠাই নাপাই শেষত আশ্ৰয় বিচাৰি গৈ ত্যাগবীৰ হেম বৰুৱা আৰু অমিয় কুমাৰ দাসৰ লগতে কংগ্ৰেছ অফিচত কিছুদিন আছিল। পিছত তেওঁ হেনো স্বৰ্গীয় ভূপেশ গুপ্তক কৈছিল যে আমি নো কি কমিউনিষ্ট, এই কংগ্ৰেছী দুজনহে আচল কমিউনিষ্ট। যি হওক মাতি পঠিয়াইছে পিচে মই যাওঁ কেনেকৈ? মই বিমোৰত পৰিলো।

উপায় নেপাই চলিহাদেৱৰে পৰামৰ্শ বিচাৰিলো। তেওঁ ক'লে যে এজন চিনাকি মানুহে মৃত্যু শয্যাত পৰি মাতি পঠিয়াইছে, যাব নোৱাৰিলে তোমাৰেই বেয়া লাগিব, পিচে কালিৰ সভাখনৰ আগতে মাতিলে ভাল আছিল, এতিয়া তোমাক নেদেখা বিলাকেও কাগজে পত্ৰে দেখিলে। সেয়ে তুমি চাবলৈ গৈ তেওঁৰ গ্ৰেপ্তাৰৰ কাৰণো হ'ব পাৰা। গতিকে টেকছিত নগৈ বাছত গৈ আন ঠাইত জিৰণি লৈ আন মানুহৰ লগত যোৱা ভাল হ'ব, এই ল'ৰাজনৰ লগত নহয়। বাটত যদি কোনোবাই তোমালোকক অনুসৰণ কৰিছে বুলি ভাবা তেন্তে উভতি আহিবা। মই এবাৰ সেই সময়ৰ ছাত্ৰী নেতৃ স্বৰ্গীয়া মণিকুন্তলা বা কল্যাণী মুখাৰ্জীক (চি, পি, এম নেতা শ্ৰী বিশ্বনাথ মুখাৰ্জীৰ ভনীয়েক, পিচত প্ৰয়াত মোহন কুমাৰ মঙ্গলমৰ লগত বিয়া হ'ল) লগত নিম বুলি ভাবিছিলো, পিচে বহু কথা চিন্তা কৰি নিনিলে বেয়াহে হ'ব বুলি ভাবিলো। মই দোধোৰ মোধোৰ মন এটা লৈ গলো। বাৰাক পুৰলৈ চিধা বাছ নাযায়, সেয়ে সলাব লগীয়া হ'ল। মই বাছত গৈ থাকোঁতে মন কৰিলো এজন মানুহে পুলিচ অফিচাৰৰ বেশত আৰু আনজন সাধাৰণ পোছাকত আমাৰ পিনে কেৰাহিকৈ চাই গৈ আছে। বাছখন ৰোৱাত আমি নতুন বাছ খনত উঠিবলৈ লওঁতে দেখিলো সেই মানুহ দুজনো সেইখন বাছতে উঠিছে আৰু আগৰ দৰে মাজে মাজে আমালৈ চাই আছে। মই বাছৰ পৰা নামি গৈ ল'ৰাটিক মোৰ সন্দেহৰ কথাটো কলো আৰু কলো আমি উলটি যোৱাই ভাল। মই গৈ দাসগুপ্তৰ গ্ৰেপ্তাৰৰ কাৰণ হ'লে বৰ বেয়া লাগিব। দাসগুপ্তক কথাষাৰ বুজাই ক'বলৈ কলো। উলটি গৈ দেখো চলিহাদেৱ বৰ উৎকণ্ঠাত আছে, মুখত লাগি থকা স্বাভাৱিক হাঁহিটো নাই, দুঃশ্চিন্তাত থাকিলে মানুহৰ মুখ যেনেকুৱা হয় তেনে এটা ভাব যেন মুখত লাগি আছে। সময়ৰ আগতে গৈ ওলোৱাত চলিহাদেৱে আচৰিত হৈ কি হ'ল বুলি সোধাত সকলো কলো। পিচদিনা গুৱাহাটীলৈ গুচি আহিলো। দাসগুপ্তৰ কিবা হ'লে খবৰ কাগজতে খবৰ পালোহেঁতেন বুলি ধৰি লৈ নিশ্চিন্ত থাকিছিলো।

মই সংসদী ৰাজনীতি ভাল নাপালেও কংগ্ৰেছৰ সভ্যা আছিলো কাৰণে দলৰ আদেশ কেতিয়াবা অনিচ্ছাস্বত্বেও মানিব লগীয়া হৈছিল। তেনে এটা অৱস্থাত পৰি ১৯৫১ চনত ৰাজ্য সভালৈ যাব লগীয়া হ'ল। ৰাজ্য সভাৰ সভ্য সকলে শপত লোৱাৰ দিনা প্ৰয়াত অমিয় দাসগুপ্ত বোলে ৰাজ্য সভাৰ গেলেৰিত বহি আছিল। সভাৰ শেষত তেওঁ প্ৰয়াত ভূপেশ গুপ্তক হেনো ক'লে অসমৰ পৰা অহা মহিলা গৰাকীক চিনি পাওঁ চিনি পাওঁ যেন লাগিছে—পুষ্প লতা শইকীয়া যেন লাগিছে। পিচে দেখাত আগৰ দৰে নহয় অলপ বেলেগ লাগিল। তেওঁতো দাস নাছিল। গুপ্তই সেই একেজনই বুলি মোক মাতিবলৈ আহিব খোজাত মাতিবলৈ হাক দি গুচি গ'ল। গুপ্তৰ পৰা কথা ষাৰ শুনি ময়ো

আচৰিত হৈ ভাবিলো সেই দিনা বাৰাক পুৰত আধা বাটৰ পৰা গুচি অহাৰ কাৰণে বৰ বেয়া পালে নেকি ? তেওঁ বিপদত পৰিব বুলিহে গুচি আহিছিলো, মনতে ভাবিলো মানুহৰ মনবোৰ বৰ জটিল। কেতিয়াবা অসুস্থ শৰীৰে শুভ উদ্দেশ্যকো ভুল বুজে। চলিহাদেৱে নিজে কেতিয়াবা অভিনয় খেলা-ধূলা কৰিছিল নে নাই, যন্ত্ৰ সঙ্গীত আদিৰ সাধনাতেই বা আছিল নে নাই, গানেই বা গাইছিল নে নাই, একো নাজানো, কিন্তু তেওঁৰ পত্নী, কন্যাৰ জীৱন ধাৰাই এইটোকে প্ৰকাশ কৰে যে তেওঁ মানসিক ভাৱে সকলোতে আছিল। তেওঁৰ ঘৰত গীতৰো চৰ্চা আছিল, নৃত্যৰো চৰ্চা আছিল। তেওঁৰ স্থিত-প্ৰজ্ঞ জীৱনটোৱেই এটা আধ্যাত্মিক ৰসৰ সঙ্গীত।

চলিহাদেৱে অসমীয়া জাতিটোৱে যাতে এলাহ এৰি অকল চাকৰি এটাৰ কাৰণে হাবাথুৰি খাই নুফুৰি সম্মানী জাতি এটা হিচাবে বিশ্ব সভাত শিৰ ওখ কৰি থিয় হ'ব পাৰে তাৰ বাবে কৰা আন্তৰিক প্ৰচেষ্টাৰ সীমা নাই। নিজে পুৰোভাগত থাকি সংব্যৱসায়ৰ দৃষ্টান্তেৰে তেওঁৰ জীৱনটো সেৱাৰ এটি নিছিগা ধাৰ হৈ বই আছিল আৰু এদিন হঠাতে সেই প্ৰবহমান গতিত যতি পৰিলে। কিন্তু জীৱনটোৱে দি যোৱা অমৃত ধাৰা কেতিয়াও নুশুকায়, ই প্ৰেৰণা হৈ জাতিটোক জীৱনী শক্তি দি থাকিব। মৃত্যুৰ আন এটা নাম নতুন জীৱন। মহাকাল মহাজীৱনৰ ওচৰত সদায়েই পৰাজিত। মহাজীৱনে মহৎ প্ৰাণ বিলাকক অমৃতৰ অধিকাৰী কৰক ঃ চলিহাদেৱ নিজ কীৰ্ত্তিৰে, নিজ মহিমাৰে জিলিকি থাকিব।

# স্বাধীনতা ৰণৰ সংস্পৰ্শত



পদ্মনাথ বৰঠাকুৰ

## যাদৱ প্ৰসাদ চলিহা

আমাক আশ্বাস কৰি জেলত ঠাই দিছিল দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, ভুবন গগৈ আৰু বাহাৰুদ্দিন আহমদে। এওঁবিলাক তিনিও জেলত আৰু গগৈ বাহিৰত থকা কালৰ বেতবাৰী কেন্দুগুৰিৰ সভা, কংগ্ৰেছৰ অফিছত সভা, আমাৰ গ্ৰেপ্তাৰ আদিৰ বৃত্তান্ত, অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে এই কেইদিনৰ খবৰ, তদুপৰি বাতৰি-কাকত আদিত পোৱা মতে সদৌ ভাৰতৰ খবৰ -বাতৰি দিয়া হ'ল কিন্তু বৰঠাকুৰ বা গগৈদেওৰ ঘৰুৱা খবৰ সম্পূৰ্ণ আমাৰ অবিদিত হেতু একোকে কৰা নগ'ল। এতিয়া ডাঙৰ প্ৰশ্ন আহিল সম্প্ৰতি কাৰ নেতৃত্বত শিৱসাগৰ চলিব সেইযাৰ।

শিৱসাগৰৰ কংগ্ৰেছ নেতৃত্বৰ বিষয়ত দেখিলোঁ ভুবন গগৈ বৰ গহীন। তেওঁ বোলে মাখন উকিলক ধৰাৰ লগে লগে বাপে (অৰ্থাৎ যাদৱ চলিহাই) জিলা কংগ্ৰেছৰ নেতৃত্বৰ দায়িত্ব গ্ৰহণ কৰিবহি আৰু তেওঁক গ্ৰেপ্তাৰ কৰিলে নেতৃত্বৰ দায়িত্ব কাৰ গাত পৰিব, সেইটো চলিহাইহে ঠিক কৰি লবহি। তেতিয়া যাদৱ চলিহাই বনমালী আৰু গোসাঁই বাৰী নামৰ বাগিচা দুখনৰ বাহিৰেও, আন এখন বাগিচা (বোধ কৰোঁ লংবৈখনকে, চাৰিঙৰ বিখ্যাত হাতী মহলদাৰ ৰাধাকান্ত ফুকনৰ লগত) যুটীয়া প্ৰচেষ্টাত তৰি লৈছে। তদুপৰি চফ্ৰাইত কাঠ-ফলা কল এটাও চলাইছে। ইমানখিনি জঞ্জাল হঠাতে ককাইদেৱেক তাৰাপ্ৰসাদ চলিহাৰ মূৰত দি যে লাগ বুলিলেই আহি যাব পাৰিব, মোৰ তাত সন্দেহ আছিল। কিন্তু যাদৱ প্ৰসাদ চলিহা ঠিক সময়তেই শিৱসাগৰত ওলাই পৰিলহি। কামত হাত দিওঁতে নিদিওঁতেই গনিঙে জবৰদস্তি ফাটকত ভৰালেহি। পিছে ছমাহ মানলৈহে ম্যাদ হোৱাত, নেতাৰ দল গোটেইটো জেলৰ ভিতৰত থাকোঁতে, যাদৱ চলিহাই প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিত্ব গ্ৰহণ কৰিব লগীয়াত পৰিল। প্ৰাদেশিক কংগ্ৰেছখনো নিয়াৰিকৈ চলাই দিলে।

## মনে যে নেমানে

যি সময়ত লিখক মাহমৰা অঞ্চলৰ টিমনত, তেতিয়া যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়া নিজৰ বাগিচা কৰঙ্গাণীত। টান অসুখৰ পিচত মানুহজনে গা তঙাব পৰা নাই। চাহৰ বজাৰো তেতিয়া তেনেই হতাশজনক। চলিহাৰ আৰ্থিক অৱস্থাৰ পিনেও তথৈবচ। এনেতে এদিন গৰু গাড়ীৰে ওলালহি শিৱসাগৰলৈ বুলি। তেখেতক কলো যে আন্দোলন পূৰ্ণ পয়োভৰে চলি থকা দিনত, যেতিয়া কংগ্ৰেছী বন্ধু-বান্ধৱসকলে, অৰ্থাৎ আমাৰে ৰাজনৈতিক সহযোগী সকলে আন্দোলন পাতি গোটেইখন তোলপাৰ লগাই আছে, এনে সময়ত নিজে হাত সাৱটি সেইবোৰ চাই থকা সম্ভৱ নহ'ব; এতেকে এনে দিন-কালত অসুস্থ দেহা লৈ শিৱসাগৰৰ নিচিনা মুকলি ঠাই এখনলৈ ওলাই যোৱা সমীচীন নাই হোৱা। চলিহাই কিন্তু তেনে আশংকা কৰিবৰ কোনো থল নাই বুলি মোক আশ্বাস দিলে। চলিহা শিৱসাগৰতে আছে। এনেতে ফাগুৱাৰ সমদলৰ ওপৰত, কেইটামান বাটেদি গলে সাম্প্ৰদায়িক সংঘৰ্ষৰ আশংকা কৰি চৰকাৰে তাত নিষেধাজ্ঞা জাৰি কৰিলে। হিন্দু মুছলমানৰ, যাৰ পৰ নাই সম্প্ৰীতি থকা শিৱসাগৰ নগৰৰ নিচিনা এখন ঠাইত এনে বিৰোধ ভাব অহাটোত বে-চৰকাৰী মহল পতিয়ন নগ'ল। গতিকে নগৰৰ নেতৃস্থানীয় লোকসকল আৰু তাৰ লগতে যাদৱ চলিহা ডাঙৰীয়াও নিষেধাজ্ঞা অমান্য কৰিবলৈ দল বান্ধি ওলাল। ক'তো কোনো অঘটন নঘটিল। তথাপি এৰা সকলক মহকুমাধিপতিৰ ওচৰত হাজিৰ কৰা হ'ল। চাহাবে লিখিতহে নালাগে মৌখিক ভাৱেও কোনো

প্ৰতিশ্ৰুতি নিবিচৰাকৈয়ে অযাচিতে সকলোটিকে নিজ নিজ জামিনতে এৰা হৈছে বুলি শুনাই ক'লে, "কোনদিনালৈ আদালতত হাজিৰ হ'ব লাগিব, সময়ত চমন পাব।" পিচে সেই চমন কিখনৰ জন্ম আৰু নহ'ল।

## অমুছলমান সমষ্টি (শিৱসাগৰ মহকুমা)

শিৱসাগৰ মহকুমাত অমুছলমান সমষ্টি দুটা। লোক-সংখ্যাৰ লেখত শিৱসাগৰ মহকুমাত আহোম কিজানি একক গৰিষ্ঠ। কিন্তু পূব সমষ্টিটোত সংখ্যা-গৰিষ্ঠই হ'ব, যদিহে চাহ বাগিচাৰ বনুৱা বাদ পৰি ৰয়। ভুৱন চন্দ্ৰ গগৈক এবাৰ কোৱা হৈছিল যে য'ত যি সম্প্ৰদায় সংখ্যা-গৰিষ্ঠ তাৰপৰা সংখ্যা-লঘু সম্প্ৰদায়ৰ প্ৰাৰ্থী তুলিব লাগে। ঈশ্বৰৰ ইচ্ছাত গগৈদেও পচিম-সমষ্টিৰ পৰা উঠা ঠিক হ'ল। পূব-সমষ্টিৰ পৰা যাদৱ প্ৰসাদ চলিহাহে যোগ্য পুৰুষ। নিজৰ আৰ্থিক দুৰৱস্থালৈ লক্ষ্য ৰাখি যাদৱ চলিহা নিৰ্ব্বাচনত নামি তেওঁৰ কৰঙ্গাণী চাহ বাগিচাখনক বিপন্ন কৰা হ'ব বুলি ভয়ত মনটো কোঁচালে। খালৈ-ঘোগোৰা, মাহমৰা, অভয়পুৰ আদি মৌজাত চলিহাৰ বিশেষ প্ৰতিপত্তি। তেওঁবিলাকৰ বনমালী চাহ বাগিচাখন এই অঞ্চলত থকাত আৰু আন্দোলনৰ প্ৰথম সূত্ৰপাতত চলিহাই বাগিচাৰখন ঘৰকে আন্দোলনৰ স্থানীয় কেন্দ্ৰৰ দৰে পাতি লোৱাত, স্থানীয় ৰাইজে তেওঁবিলাকক স্বৰূপতে এই অঞ্চলৰে এঘৰ মানুহ বুলি ধৰি লৈছিল। এনে স্থলত এই অঞ্চলৰ পৰা যাদৱ চলিহা নুঠিলে শেহান্তৰত প্ৰতিক্ৰিয়াশীল কোনোবাজনহে বাচনিত উঠিব পাৰে। এটা আবেলিৰ পৰা গোটেই ৰাতিটো টিমনত চলিহাৰ লগত সেই একে আলোচনা চলিছিল। পিচদিনা সৈমান হৈ গোলাঘাট বুলি ওলাল, তাতে তাৰো পিচদিনা চলিহা কংগ্ৰেছ পক্ষৰ বাচনিত উঠিল।

চলিহাৰটো সমষ্টিত কংগ্ৰেছৰ প্ৰতিদ্বন্দ্বী ৰূপে থিয় দিলে ব্যৱস্থাপক সভাৰ প্ৰাক্তন সদস্য যোগেন্দ্ৰ নাথ গোহাঁই ডাঙৰীয়া আৰু শিৱসাগৰৰ হলেও, সোণাৰীৰ চাহ খেতিয়ক, কবি পাৰ্ব্বতী প্ৰসাদ বৰুৱা ডাঙৰীয়া। বৰুৱাদেও আৰু গোহাঁইদেও উঠি-পৰি লাগিছে; চলিহা কিন্তু অসমতে নাই। পশ্চিম সমষ্টিত ভুৱন গগৈৰ কোনো প্ৰতিদ্বন্দ্বী নথকা হেতুকে তেওঁ পূব সমষ্টিত চলিহাৰ প্ৰতিনিধি স্বৰূপে নিৰ্ব্বাচনী সভা-সমিতি পাতি ফুৰিছে; লগে লগে দুৰ্গাপ্ৰসাদ বৰঠাকুৰ, লক্ষ্মীকান্ত বৰুৱা, দুৰ্গাধৰ বৰুৱা হেমকান্ত বৰপূজাৰী, আনন্দ চন্দ্ৰ বেজবৰুৱা আদিয়েও যৎপৰোনাস্তি সহায় কৰিছেহি। পাৰ্ব্বতী প্ৰসাদ বৰুৱাৰ সোঁ-হাত হৈ খাটিছিলহি 'দৈনিক বাতৰি'ৰ সম্পাদক, ব্যৱস্থাপক সভাৰ প্ৰাক্তন সভ্য, নীলমণি ফুকন বাগ্মীবৰ ডাঙৰীয়াই; তেখেতে নিজেও যোৰহাটত কংগ্ৰেছৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা চলাইছিল। যোগেন গোহাঁইৰ সমৰ্থক বুলিবলৈ বাগিচাবোৰৰ ফিৰিঙি গোটেইমখা, তদুপৰি নিজৰ জ্ঞাতি বুলি যি আহোমসকলক তেওঁ ভোটৰ দাবী জনাইছে, সমষ্টিটোত সেই সকলেই সংখ্যা-গৰিষ্ঠ। সেই কাৰণে চলিহাৰ প্ৰতিদ্বন্দ্বী পাৰ্ব্বতী বৰুৱা নুবুলি গোহাঁইহে বুলিব পাৰি। চৰকাৰৰ ঘৰত মনোনয়ন পত্ৰত চহী দিবৰ সময়তহে চলিহা ওলাইছেহি। আৰু এক খোদাই ওলাল ভুৰুকাই !— সেইজন কংগ্ৰেছ নেতা লক্ষ্মীকান্ত বৰুৱা। তেওঁ নিজৰ কংগ্ৰেছ পক্ষৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা কৰাৰ মানসে মনোনয়ন পত্ৰ দাখিল কৰি সকলোকে তবধ মনালে। সমষ্টি ললে ভুৱন গগৈৰটো। কংগ্ৰেছে এতিয়া উভয় সমষ্টিতে সমানে জোৰ দিব লগীয়াত পৰিল। ভুৱন গগৈৰ বিৰুদ্ধেহে মাখন উকীল উঠাত সাম্প্ৰদায়িক ভাবাপন্ন আহোমসকলৰ মাজত ইও আহোম সম্প্ৰদায়ৰ বিৰুদ্ধে বৰ্ণ হিন্দু সকলৰ কিবা এক কূট চক্ৰান্ত বুলি সন্দেহ জন্মোৱাত সহায় কৰিলে। সি যি কি নহওক সমষ্টিটোৱেপতি সংখ্যা-গৰিষ্ঠ সকলৰ একোজনে প্ৰবল পৰাক্ৰান্ত ভাৱে প্ৰতিদ্বন্দিতা কৰা স্বত্বেও কংগ্ৰেছৰ বাচনিত উঠা সেই সেই সমষ্টিৰ সংখ্যা-লঘিষ্ঠৰ ভিতৰৰ দুয়োজনে নিৰ্ব্বাচনত জয়লাভ কৰিলে। প্ৰাক্ স্বাধীনতাৰ দিনৰ কংগ্ৰেছৰ মাহাত্ম্যই এনে।

যাদৱ প্ৰসাদ চলিহা

## উপ-নিৰ্ব্বাচনৰ সংস্পৰ্শত

যাদৱ চলিহা আৰু থাওৰা-মৌজাদাৰ শিৱনাথ শৰ্ম্মাই কোৱা-মেলা কৰোঁতেহে বুজিলো বোলে হৰিনাথ গগৈয়ে পাটসাঁকোতে যি অলপ প্ৰভাৱ পেলাব পাৰে, তাৰ বাদে বকতা মৌজাৰ ক'তো কংগ্ৰেছে ভোটৰ আশা ৰাখিব পৰা নহ'ব। পিচত কুলধৰ চলিহা আৰু যাদৱ চলিহা উভয়ৰে পৰামৰ্শ মানি বাগিচাৰ কামৰ পৰা তিনি কি চাৰি দিনৰ ছুটী লৈ উপ-নিবাৰ্বাচন-অভিযানত অংশ গ্ৰহণ কৰাৰ উদ্দেশ্যে ওলোৱা হ'ল। পোনেই শিৱসাগৰত ওলালোগৈ।

শিবসাগৰৰ পৰা নঙলা মৰাইদি চৰুভঙা দিহিঙীয়াৰ বেতবাৰী মৌজাৰ এলেকাৰ তাহানিখনৰ কেন্দ্ৰগুৰি পালোগৈ, বিমলা প্ৰসাদ চলিহা আদিৰ দলত। ৰাইজ চাপিছে। আহোম সভাৰ তৰফৰ পৰা চাৰিজনমান কলেজীয়া ছাত্ৰও আছে। কংগ্ৰেছৰ নামত যোৱা সকল (যিবিলাকৰ নাম মনত পৰিছে) হ'ল, যাদব প্ৰসাদ চলিহা, ভদ্ৰকান্ত ফুকন, বিমলা প্ৰসাদ চলিহা, দেৱকান্ত বৰুৱা, অজিত চন্দ্ৰ গগৈ, হৰিনাথ গগৈ আৰু কিজানি পূৰ্ণানন্দ চেতীয়া আদি। "কোনেও নমতাকৈ কংগ্ৰেছৰ মানুহ কিয় আহিছে?"—এই প্ৰশ্ন তুলিলে আহোম সভাৰ ফালৰ ল'ৰা বিলাকে। সমিধান দিয়াৰ পিচত যাদব প্ৰসাদ চলিহাক সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰা হ'ল। আহোম সভাৰ পক্ষৰ ঘোৰ আপত্তি উঠিল বোলে তেওঁবিলাকেহে সভাপতি বাচিব। তাত মান্তি হোৱা হ'ল। এতিয়া পিচে সভাপতি এজনৰ নাম প্ৰস্তাৱ নহয় হে নহয়। এনেকৈয়ে বহুত পৰ গ'ল; সভাসদ নিমাত নিস্তব্ধ। তেওঁবিলাকৰ আৰু সভাপতি এজন নোলাল। শেহত দায়িত্ব ভাৰ কংগ্ৰেছলৈ দিয়াত চলিহাকে সভপতিৰ বৰণ দিয়া হ'ল। এই বাৰ এটা বুজাবুজিলৈ অহা হ'ল যে একে ফৈদৰ দুজনে একেলেথাৰিয়ে নকব, ইদলৰ এজনৰ পিচত বিপক্ষৰ এজনে কব। চুক্তিৰ মূৰত কাৰ্য্যাৰম্ভ।

এজন চেঙেৰাই সোঁহাতৰ তৰ্জনী আঙুলিটো টৌৱাই তেনেই যাদৱ চলিহাৰ তালুত চোৱা যেন কৈ কৈছে, "ৰাইজ! এইযে মানুহটো সভাপতি হৈ বহিছে, এইটোৱে দুনিয়াখনক ঠগাই বাগিচা পাতিছে। বাগিচাবোৰত মানুহৰ তেজ শুহিছে। ইহঁতে এহাতে কানি বন্ধ কৰি দেখুৱাইছে, সিহাতে ৰাতিয়ে দিনে ধুম ধাম চোৰাং কানিৰ বেপাৰ চলাইছে। এই চোৰ-ডকাইত মখাই নিজৰ নিজৰ সুবিধা কৰি লবলৈহে কানি নিবাৰণী আইন এখনকে কৰি পেলালে............ইত্যাদি।"

এনে ধৰণৰ আচৰণ হোৱা সভা-সমিতিত এয়ে মোৰ প্ৰথম প্ৰৱেশ। ওঁঠ চেপিলে গাখীৰ ওলোৱা খুদ্ খুদ্ এই চেঙেলীয়া কলেজীয়া বিলাকৰ মূৰত সোমোৱা এই বীজেই যেতিয়া বিষবৃক্ষ হৈ উঠিব, তেতিয়া যে দেশখনলৈ যি দুৰ্দ্দশা আহিব, ভাবি ছাটিফুটি লাগিল। মই অসহ্যবোধ কৰাটো, বিমলা চলিহাই কিবা স্বৰূপে উমান ধৰি মোক একাষৰীয়াকৈ লৈ বুজালেগৈ যাতে ল'ৰা কেজনৰ ব্যৱহাৰত খং নোতোলোঁ বা কোনো ৰকমৰ কঠুৱা মাত নেমাতো; কাৰণ তেওঁবিলাকৰ মূল উদ্দেশ্যই হৈছে হতাহতি ঘটোৱা আৰু তাৰ দ্বাৰা যি হুলস্থূল সৃষ্টিৰ সম্ভৱ, তাৰ ফলত সভাখন ভাঙি কংগ্ৰেছীক হিংসা ভাৱেৰে অনুপ্ৰাণিত কৰোৱা। বিমলা চলিহা তেতিয়া চফল ডেকা। ইমানখিনি কথা গৰকি লৈ তেখেত যেনে গহীনে গম্ভীৰে আছে, মোৰ সিমানখিনি শক্তিৰ অভাৱ বুজি আন্তৰিক লাজো লাগিছিল। বাহিৰৰখন সমাজৰ লগত চুলিডালমানহে সম্বন্ধ ৰাখি চাহ বাগিচা আৰু তাৰ পাৰিপাৰ্শ্বিক হাবি-বননিবোৰকে মোৰ বুলি বহুত বছৰ কটাই দিয়াৰ কাৰণে নতুন যুগৰ নতুন নতুন ভাবধাৰা মোলৈ যে সাঁথৰ হৈ পৰিছে, তাৰ কিছু উপলব্ধি কৰিলো। কিন্তু ভাবিবলৈ টান যদিও, এটা কথা ধ্ৰুপ যে এই গজলীয়া ডেকাৰ দলে এনে আদৰ্শৰে অনুপ্ৰাণিত হৈ দেশত যি কেৰোণ লগাব আৰু এওঁবিলাক নাগৰিক হৈ যেনে এখন সমাজৰ গঢ় দি যি দুৰৱস্থা আনিব সি ভয়াবহ কিবা হ'ব।

## চাহ বনুৱাৰ হাজিৰা

সময়ৰ গতিলৈ লক্ষ কৰি ইণ্ডিয়ান টি এচোচিয়েছনৰ তৰফৰ পৰা পি-জে গ্ৰীফিট্‌চ. আই-চী-এচ ডাঙৰীয়াই ইউৰোপীয়ান ভাৰতীয় নিৰ্ব্বিশেষে সেই অঞ্চলৰ মেনেজাৰ সকলৰ লগত নাহৰকটিয়াতে আলোচনা আৰম্ভ কৰিলে। এই লিখকৰ মতে সেই অঞ্চলত তেতিয়া বনুৱাৰ দৈনন্দিন জীৱন নিৰ্ব্বাহৰ খৰছ দিনে গড়ে বাৰ অনা অথচ বনুৱাৰ দৈনিক হাজিৰা হৈছিল চাৰি অনা ছয় অনাৰ ভিতৰত। গতিকে দৰ্ম্মহাৰ নিৰিখ বঢ়াবৰ প্ৰস্তাৱ দিয়া হ'ল। সকলোবিলাক ইউৰোপীয়ানে সেই মত সমৰ্থন কৰিলে। (দুঃখৰ বিষয় ভাৰতীয় সকল বিৰুদ্ধে ৰ'ল)। কৰঙ্গাণী বাগিচাৰ মালিক যাদৱ প্ৰসাদ চলিহা ডাঙৰীয়াই কলিকতাৰ পৰা তাঁৰ যোগে বাগিচালৈ খবৰ দিলে, সেইমত মানি, বাৰ অনাকৈ হলেও দিবলৈ।

**লেখকৰ 'স্বাধীনতা ৰণৰ সংস্পৰ্শত' নামৰ কিতাপৰ পৰা সংকলিত।**

১৭১। মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহায়ো এই সমষ্টিতো বিভক্ত হোৱাত দুবাৰ সোণাৰী সমষ্টিৰ পৰা উঠিছে।

১৮৫। গোলাঘাটৰ

১৮৬। পিচলৈ অসম বিধান সভাৰ সংসদী সচিব, এম্ পি, অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি আৰু সুদীৰ্ঘকাল অসমৰ মুখ্যমন্ত্ৰী (বিমলা প্ৰসাদ চলিহা)।

১৮৭। পিচলৈ এম, পি, অসম বিধান সভাৰ অধ্যক্ষ আৰু মন্ত্ৰী।

১৮৮। পিচলৈ উপমন্ত্ৰী আৰু মন্ত্ৰী।



# ৰায় বাহাদুৰ কালীপ্ৰসাদ চলিহা

১৮৫৯ চনৰ ডিচেম্বৰ মাহত নাজিৰাত স্বৰ্গীয় কালীপ্ৰসাদ চলিহা ডাঙৰীয়াৰ জন্ম হয়। তেখেতৰ পিতাক কৃষ্ণদাস চলিহা মজলীয়া অৱস্থাৰ মানুহ আছিল। তেওঁ এখন চাহ-বাগিচাত মহৰি কাম কৰিছিল। কৃষ্ণদাস চলিহাৰ পিতাক শিশুৰাম চলিহাই যোগ সাধনা কৰিছিল।

চলিহা বংশৰ প্ৰতিপত্তিৰ বিষয়ে কোৱা অনাৱশ্যক। কবলগীয়া কথা যে আহোমসকলৰ ৰাজত্বকালত চলিহা খেলৰ ভিতৰত চমুৱা নাছিল, চলিহা মাত্ৰেই বিষয়া আছিল।

কালীপ্ৰসাদ চলিহাই পোনতে পাঠশালাত পঢ়ে, তাৰ পাছত নবছৰ বয়সত শিৱসাগৰ স্কুলত নাম লগায়। তেখেতে বৰ দুখেৰে পঢ়ে, ঘৰৰ অৱস্থা বৰ ভাল নাছিল। সহায় কৰোঁতাও কোনো নাছিল, মোমায়েক কৃষ্ণপদ দুৱৰাই মাথোন মাজে মাজে টকা-পইচা দি সহায় কৰিছিল। ১৮৭৮ চনত তেখেতে দ্বিতীয় বিভাগত এণ্ট্ৰেন্স "পাছ" কৰে, কিন্তু খৰচৰ অভাৱত কলেজলৈ যাব নোৱাৰিলে।

কলেজলৈ যাব নোৱাৰি চলিহা ডাঙৰীয়াই ত্ৰিশ টকাত নাজিৰাৰ আসাম কোম্পানীৰ অফিচত কেৰাণী কাম কৰে আৰু ঘৰতে আইন পঢ়ে। তেওঁ এইদৰে এবছৰমান কাম কৰি ১৮৮২ চনত বি-এল্ পৰীক্ষা "পাছ" কৰে। বি-এল্ "পাছ" কৰাটো কিমান টান তাক বোধ কৰো কব নালাগিব। একেবাৰতে বি-এল্ "পাছ" কৰা অসমীয়া উকীল নিচেই কমেইহে। চলিহা ডাঙৰীয়াই যে কেৰাণী কাম কৰিও ইমান কম সময়ৰ ভিতৰতে এই পৰীক্ষা "পাছ" কৰিলে, সেইটো তেখেতৰ জীৱনব্যাপী অধ্যৱসায়ৰ এটা প্ৰমাণ মাথোন।

পৰীক্ষাৰ পিছ বছৰ তেখেতে ব্যৱসায় আৰম্ভ কৰে। সেই সময়ত শিৱসাগৰত তেখেতৰ বাহিৰে ইংৰাজী জনা উকীল সৰহ নাছিল। উকীলি শিকোঁতে তেখেতে এজন পুৰণি উকীলৰ সহায় লব লগাত পৰিছিল। সেই উকীলজনে ইংৰাজী নাজানিছিল। এজন ইংৰাজী-জনা মানুহ উকীল হ'লে তেওঁৰ প্ৰতিপত্তি কমিব এই ভাবি চলিহা ডাঙৰীয়াক তেওঁ সহায় কৰক ছাবি শিৱসাগৰৰ পৰা আঁতৰাবৰ মন কৰিলে। এনে সময়ত জনা-বুজা উকীল শ্ৰীযুত অক্ষয়কুমাৰ ঘোষ মহোদয়ৰ হাতত তেখেতৰ ৰক্ষা হয়। সদাশয় ঘোষ মহোদয়ে নানা উপদেশ দি আৰু নিজৰ কিতাপ-পত্ৰ পঢ়িবলৈ দি চলিহা ডাঙৰীয়াক শিক্ষিত কৰি তুলিলে। তাৰ পাছত তেখেত নিজেই এজন প্ৰতিষ্ঠাৱান উকীল হ'লগৈ। তেখেতৰ মাহিলি আয় এহেজাৰলৈকে হৈছিল। কিন্তু তেখেতব পৰিয়াল বৰ ডাঙৰ আছিল। পুহিব লগা মানুহৰ সংখ্যা বেছি আছিল। সেইবাবে তেখেতৰ সাঁচন অলপ কম হৈছিল।

উকীল হোৱাৰ অলপ পাছতে দামোদৰ বৰুৱাৰ জ্যেষ্ঠা কন্যাৰ লগত তেখেতৰ বিয়া হয়। কিন্তু দুৰ্ভাগ্যবশতঃ বিয়াৰ দুবছৰমানৰ পাছতে অপুত্ৰক অৱস্থাত তেখেতৰ পত্নী বিয়োগ হয়। তাৰ পাছত চলিহা ডাঙৰীয়াই মৃত পত্নীৰ ভনীয়েকক বিয়া কৰায়। এই বিয়া সুখৰ হ'ল। সিবিলাকৰ পাঁচোটি ল'ৰা আৰু ছটি ছোৱালী হয়। শোকৰ বিষয়, প্ৰথম ল'ৰাটিৰ আৰু দ্বিতীয় ছোৱালীটিৰ অকালমৃত্যু ঘটে। চলিহা ডাঙৰীয়াৰ বৰ্তমান যিটি বৰ ল'ৰা আছে তেওঁ বিলাতত বেৰিষ্টাৰী পঢ়িছে, এটিয়ে কলেজত পঢ়িছে আৰু বাকী কেইটি স্কুলত।

উকীল হোৱাৰে পৰা চলিহা ডাঙৰীয়াৰ দেশ-সেৱা আৰম্ভ হয়। তেখেত "লোকেল বোৰ্ড" আৰু

"মিউনিচিপেলিটিৰ" মেম্বৰ নিযুক্ত হয়; অলপ পাছতে "লোকেল বোৰ্ডৰ" ভাইছ্ চেয়াৰমেন হয়। তেওঁ এই কামত পাঁচবছৰ মানহে আছিল; বৰটি ল'ৰাৰ মৃত্যু হোৱাত কাম এৰে। কিন্তু তেখেত মৰণৰ সময়লৈকে "লোকেল বোৰ্ডৰ" "ভাইচ্ চেয়াৰমেন" হৈ আছিল। ডেৰকুৰি বছৰ এই কাম তেখেতে যোগ্যতাৰে সৈতে চলাইছিল। ইমান দিন একেজন মানুহকে একেটা কামৰ কাৰণে ৰাইজে বাছি থকাটো তেখেতৰ ওপৰত মানুহৰ যি বিশ্বাস আছিল তাৰ পৰিচায়ক মাথোন।

চলিহা ডাঙৰীয়াই উকীল হোৱাৰ অলপ দিনৰ পাছতে কিছুমান ছাত্ৰক খৰচ দি পঢ়াইছিল। মুঠতে কবলৈ গলে, তেখেত ছাত্ৰৰ বন্ধু আছিল। বহুত দিনৰ আগেয়ে এণ্ট্ৰেন্স পৰীক্ষা "পাছ" কৰা অসমীয়া ছাত্ৰ মাত্ৰেই বৃত্তি পাব লাগে। এই সূত্ৰে এটা আন্দোলন চলিছিল। চলিহা ডাঙৰীয়াই এই উদ্দেশ্যে অশেষ চেষ্টা কৰে। চীফ কমিশ্যনৰ ওৱাৰ্ড চাহাবে এই বৃত্তি মঞ্জুৰ কৰিছিল। কিন্তু অলপ দিনৰ পাছতে আন এজন চীফ কমিশ্যনৰে এই নিয়ম ৰদ কৰে।

গুৱাহাটীত কলেজ পাতিবৰ কাৰণে পোন প্ৰথমতে শিৱসাগৰৰ মানুহেই চৰ্কাৰৰ ঘৰত আবেদন কৰে। এই বিষয়ে চলিহা ডাঙৰীয়া এজন প্ৰধান খাটোঁতা। তেখেতে চীফ কমিশ্যনৰ কটন চাহাবক কলেজ দিবৰ কাৰণে বৰকৈ খটাত প্ৰজাৰঞ্জক শাসনকৰ্তাই কলেজ দিম বুলি একপ্ৰকাৰ অঙ্গীকাৰ কৰে।

শিৱসাগৰত "কটন লাইব্ৰেৰী" পতাৰ মূলতো চলিহা ডাঙৰীয়া। তাত তেখেতৰ নিজৰ কিতাপো কেইখনমান আছে। তেখেতৰ নিজৰো আইনৰ কিতাপৰ এটি সুন্দৰ লাইব্ৰেৰী আছে, তাত প্ৰায় এহেজাৰমান ভাল ভাল কিতাপ আছে। ইয়াৰপৰা বুজিব পাৰি তেখেতে আইন বিষয়টো কিদৰে খুঁত নৰখাকৈ পঢ়িছিল।

উকীল কাম কৰোঁতে টকা ঘটাই তেখেতৰ একচিতীয়া লক্ষ্য নাছিল; দয়া দাক্ষিণ্য যথেষ্ট আছিল। এবাৰ চলিহা ডাঙৰীয়াৰ টান নৰিয়া হয়। অলপমান গা তঙাওঁতেই দুখুনী বাঁৰী মানুহ এগৰাকী তেখেতক উকীল ধৰিবলৈ আহে। বাঁৰী গৰাকীক কোনোবা এজনে অন্যায় কৰি নিজ সম্পত্তিৰপৰা বঞ্চিত কৰিছিল। দয়ালু চলিহা ডাঙৰীয়া সম্পূৰ্ণ আৰোগ্য নোহোৱা সত্ত্বেও আদালতলৈ গ'ল। জজৰ ফালে মোকৰ্দমা হয়। নৰিয়াৰ হেতু চলিহা ডাঙৰীয়াক এখন চকীত বহি কবলৈ দিয়া হৈছিল। কিন্তু জুৰীৰে সৈতে থিয় হৈ বাদ প্ৰতিবাদ কৰোঁতে বৰ কষ্ট পায়। অন্তত অচল হৈ পৰে। সত্যৰ জয় হোৱাটো স্বাভাৱিক। কোনোমতে নিজৰ বক্তব্য কৈও চলিহা ডাঙৰীয়াই জয়লাভ কৰে। মানুহ গৰাকীও তেখেতৰ কৃপাতে ৰক্ষা পায়। কোৱা বাহুল্য মাথোন, এই গোচৰত তেখেতৰ ধনিষ্ঠামানো টকাৰ কাৰবাৰ নাছিল। তেখেতৰ দয়াৰ এনে উদাহৰণ বিৰল নহয়।

লাহে লাহে দেশত চলিহা ডাঙৰীয়াৰ সন্মান বাঢ়িবলৈ ধৰিলে। অসমৰ চীফ কমিশ্যনৰসকলে তেখেতক দেশৰ এজন নায়ক বুলি যথেষ্ট আদৰ কৰিছিল। অসমৰ চীফ কমিশ্যনৰ কটন চাহাবেৰে সৈতে মৰণৰ সময়লৈকে তেখেতৰ চিঠিপত্ৰ চলিছিল। ১৯০১ চনৰ ৰাজ-অভিষেকলৈ যি পাঁচজন অসমীয়া ভদ্ৰলোকক নিমন্ত্ৰণ কৰা হৈছিল চলিহা ডাঙৰীয়া তেখেতসকলৰে এজন। এবাৰ তেখেতে দেশহিতৈষিতাৰ কাৰণে এখন "চাৰ্টিফিকেট" পায়। ১৯১২ চনত হোৱা দিল্লীৰ দৰবাৰলৈকো তেখেত গৈছিল। এইবাৰো এখন "চাৰ্টিফিকেট" পায়। চৰ্কাৰৰ ঘৰৰ সকলো সভা-সমিতিলৈকে তেখেতক মতা হৈছিল। শ্বিলঙত হোৱা প্ৰায়বিলাক সভালৈকে তেখেত গৈছিল। এদিন চলিহা ডাঙৰীয়া "কাউন্সিলৰ" সভ্যও হ'লহেঁতেন।

ভাং-কানিৰ বিষয়ে অনুসন্ধান কৰিবৰ কাৰণে চৰ্কাৰে যি এখন সভা গঠন কৰে চলিহা ডাঙৰীয়াও

সেই সভাৰে এজন সভা আছিল। এই সময়তে তেখেতে অসমখন এবাৰ চাই লবলৈ সুযোগ পায়। অনুসন্ধানৰ শেহত তেখেতে যি "ৰিপৰ্ট" লিখে চৰ্কাৰে সেই "ৰিপৰ্ট" আন সকলোবিলাকতকৈ শ্ৰেষ্ঠ বুলি তেখেতলৈ লিখিছিল। এই কামৰ কাৰণে তেখেতে এহেজাৰ টকা বঁটা পায়। ১৯১৩ চলিহা ডাঙৰীয়া ৰজাঘৰীয়া সম্মানৰ ওখ খাপত উঠে; সেইবাৰ তেখেতে 'ৰায় বাহাদুৰ' খিতাপ পায়।

চলিহা ডাঙৰীয়াৰ স্বাস্থ্য আগৰেপৰা ভাল নাছিল। ১৯১৩ চনৰপৰা আৰু বেয়া হয়। সেইবাৰ দিল্লীৰ দৰবাৰলৈ যাওঁতেই তেখেতৰ গা বৰ বেয়া আছিল। দিল্লীৰপৰা কলিকতালৈ আহি ডাক্টৰৰ হতুৱাই পৰীক্ষা কৰাই তেখেত পুৰিত মাহদিয়েক থাকে। সেইবাৰে ঘৰলৈ উভতি আহোঁতে গা আগতকৈ ভাল হৈ আহিছিল। কিন্তু ১৯১৩ চনত তেখেতে শৰীৰপৰা পৰি বিষম আঘাত পায়। আৰু সেইবাৰ অক্টোবৰ মাহত হোৱা শ্বিলঙৰ দৰবাৰলৈকো যাব নোৱাৰিলে। তাৰ পিছ বছৰ বহুমূত্ৰ ৰোগে দেখা দিয়ে। এই ৰোগৰপৰা তেখেতে মুক্তি নেপালে। ১৯১৪ চনত ১২ এপ্ৰিলৰ দিনা চলিহা ডাঙৰীয়া স্বৰ্গী হয়। মৃত্যুৰ সময়ত তেখেতৰ বয়স ৫৫ বছৰ। মৰণৰ দিনা চতৰ দিন গৈছিল, বিহুৰ ওচৰতে। সেইবাৰ শিৱসাগৰত আৰু হুচৰি গোৱা নহল। ৰং ধেমালিৰে বিহুৰ উৎসৱ নহল। গাঁৱলীয়া মানুহৰ তেখেতৰ প্ৰতি যি শ্ৰদ্ধা আছিল এইটো তাৰ জ্বলন্ত চিন।

চলিহা ডাঙৰীয়াই তেখেতৰ ল'ৰা-ছোৱালীৰ কাৰণে যথেষ্ট সম্পত্তি এৰি গৈছে। তেখেতৰ দুখন চাহ বাগিচা এতিয়া ভালকৈ চলিছে, আৰু দুঠাইত তেখেতৰ ভাগ আছে।

চলিহা ডাঙৰীয়া মানুহজন সৌম্য প্ৰকৃতিৰ আছিল; তেখেতৰ চেহেৰা আমন-জিমন, বেছি প্ৰফুল্ল নাছিল।

ধৰ্মৰ বিষয়ত তেখেত নিষ্ঠাবান আছিল, শুচি-অশুচিৰ বিচাৰত ব্যস্ত নাছিল। প্ৰত্যেক কথাতে তেখেতৰ সৌম্য প্ৰকৃতিয়ে দেখা দিছিল।

স্বৰ্গগত চলিহা ডাঙৰীয়াৰ দোষ-গুণৰ নিৰপেক্ষ সমালোচনা কৰা কিংবা তেখেতৰ জীৱনৰ প্ৰত্যেকটো কাৰ্য সমাজৰ তুলাচনীত জোখা বৰ্তমান প্ৰবন্ধৰ উদ্দেশ্য নহয়। এই প্ৰবন্ধ ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহাৰ জীৱন-চৰিত নহয়, পৰিচয় মাথোন, কিন্তু ইয়াৰপৰাই পাঠকে ফট্‌ফটীয়াকৈ বুজিব পাৰিব যে তেখেত লোকৰ কপালৰ বলত ডাঙৰ হোৱা মানুহ নহয়, নিজ বুদ্ধি আৰু নিজ পৰিশ্ৰম তেখেতৰ প্ৰতিষ্ঠাৰ মূল ভেটি আছিল।

**যাদৱ প্ৰসাদ চলিহাৰ পিতৃৰ চমু জীৱন কথা। অধুনা লুপ্ত সুবিখ্যাত আলোচনী বাঁহীৰ পৰা পুনৰ্মুদ্ৰিত।**



# ৰায়বাহাদুৰ কালীপ্ৰসাদ চলিহা

"সোঁৱৰণি-শোক বাজিয়ে আছিল
ভুকুৱাই ভঙ্গা বুকু ;
লগে লগ ধৰি বিষধৰ শেলে
বিন্ধিলে ইবেলি চকু !" — পদ্মনাথ বৰুৱা

১২ এপ্ৰিল, ২৯ চত, দেওবাৰে ৰাতি শিৱসাগৰৰ প্ৰতিষ্ঠাবান উকীল ৰায়বাহাদুৰ চলিহা ডাঙৰীয়া স্বৰ্গী হ'ল। এজন স্বদেশ-প্ৰাণ সুসন্তান হেৰুৱাই অসমৰ আজি পূৰাব নোৱৰা ক্ষতি। বি-এ জগন্নাথৰ পাছত ক'তো চাকৰী নকৰাকৈ স্বাধীন ব্যৱসায় ধৰি "ৰায় বাহাদুৰ"ৰ নিচিনা ওখ খিতাপ পোৱা অসমীয়া সৰহ নাছিল। আমাৰ দুৰ্ভাগ্য, তাৰে অন্যতম চলিহা ডাঙৰীয়াক আমি অকালতে হেৰুৱালোঁ।

বাস্তৱতে ক'বলৈ গ'লে, পুণ্যাত্মা সাধকৰ মুক্তিত আমাৰ অপাৰ আনন্দ, কিন্তু বিচ্ছেদত আমাৰ অনিৰ্বচনীয় বিষাদ, হিয়া ফাটি যাব খোজে। যথাৰ্থতে আজি বিচিত্ৰ কাৰণৰ গুণত একেটা কৰুণ ৰসৰে শোক হৰ্যাদি ভিন ভিন ৰূপত পৰিণতি হ'ল।

যোৱা মহাত্মন !

"দেৱৰ মৰম পাই মৰণ পাহৰি
থাকা গই স্বৰ্গীয় সুখত,
কেতিয়াবা ক'ৰবাত লভিলে আজৰি
সুঁৱৰিবা আমাক মনত।
আকউ জনম লভি আমাৰ মাজত
শীৰ্ষস্থান কৰি অধিকাৰ
চলাবা অসম দেশ, আমি মৰমত
ভক্তি দিম দুখীয়া হিয়াৰ।"

— দুৰ্গেশ্বৰ শৰ্মা

**বাঁহী, পঞ্চম বছৰ, ৮ম সংখ্যা, আহাৰ ১৮৩৬ শক। পুনৰ্মুদ্ৰিত।**

# লেখক পৰিচিতি

**অময়া চলিহা** - অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ পত্নী। সমাজ উন্নয়নমূলক কামৰ লগত জড়িত।

**ইন্দ্ৰকান্ত দুৱৰা** - ৰাজগড় নৱ বৈষ্ণৱ সমাজৰ গুৰি ধৰোঁতা। সমাজ সেৱী।

**ইৰা ঘোষ** - চিত্ৰ শিল্পী। যাদৱ প্ৰসাদৰ কনিষ্ঠা কন্যা মীনাক্ষীৰ বান্ধৱী।

**কালিদাস দেৱ শৰ্মা** - কৃষ্ণনগৰ, যোৰহাট সমাজ উন্নয়ন শিক্ষা কেন্দ্ৰ আৰু অন্যান্য সংস্থাৰ গুৰি ধৰোঁতা। সমাজ সেৱী।

**গিৰিজা প্ৰসাদ বৰুৱা** - লব্ধ প্ৰতিষ্ঠ প্ৰৱীণ চাহ খেতিয়ক। সমাজ উন্নয়নমূলক কামত সক্ৰিয় অংশগ্ৰহণকাৰী।

**গিৰিবালা ভূঞা** - যাদৱ প্ৰসাদৰ মোমায়েক নৱ কুমাৰ বৰুৱাৰ জীয়েক। সম্পৰ্কত ভনীয়েক।

**গুৰুপদ চৌধুৰী** - কলিকতাৰ পূৰ্বোদয় প্ৰেছৰ স্বত্বাধিকাৰী।

**জয়শ্ৰী চলিহা** - ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ বৰ জীয়াৰী আৰু সত্য ব্ৰত চলিহা (টুটু)ৰ পত্নী। সমাজ সেৱী।

**তিলক বৰুৱা** - ৰাজগড় উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত অধ্যক্ষ। প্ৰথম প্ৰধান শিক্ষক।

**ত্ৰৈলোক্য শইকীয়া** - ভাৰতৰ স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্ম্মী। প্ৰৱীণ নেতা। বৰ্ত্তমান গড়গাঁও সৰ্বোদয় সমাজৰ লগত ঘনিষ্ঠভাৱে জড়িত।

**দুৰ্গেশ্বৰ শৰ্মা** - বাঁহী যুগৰ কবি। দাৰ্শনিক কবি বুলি পৰিচিত। প্ৰয়াত।

**দেৱ প্ৰসাদ চলিহা** - বিষ্ণু প্ৰসাদ চলিহাৰ পুত্ৰ। কলা সংস্কৃতিৰ লগত জড়িত।

**দেৱবালা চলিহা** - যাদৱ প্ৰসাদ চলিহাৰ পত্নী। চাহ খেতিয়ক। চলিহা ওৱেৰহাউচিং কৰপ'ৰেশ্বনৰ প্ৰতিষ্ঠাতা। অসম বিত্তীয় নিগম, আই. ডি. বি. আই ইত্যাদি বিভিন্ন বিত্তীয় প্ৰতিষ্ঠানৰ পৰিচালনা কমিটিৰ প্ৰাক্তন সদস্যা। উদ্যোগ সংক্ৰান্ত বিভিন্ন কামত সক্ৰিয় অংশ গ্ৰহণকাৰী। শিক্ষা প্ৰতিষ্ঠান স্থাপন আদি বিভিন্ন সামাজিক আৰু ধৰ্ম্মীয় কামৰ লগত যুক্ত।

**নৰেশ ৰাজখোৱা** - লব্ধ প্ৰতিষ্ঠ প্ৰৱীণ সাংবাদিক। আসাম ট্ৰিবিউন গোষ্ঠীৰ লগত জড়িত আছিল।

**নিৰুপমা বৰগোহাঞি** - লব্ধ প্ৰতিষ্ঠ লেখিকা, সাংবাদিক, ঔপন্যাসিক।

**পদ্মনাথ বৰঠাকুৰ** - যাদৱ প্ৰসাদৰ বন্ধু স্থানীয়, স্বাধীনতা সংগ্ৰামৰ সহযোগী। চাহ খেতিয়ক, চল্লিশৰ দশকত কিছুদিনৰ বাবে যাদৱ প্ৰসাদৰ কৰঙ্গাণী চাহ বাগিচাৰ মেনেজাৰ। গ্ৰন্থকাৰ। প্ৰয়াত।

**পুষ্পলতা দাস** - অন্যতম প্ৰধান প্ৰৱীণ কংগ্ৰেছী জন নেত্ৰী। প্ৰাক্তন সাংসদ, কংগ্ৰেছৰ নেতা আৰু অসমৰ প্ৰাক্তন শিক্ষা মন্ত্ৰী লোক নায়ক অমিয় কুমাৰ দাসৰ পত্নী। কস্তুৰবা ট্ৰাষ্টৰ চেয়াৰ পাৰ্চন, অমিয় কুমাৰ দাস ট্ৰাষ্টৰ সদস্যা।

**প্ৰফুল্ল চন্দ্ৰ ৰাজখোৱা** - আজিজবাগ চাহ বাগিচাৰ প্ৰাক্তন মেনেজাৰ। প্ৰয়াত।

**বাঁহী** - সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা প্ৰতিষ্ঠিত যুগ প্ৰৱৰ্তক আলোচনী।

**বিপিন পাল দাস** - প্ৰাক্তন সমাজবাদী, বৰ্তমান কংগ্ৰেছৰ নেতা, প্ৰাক্তন কেন্দ্ৰীয় উপ মন্ত্ৰী, ৰাজ্যসভাৰ

সদস্য, প্ৰাক্তন অধ্যক্ষ, দৰং কলেজ। যাদৱ প্ৰসাদৰ অগ্ৰজ তাৰা প্ৰসাদ চলিহাৰ জোঁৱাই।

**বিভূতি চলিহা** - বিষ্ণু প্ৰসাদ চলিহাৰ পুত্ৰ। প্ৰাক্তন শিক্ষক। নাট পৰিচালক।

**ভৰত চন্দ্ৰ গগৈ** - ভাৰতৰ স্বাধীনতা আন্দোলনৰ এজন সক্ৰিয় কৰ্মী। অসহযোগ আন্দোলনৰ খ্যাতনামা নেতা, শিৱসাগৰ পলিটেকনিকৰ প্ৰতিষ্ঠাতা ভুৱন গগৈৰ ভাতৃ।

**ভীম কান্ত বড়া** - অৱসৰ প্ৰাপ্ত চৰকাৰী অৱৰ-সচিব।

**ভুৱন চন্দ্ৰ সন্দিকৈ** - যাদৱ প্ৰসাদ চলিহাৰ সমসাময়িক দেশ কৰ্মী। ১৯৩৫ চনৰ পৰা ১৯৪৮ চনলৈকে শিৱসাগৰৰ অসম পলিটেকনিক স্কুলৰ অধ্যক্ষ।

**মীনাক্ষী বসু** - যাদৱ প্ৰসাদৰ নুমলীয়া জীয়াৰী। নৃত্যশিল্পী। দেৱযানী চলিহা নামে পৰিচিত।

**যোগেশ হাজৰিকা** - অসম তথা ভাৰতৰ বিভিন্ন ঠাইৰ লগত ব্যৱসায় সক্ৰান্ত বিষয়ে যোগাযোগ কৰোঁতা কলিকতাত থকা স্থানীয় প্ৰতিনিধি। স্বাধীন ব্যৱসায়ী। অসম সাহিত্য চ'ৰা, কলিকতাৰ সভাপতি।

**ৰবীন কাকতী** - প্ৰৱীণ সৰ্বজন শ্ৰদ্ধেয় গান্ধীবাদী কংগ্ৰেছী নেতা। প্ৰাক্তন বিধায়ক আৰু সাংসদ।

**ৰামহৰি ভট্টাচাৰ্য্য** - কৰঙ্গাণী চাহ বাগিচাৰ কাৰ্যালয়ৰ পৰিচালক। চাহ খেতিয়ক।

**ৰুবী হাজৰিকা** - যাদৱ প্ৰসাদ চলিহাৰ দ্বিতীয়া কন্যা।

**ৰেখা চলিহা বসু** - যাদৱ প্ৰসাদ চলিহাৰ তৃতীয়া কন্যা। কলিকতাৰ অসমীয়া মহিলা সন্থাৰ সভানেত্ৰী, কণ কণ ল'ৰা-ছোৱালীৰ বাবে বিজ্ঞান বিষয়ে লেখিকা। সৰ্বহাৰা শিশুতীৰ্থৰ প্ৰতিষ্ঠাতৃ।

**লতিকা কাকতি** - যাদৱ প্ৰসাদ চলিহাৰ বায়েক কমলালয়া কাকতিৰ ল'ৰা শৰৎ চন্দ্ৰ কাকতিৰ পত্নী।

**লক্ষ্যধৰ চৌধুৰী** - বৰ্ষীয়ান সাহিত্যিক, ৰাজনীতিবিদ, নাট্যকাৰ, অভিনেতা, চলচিত্ৰ আৰু নাট্য পৰিচালক। প্ৰজা সমাজতন্ত্ৰী দলৰ নেতা, বিধায়ক, অসমৰ প্ৰাক্তন শিক্ষা মন্ত্ৰী, গুৱাহাটীৰ প্ৰাক্তন পৌৰ প্ৰধান, অসম সাহিত্য সভাৰ ১৯৯২-৯৩ চনৰ সভাপতি।

**শীলভদ্ৰ** - সাহিত্য অকাদমি পুৰস্কৃত যশস্বী কাহিনীকাৰ।

**শুভা বৰবৰা** - যাদৱ প্ৰসাদ চলিহাৰ ভনীয়েক লাবণ্য প্ৰভাৰ চতুৰ্থ জীয়াৰী। যোৰহাট জে. বি. কলেজৰ গণিত বিভাগৰ অৱসৰ প্ৰাপ্ত মুৰব্বী অধ্যাপিকা, উপাধ্যক্ষ।

**সুনীতি চলিহা** - যাদৱ প্ৰসাদ চলিহাৰ ভায়েক গুৰু প্ৰসাদ চলিহাৰ পত্নী।

**সোমেশ্বৰ কাকতী** - মুক্তি যুঁজাৰু, তাম্ৰপত্ৰ লাভ কৰোঁতা, আউনী আটীয়া হেম চন্দ্ৰ দেৱ উচ্চতৰ মাধ্যমিক বিদ্যালয়, আমগুৰিৰ প্ৰতিষ্ঠাপক শিক্ষক।

**ক্ষীৰদা কুমাৰী বৰুৱা** - প্ৰথম অসমীয়া কথাছবি "জয়মতীৰ" নায়ক গদাপাণিৰ ভূমিকাৰ অভিনেতা আৰু চাহ খেতিয়ক ফুনু (পৰশুৰাম) বৰুৱাৰ পত্নী। সমাজ সেৱী।



লাচিতমেথ্রা, চাবিং।



যাদব প্রসাদ ১৯৩০ চলন্ত।



যাদৱ প্ৰসাদ ১৯৬০ চনত



কলিকতাৰ বটানিকেল গাৰ্ডেনৰ মাঘ বিহু উৎসৱত বিষ্ণুৰাম মেধিৰ লগত।



শিৱসাগৰৰ বঙলা



১৯৩১ চনত কলিকতাত ঃ বাঁও হাতৰ পৰা ঃ যাদৱ প্ৰসাদ, কৰী, মায়া, দিপু, দেৱবালা (কোলাত কেয়া)।



কৰঙ্গাণী চাহ্ বাগিচাৰ বঙলাত। বাঁও হাতৰ পৰা ঃ *যাদৱ প্ৰসাদ, নীৰা, দেৱবালা, লীনা।*



১৯৫২ চনত তাজমহলৰ আগত ঃ বাঁও হাতৰ পৰা ঃ *মীনাক্ষী, যাদৱ প্ৰসাদ, দেৱবালা, ৰেখা।*



১৯৪৬ চনত বৰজীয়াৰী মায়াৰ বিয়াৰ পাছত কলিকতাত ঃ বাঁও হাতৰ পৰা ঃ পিছৰ শাৰীত ঃ *বজ্ৰিত, দিপু, যাদৱ প্ৰসাদ, দিলীপ দাস, মীনাক্ষী।* আগ শাৰীত বহি ঃ *কন্নী, মায়া, দেৱবালা।*



১৯৪৮ চনত মাজু জীয়াৰী ৰুবীৰ বিয়াৰ পাছত কলিকতাত। বাঁও হাতৰ পৰা ঃ থিয় হৈ ঃ ৰেখা, *ইন্দ্ৰজিৎ, মীনাক্ষী। বহি ঃ ভৱেন্দ্ৰ নাথ হাজৰিকা, দেৱবালা, যাদৱ প্ৰসাদ, ৰুবী।*



১৯৪৯ চনত ৰজত জয়ন্তী বিবাহ বাৰ্ষিকীৰ দিনা *যাদৱ প্ৰসাদ আৰু দেৱবালা।*



মাৰ্কিন যুক্তৰাষ্ট্ৰৰ বেডফোৰ্ডত বৰ জীয়াৰী মায়াৰ ঘৰত। বাঁও হাতৰ পৰা ঃ পিছ পিনে ঃ *মায়া, নেওমী, ফিলিপ।* বহি ঃ *দেৱবালা, যাদৱ প্ৰসাদ*



চলিহা ৰোলিং মিলৰ কাঁটা তাঁৰ নিৰ্মাণ বিভাগৰ উদ্বোধনী অনুষ্ঠানত যাদব প্ৰসাদ। লগত ডাঙৰ ল'ৰা ইন্দ্ৰজিৎ (দিপু)।



চলিহা ৰোলিং মিলৰ গেট।



১৯৬৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পৰা ইংলণ্ডলৈ অহাৰ সময়ত কুইন এলিজাবেথ জাহাজত *দেৱবালাৰ লগত যাদৱ প্ৰসাদ।*




১৯৬৩ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ যাবৰ সময়ত বিমান পোতত যাদৱ প্ৰসাদ, লগত পত্নী দেৱবালা।



১৯৫২ চনত দিল্লীত বহা সৰ্ব ভাৰতীয় লোক সেৱা আয়োগৰ সভাত যাদৱ প্ৰসাদ।



"গ্ৰীন ভিউ", ৰিল বং, শ্বিলঙত লোক সেৱা আয়োগৰ অধ্যক্ষৰ আবাসন।



পি ২১ গল্‌ফ্ ক্লাব ৰোড



জোকতলী বাগিচাৰ.কাষেদি যোৱা বাটৰ আনটো মূৰ। সোঁ হাতৰ বাটটো বাগিচাৰ ভিতৰেদি যোৱা পুৰণা বাট। জীপখন ৰৈ থকা বাটটো যাদৱ প্ৰসাদে নিৰ্মাণ কৰোৱা নতুন বাট।



১৯৬২ চনত কৰঙ্গাণী চাহ বাগিচাত। বাঁও হাতৰ পৰা ঃ থিয় হৈ ঃ *নেওমী, দেৱবালা, যাদৱ প্ৰসাদ, মায়া, মীনাক্ষী।*
বহি ঃ ফিলিপ।

# JADAV PRASAD CHALIHA

## BIRTH CENTENARY

April 19, 1896 - April 19, 1996



**JADAV PRASAD CHALIHA**

**BIRTH CENTENARY CELEBRATION COMMITTEE**

**SIBSAGAR, ASSAM**

## Contents

**Page No.**

# A Note from the Publisher

Production of a comemoration volume is not one man's job. It is true in the case of this volume too. Starting from contacting probable contributors to ensuring perfect binding of the volume we had to take help from a large number of persons. While we express our deep gratitude to all of them we like to specially mention some.

We express our sincere gratitude to those contributors whose memoirs and essays have sculpted the body and soul of this volume. We will fail in our duty if we do not mention the services rendered by young painter Deben Dewan. He not only designed the book but was also actively involved at every step of execution. Shri Kula Nath Gagoi, former editor of National Bibliography, Assamese, is another person to whom we are specially thankful. We felt secure, leaving in his trusted hands, the correction of proofs and necessary finishing touches.

We are specially obliged also to Kshiroda Kumari Baruah, Bhuban Chandra Sandikoi, Late Prafulla Chandra Rajkhowa, Bibhuti Chaliha, Achintya Jana, Dipak Majumdar, Naveen Arora.

# A Note from the Editor

If one is self effacing, if one quietly withdraws from political limelight in his mid-forties, and dies at the none too ripe age of sixty eight it is very likely he will be all but forgotten by the time he completes hundred years. Yet it has not been so with Jadav Prasad Chaliha. When it was resolved to bring out a commemoration volume as a part of his birth centenary celebration we were not sure if many contributors to the volume would be available. To our surprise and delight a large number, exceeding forty, most willingly came forward and sent in their memoirs replete with living memories.

Those memoirs together reconstruct a bygone age, a forgotten era, a lost culture of which Jadav Prasad was a product. It was a time when the society was value based, when the rich regarded flaunting of one's wealth degrading, the aristocrat considered politeness his culture, the learned believed learning bred modesty. Jadav Prasad Chaliha was an epitome of all these and even more.

Although eight out of eleven contributors to the English language section of this commmoration volume happen to be close relatives of Jadav Prasad yet the recollections are not mere eulogies, although of his multi-colour career we miss in this section first hand accounts of his contribution to the freedom movement of India, his political career as a true Gandhian, his role as a legislator which are in abundance in the Assamese language section. Yet touching recollections splendidly portray the essential man Jadav Prasad Chaliha.

We hope this volume will prove to be useful as a source of history, offer a trip to memory lane to the elders, infuse courage in the young to tread off the beaten path, confidence to stand on their own feet, enough love for the country to stand up in her hour of need.

# Jadav Prasad Chaliha

**BIRTH** : April 19, 1896

**PLACE** : Sibsagar

**RESIDENCE** : Sibsagar, Calcutta

**ORIGINAL SETTLEMENTS** : Charing, Majuli

**FATHER** : Rai Bahadur Kali Prasad Chaliha, Lawyer, Tea Planter, Chaliha Kakoti clan.

**MOTHER** : Nikunjalata Devi, belonged to the family of Maniram Dewan, the 19th century leader and martyr

**FAMILY** : Four brothers and five sisters. Jadav Prasad is the third child, second son. Two sons and four daughters.

**MARRIAGE** : 1924. Wife - Debabala (Duara)

**EDUCATION** : Science graduate. School - Sibsagar High School. College Presidency College and Scottish Church College, Calcutta.

## CAREER :

**POLITICAL** : A Congress worker inspired by Mahatma Gandhi. In 1922 jailed for six months during non co-operation movement. Head of the Congress Volunteer Force in Sibsagar. In the 20's Sibsagar Congress President for a long time. A leading young organiser of the Pandu Congress in 1926. Temporarily Chief of Assam Pradesh Congress in 1931 during Civil Disobedience movement. In 1937 elected as a member of Assam Legislative Assembly from Sibsagar East as a Congress Candidate. Actively involved in establishing Assam Congress under the leadership of Gopinath Bardoloi. In 1942, during Quit India Movement, gave shelter to absconding Assam and national revolutionery leaders at Calcutta. A congressman all through his life.

**SOCIAL** : Active worker in the opium eradication movement. Helped Bhuban Chandra Gogoi in all respect when the Assam Politechnic was transferred from Chunpora to Sibsagar. Directly involved in all constructive social work in Rajgarh area. Construction of the road which by-passes Joktali Tea Estate. Long time President, Assam Socio Literary (A.S.L.) Club, Calcutta.

**OCCUPATION** : Tea Planter and Industrialist, founder Korangani and Azizbagh T.E., Assam, Chaliah Rolling Mill, Calcutta

**STATE RECOGNITION** : Chairman, Assam Public Service Commission, Assam Financial Corporation.

**DEATH** : 15th June, 1964. Dibrugarh

